# লোকপ্ৰিয় গোপীনাথ বৰদলৈ



[ জন্ম : জুন মাহ, ১৮৯০ চন : মৃত্যু : ৫ আগষ্ট, ১৯৫০ ]

# লোকপ্ৰিয় গোপীনাথ বৰদলৈ

[ জীৱনী ]



লোকপ্ৰিয় বৰদলৈ স্মৃতি-ৰক্ষা কেন্দ্ৰীয়
সমিতিৰ পৰা প্ৰকাশিত

গুৱাহাটী

৩ জানুৱাৰী, ১৯৫৬ চন

# আগকথা

ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমে যি গৌৰৱপূৰ্ণ অংশ গ্ৰহণ কৰিছিল, তাক মহাত্মা গান্ধীয়ে তেখেতৰ 'ইয়ং ইণ্ডিয়া' কাকতত ১৯২১ চনত প্ৰশংসা কৰি থৈ গৈছে। অসহযোগ আন্দোলনৰ সময়ৰ পৰাই আমাৰ যি কেইজন সহকৰ্ম্মীৰ দেশ-মাতৃকাৰ মুক্তিৰ হকে যুঁজিবলৈ সৌভাগ্য ঘটিছিল, তাৰ ভিতৰত অন্যতম আছিল আমাৰ সকলোৰে প্ৰিয় স্বৰ্গীয় গোপীনাথ বৰদলৈ। তেখেতৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ সম্পৰ্কে বহলাই নকলেও এইটো উল্লেখ কৰা আৱশ্যক যে, আমি দেশৰ সৈনিক হিচাপে একযোগে কাম কৰি আনন্দ পাইছিলোঁ। কিন্তু দুখৰ বিষয়, যি সময়ত অসমে গঠনমূলক কাৰ্য্যত একাগপতীয়া ভাবে কাম কৰিবলৈ সংকল্প লৈছিল, সেই সময়তেই লোকপ্ৰিয় বৰদলৈ আমাৰ মাজৰ পৰা আকস্মিকভাৱে চিৰকাললৈ বিদায় লৈ গ'ল। তেখেতৰ পৰলোকত আমাৰ দেশৰ যি অপূৰণীয় ক্ষতি হৈছে, তাক মই তেখেতৰ মৃত্যুৰ পিছতেই অনাতাঁৰ যোগে এটি ভাষণত ব্যক্ত কৰিছিলোঁ। সি যি নহওক, আমি লোকপ্ৰিয়ৰ সহকৰ্ম্মীসকলে তেখেতৰ আধৰুৱা কামবোৰ নিয়াৰিকৈ কৰিবলৈ আন্তৰিকতাৰে চেষ্টা কৰি আহিছোঁ। বিশেষকৈ জনজাতীয় লোকসকলৰ মাজত আমাৰ সেৱা কৰ্ম্মৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ আমি অলপো হেলা কৰা নাই।

লোকপ্ৰিয় বৰদলৈৰ স্মৃতি ৰক্ষাৰ কাৰণে ৰাইজৰ সহযোগত কিছু আগবঢ়া হৈছে। গুৱাহাটীত নতুনকৈ স্থাপিত হোৱা যক্ষ্মা হাস্পাতালখন তেখেতৰ স্মৃতিৰ ভেটিৰূপে লৈ আন দুই এটা কথাও স্মৃতি সমিতিয়ে চিন্তা কৰিছিল। এই জীৱনীখন তাৰেই এটা উদাহৰণ। মই আশা কৰোঁ, এই জীৱনীখনে ৰাইজৰ আদৰ পাব, বিশেষকৈ আমাৰ কণ কণ ল'ৰা-ছোৱালীইঁতে ইয়াক মনোযোগেৰে পঢ়ি বৰদলৈৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ আমাৰ দেশৰ সেৱা কাৰ্য্যত আত্ম-নিয়োগ কৰিবলৈ চেষ্টা কৰিব, কিয়নো দেশ-গঢ়াৰ গধুৰ দায়িত্ব পৰিব আমাৰ দেশৰ যুৱকসকলৰ ওপৰতেই।

শ্বিলং
৩ জানুৱাৰী, ১৯৫৬ চন

শ্ৰীবিষ্ণুৰাম মেধি

# লিখকৰ একাষাৰ

আমাৰ মানুহে কয় "বাঘৰ আঁক বাহিৰে, মানুহৰ আঁক ভিতৰে"—অৰ্থাৎ আঁক দেখিলেই বাঘ বুলি চিনা সহজ কিন্তু মানুহ চিনা টান ; কাৰণ তাৰ আঁক স্বভাৱতে ভিতৰে। আকৃতিগত মানুহজন চিনা সহজ কিন্তু মানুহৰ স্বভাৱগত গুণবোৰ অন্তৰত নিহিত থাকে কাৰণে প্ৰকৃতিগত মানুহজন চিনা টান। ভাল সাজপাৰ পিন্ধা এজন মানুহ অপোনাৰ আগত থিয় দিলে তেওঁ সাধু নে চোৰ সেই মুহূৰ্ত্ততে ঠাৱৰ কৰিব নোৱাৰি। কামৰ মাজেদিহে তেওঁৰ প্ৰকৃত পৰিচয় পাব পাৰি ; কিন্তু কামৰ বিচিত্ৰতা ইমান বাহুল্য যে বহুত সময়ত এনে কামৰ মাজতো মানুহৰ প্ৰকৃত পৰিচয় পোৱা টান। অনেক পৰোপকাৰ দাতাই নিজৰ দান কাৰ্য্যৰ কথা কেতিয়াও প্ৰকাশ নকৰে। গতিকে সকলো মানুহৰ পৰিচয় আমাৰ আগত সদায় ওলাই নাথাকে। আমাৰ সমাজত কত সাধু পুৰুষ, কত বীৰ, কত জ্ঞানী এনে ভাবে গুপুতে আছে কোনে খবৰ কৰে ? ইংৰাজ কবিয়ে দুখ কৰি কৰৰ দৰে "বননিত কত ফুল নিজৰ সৌন্দৰ্য্য গৌৰৱ লৈ ফুলি আপুনি মৰহি গল, কিন্তু কোনেও দেখা নাপালে।"

লোকপ্ৰিয় বৰদলৈ দেৱৰ বেলিকা যেন এই সত্যৰ অলপ ব্যতিক্ৰমেই ঘটিছিল। সৌম্য দৰ্শন বৰদলৈদেৱক দেখা পালে যেন অন্তৰৰো সেই নাওঠা অমায়িকতা আৰু অহিংস ভাবত প্ৰতিষ্ঠিত প্ৰকৃত সাম্য ভাৱৰ প্ৰতিচ্ছবি দেখা যায় স্বাৰ্থৰ তুমুল সংঘৰ্ষ, ঘাত-প্ৰতিঘাত আৰু নানা সমস্যাত আলোড়িত সমাজত সেই লোকপ্ৰিয় বৰদলৈৰ দৃঢ়তাৰ অভিব্যঞ্জক স্নিগ্ধ স্থিৰ প্ৰতিমূৰ্ত্তি। অন্তৰৰ সাম্য ভাৱে বাহিৰৰ সুন্দৰ সুঠাম গঠনত যেতিয়া যোগ সানে, তেতিয়া তেওঁ সকলোৰে প্ৰিয়পাত্ৰ হৈ 'লোকপ্ৰিয়' কিয় নহব ?

এইটোও ঠিক কথা যে আমি তেখেতক সকলোৱে সমানে ভাল পালেও জীয়াই থকা কালত 'লোকপ্ৰিয়' উপাধি দিয়া নাছিলোঁ ; দিলোঁ যিদিনা প্ৰয়োজন হল কৃতজ্ঞ অন্তৰে প্ৰকাশ বিচাৰিলে, সকলোৰে মনত থেনাই থকা ভাৱটিয়ে। সেই দৰে মহাত্মাজীৰ অন্তৰ্দ্ধানৰ পিছতহে শোকাবেগৰ প্ৰথম মুহূৰ্ত্ত প্ৰকাশ পালে 'Father of the Nation'—'জাতিৰ পিতা'। 'লোকপ্ৰিয়' বিভুষণো স্বৰ্গীয় বৰদলৈদেৱৰ তিৰোধানৰ শোক মুহূৰ্ত্তত স্বতঃভাৱে প্ৰকাশ পোৱা মনৰ এটা ব্যঞ্জনা। কৃতজ্ঞ জাতিয়ে এই দৰেই ভূষণ দি যেন মনৰ বোজা কিছু পাতল কৰে, ঋণ পৰিশোধৰ বাট বিচাৰে। এই ব্যঞ্জনা এঠাইতে নিবদ্ধ নাথাকি দিগ্ দিগন্তত পৰিব্যাপ্ত হৈ সকলো দেশৰ আৰু জাতিৰ প্ৰাণত প্ৰতি-ধ্বনি তোলে।

আমি এনে ধৃষ্টতা মনলৈ আনিব নোৱাৰোঁ যে বৰদলৈদেৱৰ ভিতৰি আঁক আটাইবোৰ আমি চিনি পাই তেখেতৰ যাবতীয় গুণৰাজিৰ সন্ধেদ পালোঁ আৰু সম্পূৰ্ণকৈ বুজিব পাৰিলোঁ। সৰহ বা মজলীয়া ৰকমৰ গুণসম্পন্ন এজন লোককে প্ৰকৃততে বুজা টান। বৰদলৈ আছিল বহু গুণৰাশিৰে পূৰ্ণ আমাৰ নেতা। তেখেতৰ নেতৃত্বৰ পৰিসৰ অকল নিজ প্ৰদেশতেই আবদ্ধ নাছিল,—ভাৰতৰ বিশাল ক্ষেত্ৰত এই সীমা পৰিব্যাপ্ত হৈছিল। নহলে তেখেতৰ বিয়োগত এইদৰে সকলো ঠাইৰ পৰা শ্ৰদ্ধাঞ্জলি নিবেদিত হযনে? আকস্মিক বিয়োগত যে ব্যথাৰ মাত্ৰা চৰিছিল সন্দেহ নাই। মুঠতে এইটো নিশ্চিত যে জীৱন-কথা আলচ যাৰে তাৰে কাৰণেই আংশিক প্ৰকাশ মাথোন আৰু সদায় সমাজে এই আংশিক বিকাশ হলেও তাকে লৈযে ধন্য, কৃত-কৃতাৰ্থ হয়।

লোকপ্ৰিয় বৰদলৈদেৱৰ তিৰোধানৰ লগে লগে তেখেতৰ স্মৃতি ৰক্ষাৰ অৰ্থে জাতিয়ে ব্যৱস্থা কৰিলে। জাতিৰ পক্ষৰ সেই সমিতিৰ প্ৰধান কৰ্ম্মকৰ্ত্তাসকলে অন্যতম বিধান হিচাপে তেখেতৰ জীৱনী এখন সঙ্কলন কৰিবৰ ভাৰ এই অভাজনৰ ওপৰত দিলে। এই কামৰ বাবে মোৰ যোগ্যতাৰ প্ৰতি মন নিদি হয়তো বা এজন সহকৰ্ম্মী হিচাপেই এই ভাৰ অৰ্পণ কৰিলে আৰু মযো এজন সৈনিক হিচাপেই সেই ভাৰ মূৰ পাতি লৈছোঁ। মোৰ বিশ্বাস, এনে জীৱনী অলোচনা কৰা সময় খিনিৰ সদব্যৱহাৰ তো হবই; তাৰ দ্বাৰা মোৰ জীৱনো বহু পৰিমাণে নিয়ন্ত্ৰিত হব। নতুবা জীৱন কথা আলোচনাৰ আন কি সাৰ্থকতা আছে? যি ডাঙৰ সি নিজেই অৰ্থাৎ আপোনা আপুনি ডাঙৰ। জীৱন-কথা লিখা নিলিখাৰ কাৰণে কোনো ডাঙৰ সৰু নহয়।

বৰদলৈদেৱৰ জীৱন কথা সঙ্কলন কৰাৰ ভাৰ লৈয়েই আমি তেখেতৰ আত্মীয়-স্বজন, বহু সহকৰ্ম্মী, সহপাঠী বন্ধু-বান্ধবলৈ এই কাৰ্য্যত সক্ৰিয় সহযোগ কৰিবলৈ নিবেদন কৰিছিলোঁ। তাৰ পিছতে বাতৰি কাকতৰ যোগে সকলো গুণগ্ৰাহী দেশবাসীৰ ওচৰত যাৰম্ব হৈ আনকি তেখেতৰ জীৱনৰ বিশিষ্টতা ফুটি উঠা সকলুৱা ঘটনাৱলীকো পাবলৈ আবেদন জনাইছিলোঁ। তাৰ ফলত যি সমল হস্তগত হৈছে তাকেই ইয়াত নিয়াৰিকৈ সন্নিবেশ কৰিছোঁ। আমি কেতিয়াও ভবা নাই যে এয়েই তেখেতৰ জীৱনৰ সম্পূৰ্ণ ঘটনাৱলী। সময়ত আৰু বহুতো কথা প্ৰকাশ পাব, আমাৰ এনে ধাৰণা আশা কৰোঁ নিৰ্ভুল। আমাৰ সৌভাগ্য যে, ৰাজনৈতিক জীৱনৰ ভালেখিনি কথা বিশেষকৈ প্ৰাদেশিক আইন সভাত কংগ্ৰেছ দলৰ দলপতি হিচাপে তেখেতে কৰা সৈনিক কাৰ্য্যৰ টোকা আমালৈ লিপিবদ্ধ কৰি দিয়ে থৈ গৈছে। ৰাজনৈতিক জীৱনৰ সৰহ ভাগ কথাকে আমি তাৰ পৰা পাইছোঁ। সহকৰ্ম্মী হিচাপে প্ৰত্যক্ষ অভিজ্ঞতাৰ কথা ইয়াত উল্লেখ কৰা বাহুল্য মাথোন।

বৰদলৈদেৱৰ কৰ্ম্মবহুল জীৱনৰ যাতেদি প্ৰকাশ পোৱা তেওঁৰ প্ৰতিভা ভাৰতীয় মনিষী সকলৰ নিজৰ কথাৰেই সন্নিবেশ কৰা হৈছে। [illegible]

সেইবোৰ কথা আমি আন ঠাইত প্ৰকাশ নকৰিবলৈকে চেষ্টা কৰিছোঁ। । ইয়াতেই প্ৰকাশ কৰা ভাল যে জীৱন-কথা আলচ কৰা আৰু তাক সঙ্কলন কৰা কাম অতি দুৰূহ । এই কাৰ্য্যত বহুতৰে পৰা সহায় সহানুভূতি পাইছোঁ। । তাৰ ভিতৰত প্ৰথমে স্মৃতিৰক্ষা সমিতিৰ সম্পাদক আৰু অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু সহকাৰী সম্পাদক শ্ৰীসতীশচন্দ্ৰ কাকতী দেৱে ডায়েৰীৰ বহীবোৰ আৰু আন দুই এটি প্ৰবন্ধ দিছে । ৺ বৰদলৈৰ ভায়েক শ্ৰীগনেশচন্দ্ৰ বৰদলৈ বি-এস দেৱেও সংক্ষিপ্ত জীৱন কথাৰ টোকা দিছে আৰু মুখেৰেও বহুত উপদেশ দিছে। লোকপ্ৰিয় ৺ বৰদলৈদেৱৰ সহধৰ্ম্মিনী শ্ৰীমতী সুৰবালা দেবীয়ে বহুতো সমল আৰু মৌখিক কথা আদিৰে সততে সহায় কৰিছে আৰু মযো সঘনে তেখেতৰ পৰা উপদেশ গ্ৰহণ আৰু নজনা-নুবুজা কোনো কথাৰ মীমাংসা কৰি লৈছোঁ । তেখেতৰ সহপাঠী বন্ধু তেজপুৰৰ শ্ৰীচন্দ্ৰনাথ শৰ্ম্মা বি-এল দেৱে ছাত্ৰজীৱনৰ বহুখিনি কথা আৰু সাধাৰণ মন্তব্য দি সহায় কৰিছে । সাংবাদিক শ্ৰীনকুলচন্দ্ৰ দাসে কিছুমান টোকা সংগ্ৰহ কৰি বহুত লিখা পঢ়া কৰি নানা ভাবে সহায়তা কৰিছে । অন্যতম সাংবাদিক শ্ৰীহেমন্তকুমাৰ গুপ্তই বহুতো অতি আৱশ্যকীয় পুৰণি কাকত দি যথেষ্ট সহায়তা কৰিছে ।

মুঠতে যিসকলৰ সক্ৰিয় সহযোগত এই কিতাপখন যুগুত কৰা সম্ভৱ হৈছে সিসকললৈ ইয়াৰ দ্বাৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। ।

সৰ্ব্বশেষত নিবেদন এই যে, যিবোৰ কৃতিত্বৰ স্তম্ভৰ ওপৰত লোকপ্ৰিয় বৰদলৈদেৱৰ জীৱন সৌধ গঢ়ি উঠিছিল সেই কৃতিত্ব সমূহৰ ভিতৰত মাত্ৰ গোটাদিয়েক কথা এই জীৱন কথাত আলোচনা কৰা হৈছে । বিজ্ঞজনে হয়তোবা আৰু কত কৃতিত্ব পৰিচায়ক সমল পাব পাৰে । সেই কৃতিত্ব বিলাকৰ প্ৰত্যেকটো বিষয় অৱলম্বন কৰি একোখনি সুকীয়া গ্ৰন্থ ৰচনাৰ অৱসৰ আছে । আমি এই পুথিৰ সঙ্গতি ৰক্ষা কৰি, সেই বিলাকৰ উল্লেখ মাথোন কৰিহে থৈছোঁ ।

শিলং }
৩ জানুৱাৰী, ১৯৫৬ }

শ্ৰীমহাদেৱ শৰ্ম্মা




# প্ৰকাশকৰ নিবেদন

লোকপ্ৰিয় বৰদলৈ কেন্দ্ৰীয় স্মৃতিৰক্ষা সমিতিয়ে আমাৰ প্ৰিয়নেতা স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱৰ সোঁৱৰণিৰ কাৰণে যি পৰিকল্পনা হাতত লৈছিল, সেই পৰিকল্পনা কিছুপৰিমাণে সাফল্যমণ্ডিত হব ধৰিছে। গুৱাহাটীত তেখেতৰ নামত যি যক্ষ্মা চিকিৎসালয় স্থাপন হৈছে, মানৱ সেৱাৰ বাহক স্বৰূপে ই যোগ্য স্মৃতি হব বুলি আশা কৰা হৈছে। সুখৰ বিষয়, লোকপ্ৰিয় বৰদলৈৰ পৰলোক ঘটাৰ পিচতেই কেন্দ্ৰীয় স্মৃতি ৰক্ষা সমিতিয়ে ৰাইজলৈ চাঁদা বিচাৰি যি গোহাৰি দিছিল, তাত ধনী, দুখীয়া, জনজাতি, ভৈয়ামবাসী, জাতি-ধৰ্ম্ম নিৰ্বিশেষে সকলোৱে নিজৰ সামৰ্থ্য অনুসৰি সহযোগ আগবঢ়াইছিল। আমি যাৰ ওচৰলৈ লোকপ্ৰিয়ৰ স্মৃতি-ৰক্ষাৰ অৰ্থে সাহায্য বিচাৰি গৈছিলো, তেওঁলোকে আমাক বিমুখ তো কৰা নাছিলেই, বৰং সকলোৱে আমাৰ প্ৰচেষ্টাত উৎসাহ দিছিল। এই উৎসাহৰ বলতেই আজি "লোকপ্ৰিয় বৰদলৈ যক্ষ্মা চিকিৎসালয় আৰু চেনিটাৰিয়াম" স্থাপন কৰিবলৈ সম্ভৱপৰ হৈছে। ৰাইজৰ পৰা সংগ্ৰহ কৰা পুঁজিৰ লগতে কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে অনুদান দিয়াত স্মৃতি-ৰক্ষা পৰিকল্পনাৰ কাৰ্য্য কিছু পৰিমাণে সহজ হৈ উঠিছে।

কেন্দ্ৰীয় স্মৃতি ৰক্ষা সমিতিয়ে যক্ষ্মা চিকিৎসালয় স্থাপন কৰাৰ উপৰিও লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ জীৱনী এখন সংকলন কৰিবলৈ সিদ্ধান্ত লৈছিল। জীৱনীখন লিখিবলৈ সকলোৰে পৰিচিত শ্ৰীমহাদেৱ শৰ্ম্মা ডাঙৰীয়াৰ ওপৰত স্মৃতি-ৰক্ষা সমিতিয়ে ভাৰ অৰ্পণ কৰে। উল্লেখযোগ্য যে, যি সময়ত লোকপ্ৰিয় বৰদলৈ অসমৰ নেতৃত্ব লৈছিল, সেই সময়চো আমাৰ ৰাজ্যৰ কাৰণে বৰ গুৰুত্বপূৰ্ণ কাল আছিল। এক হিচাপে বৰদলৈদেৱৰ নেতৃত্বৰ কালছোৱাক বৰ্ত্তমান অসমৰ বুৰঞ্জী বুলিও কব পাৰি। সেই কাৰণে তেখেতৰ জীৱনী এখনৰ যোগেদি কেৱল তেখেতৰ ব্যক্তিগত কাৰ্য্যাৱলীকেই ৰাইজৰ আগত ডাঙি ধৰা হোৱা নাই; লগতে অসমৰ ৰাজনৈতিক জীৱনৰো কিছু আভাস দিয়া হৈছে। জীৱনীখনৰ লিখক শ্ৰীশৰ্ম্মাই যথা সম্ভৱ লোকপ্ৰিয়ৰ বিভিন্ন কাৰ্য্যাৱলী ইয়াত অঙ্কিত কৰিবলৈ চেষ্টা কৰিছে। ইয়াৰ যোগেদি আমাৰ উঠি অহা যুৱক বৃন্দই কিছু প্ৰেৰণা পালে, লোকপ্ৰিয় স্মৃতি-ৰক্ষাৰ উদ্যোক্তাসকলৰ প্ৰচেষ্টা সাৰ্থক হৈছে বুলি ধৰি লোৱা হব।

নতুনকৈ স্থাপিত "লোকপ্ৰিয় বৰদলৈ স্মৃতি-ৰক্ষা যক্ষ্মা হাস্পাতাল আৰু চেনিটাৰিয়াম" আৰু "লোকপ্ৰিয় বৰদলৈৰ জীৱনী"ৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয়ৰ চিনেট হলটো

বৰদলৈৰ নামত সাজিবলৈ বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক স্মৃতি-ৰক্ষা সমিতিৰ তৰফৰ পৰা অনুৰোধ জনোৱা হৈছে। ইয়াৰ কাৰণে বিশ্ববিদ্যালয়লৈ স্মৃতি-ৰক্ষা পুঁজিৰ পৰা ত্রিশ হেজাৰ টকা আচুতীয়াকৈ ৰখা হৈছে। আমাৰ বোধেৰে লোকপ্রিয় বৰদলৈৰ স্মৃতি-ৰক্ষাৰ পৰিকল্পনাই চিনেট হলটো স্থাপন হলে আৰু এখোজ আগবাঢ়িব।

লোকপ্রিয় বৰদলৈৰ জীৱনী সম্পৰ্কে এই গ্রন্থখন ৰাইজলৈ আগবঢ়োৱাৰ লগতে যিসকল সহৃদয় লোকে স্মৃতি-ৰক্ষা পুঁজিলৈ হাত জোকাৰিছিল, তেওঁলোকলৈ সমিতিৰ পক্ষৰ পৰা কৃতজ্ঞতা জনালোঁ।

শ্রীমহেন্দ্রমোহন চৌধুৰী
সম্পাদক,
লোকপ্রিয় বৰদলৈ স্মৃতি-ৰক্ষা
কেন্দ্রীয় সমিতি।

গুৱাহাটী,
৩ জানুৱাৰী ১৯৫৬ চন

# সূচী-পত্ৰ

# লোকপ্ৰিয় গোপীনাথ বৰদলৈ

---

## জন্ম আৰু ল'ৰা কাল

অখণ্ড ভাৰত কালৰ গতিত খণ্ড বিখণ্ডিত হ'ল। কালৰ গতিত বা ঘটনাৰ সোঁতত পৰি বৃহৎ কামৰূপ প্ৰদেশ বৰ্ত্তমানে নামটো একেবাৰে লুপ্ত নহৈ এখন জিলাত সীমাবদ্ধ হৈছে আৰু বাকী কিযদাংশৰ নাম সলনি হৈ অসম ৰাজ্য আখ্যা পাইছে। বুৰঞ্জীৰ পৰা জনা যায় যে অখণ্ড ভাৰতীয় যুগত স্বাধীন অসম-ৰজাৰ দিনত ৰাজ-কাৰ্য্যৰ সু-পৰিচালনাৰ কাৰণে আন ৰাজ্যৰ পৰা প্ৰয়োজনীয় বিদ্বান বা গুণী পুৰুষ সকলক অনাইছিল। তেতিয়াৰ দিনত আজিৰ দৰে সঙ্কীৰ্ণ প্ৰাদেশিকতাবোধ নাছিল। মনৰ উদাৰতা তেতিয়াৰ দিনত বৰ বেছি আছিল আৰু সেইদৰেই ৰজাই কোনো লোকক প্ৰতিষ্ঠা কৰিলেও সৰ্ব্বসাধাৰণৰ পৰাও সিবিলাকে সমাদৰ পাইছিল। সেই গুণবান লোকসকলৰ দ্বাৰা গোটেই দেশবাসী উপকৃত হৈছিল। অকল আমাৰ দেশৰ ইতিহাসেহে এনে সাক্ষী দিয়ে তেনে নহয়। পৃথিবীৰ সকলো দেশতে এই নিয়ম আৰু বিধান চলিত আছিল। মুঠতে বিদ্বানৰ অৰ্থাৎ গুণীৰ কৰ্ম্মপৰিসৰ সৰ্ব্বত্ৰ—এখন দেশত নিবদ্ধ নাথাকে। গুণৰ সমাদৰ কৰি নিজৰ সম্পদ বঢ়োৱা বুদ্ধিমানৰ কাম মে লাজ পাবৰ কথা। গুণীৰ সমাদৰত দেশ কালৰ ব্যৱধান ৰাখিলে তাক উন্নত বা সভ্য জাতিয়েই বুলিব নোৱাৰি। সেই কাৰণে আমাৰ দেশৰ আগৰ দিনৰ ৰাজ-পুৰুষসকলে প্ৰয়োজন মতে দেশৰ যাবতীয় সমৃদ্ধিৰ কাৰণে কি পাৰ্থিব, কি জ্ঞান লাভৰ কাৰণে, আন আন দেশৰ পৰা যোগ্য লোকসকলক অনা অস্বাভাৱিক নহয়। আৰু দেখা যায় যে প্ৰাদেশিক মনোবৃত্তি নথকাত তেনে লোকসকলে সেই সেই দেশতো নিজৰ বুলি ধৰি তাৰ লগতে লীন বা জীণ গৈছিল—আজিৰ দৰে বহুক্ষেত্ৰতে অজীণ পাতকী ভাৱ নাছিল।

বিবাদ পুৰণিকলীয়া কথা হলেও জাঁতি-গুৰিৰ বিষয়ে আলোচনা কৰাটো স্বাভাৱিক কথা। বুঢ়ালোকৰ বচন এটাও আছে : "একে গছৰ পাণ; সি কি হব

আন ।" গতিকে পৰিচয় ভালদৰে পাবলৈকে যে এইদৰে খবৰ কৰা হয় তাত সন্দেহ নাই।

দৈবজ্ঞ সন্দিপীকাত আছে : "অসমৰ সৰহ সংখ্যক দৈবজ্ঞ ব্ৰাহ্মণ পৰিয়াল বুৰঞ্জীৰ অতীত কালৰে পৰা প্ৰথম আৰ্য্যবসতিৰ লগে লগে কামৰূপত বাস কৰি আছে। প্ৰাগজ্যোতিষপুৰ, নৱগ্ৰহৰ মঠ-মন্দিৰ, প্ৰাথমিক হিন্দু জ্যোতিষ আদিৰ লগত অসমৰ দৈবজ্ঞ ব্ৰাহ্মণসকলৰ অবিচ্ছেদ্য সম্বন্ধ আৰু সেই প্ৰতিষ্ঠান সমূহৰ সমানেই অসমৰ দৈবজ্ঞ ব্ৰাহ্মণসকলৰ বসতিও প্ৰাচীন। ভিন্ ভিন্ সময়ত ভিন্ ভিন্ ইন্দ্ৰবংশী আৰু শিৱবংশী ৰজাসকলৰ ৰাজত্বত কিছুমান দৈবজ্ঞ ব্ৰাহ্মণ পৰিয়াল অসমলৈ আহি পূৰ্ব্বোক্ত দৈবজ্ঞ ব্ৰাহ্মণসকলৰ লগত বৈবাহিক সম্বন্ধ আদি কৰি অসমত বসতি কৰে। প্ৰকৃতপক্ষে প্ৰাচীন কামৰূপত আৰ্য্য সভ্যতা প্ৰতিষ্ঠাৰ লগে লগে কামৰূপীয় দৈবজ্ঞ ব্ৰাহ্মণসকলৰ প্ৰতিষ্ঠা। সিবিলাকৰ পাণ্ডিত্য, বুদ্ধিমত্তা আৰু শৌৰ্য্য-বীৰ্য্যৰ বলত ৰজাঘৰীয়া মান-মৰ্য্যাদা লাভ কৰিছিল। কেতবোৰ প্ৰাচীন বুৰঞ্জীৰ মতে আৰু বহুতো দৈবজ্ঞ ব্ৰাহ্মণ পৰিয়ালৰ কুলপঞ্জী বিলাকৰ পৰা এইটো প্ৰমাণিত হৈছে যে ঔপনিবেশিক দৈবজ্ঞ ব্ৰাহ্মণসকলৰ ভিতৰত প্ৰথমতে বাৰ ঘৰ আৰু তাৰ পিছত চৌব্বিছ ঘৰ পৰিয়াল ভিন্ ভিন্ সময়ত অসমলৈ আহে।

আমাৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ পূৰ্ব্ব পুৰুষসকল উজীৰ বৰদলৈ বংশ বুলি জনাজাত আছিল আৰু ইবিলাক হল চন্দ্ৰকান্তৰ ঠালৰ। এওঁলোকৰ আদি পুৰুষ ধৰ্ম্মাঙ্গদ ত্ৰিবেদী ১৫৩৯ শকত অসমলৈ আহে। তেখেত আহিছিল পোনতে তীৰ্থ কৰিবলৈ কামাখ্যালৈ। ইয়াৰ মনোৰম দৃশ্য দেখি তেখেত বৰ আকৃষ্ট হল আৰু ইয়াতে এখন চতুষ্পাঠী খুলি অধ্যাপনা আৰম্ভ কৰিলে। তেখেত অকল ব্যাকৰণ আৰু জ্যোতিষ শাস্ত্ৰতে পণ্ডিত নাছিল; যোগবিদ্যাতো বৰ পাৰ্গত আছিল। তেতিয়াৰ দিনৰ ৰজাই গুণত মুগ্ধ হৈ তেখেতক উজীৰ উপাধি দিয়ে আৰু পিছলৈ আন উপযুক্ত লোককো উচ্চ বিষয়াৰূপে নিযুক্ত কৰে।

এখেতৰ লৰা হৰিকানাই। এখেতৰ উপাধি আছিল জ্যোতিৰ্ভূষণ আৰু উজীৰ বৰদলৈ। এখেতৰ কাৰ্য্যকাল ১৫৯২ শক। এখেতে ৰজাক ৰাজকাৰ্য্য পৰিচালনাত সহায় কৰিছিল, উপদেশ আদিৰে অৱশ্যে জ্যোতিষ বিষয়ক কথাৰ উপদেশেই প্ৰধান আছিল। এই হৰিকানাইৰ লৰা নৰহৰি; নৰহৰিৰ লৰা তুলাহৰি আৰু কন্যা কৈকেয়ী দেৱী। এই কৈকেয়ী দেৱীৰে নাতি অসমৰ বিখ্যাত সাহিত্যিক আৰু ঔপন্যাসিক স্বৰ্গীয় ৰজনী কান্ত বৰদলৈ। তুলাহৰিৰ লৰা চন্দ্ৰকান্ত। চন্দ্ৰকান্ত আছিল আইনজীৱি। চন্দ্ৰকান্তৰ দুটি লৰা—প্ৰথম লক্ষ্মীকান্ত; এওঁ মৌজাদাৰ আছিল। দ্বিতীয়জন বুদ্ধেশ্বৰ বৰদলৈ; এওঁ আছিল ডাক্তৰ। এই বুদ্ধেশ্বৰ বৰদলৈৰ মাজু সন্তান আছিল আমাৰ স্বৰ্গীয় গোপীনাথ বৰদলৈ। বংশাৱলী খনৰ আৱশ্যকীয় অংশ পূৰ্ব্বপুৰুষৰ কথাখিনি সহজে বুজিবৰ কাৰণে দিয়া হল :

ধৰ্ম্মাঙ্গদ ত্ৰিবেদী ( ১৫৩৯ শঁক )

হৰিকানাই জ্যোতিভূ্ষণ উজীৰ বৰদলৈ ( ১৫৯২ শঁক )

নৰহৰি

তুৰাহৰি




বৰদলৈ দেৱৰ পিতাকৰ নাম আছিল ৺বুদ্ধেশ্বৰ বৰদলৈ। তেখেত এল, এম, পি পাছ কৰি ডাক্তৰ হৈছিল। তেতিয়াৰ দিনত ইংৰাজী পঢ়াই দায় আছিল; ডাক্তৰী পঢ়িলেতো জাত নাথাকেই। তেখেতৰ সেই দিনৰ সমাজৰ নিকপকপীয়া মনোভাব এৰি, তালৈ ভয় নকৰি জাত যোৱা ডাক্তৰী শিক্ষা লবলৈ যাবৰ বাবে কম মনোবল নালাগিছিল। বৰদলৈৰ পিতাকৰ সেইখিনি মনোবল আছিল। তেখেত বৰ সৰল প্ৰকৃতিৰ মানুহ আছিল আৰু সকলোকে সমানে ভাল পাইছিল। ডাক্তৰ হিচাপেও ভাল ডাক্তৰ বুলিযেই খ্যাতি আছিল। আৰু জনা যায় লোক পৰম্পৰা যে দুখীয়া মানুহৰ দৰ্শনী নোলোৱাকৈযে চিকিৎসা কৰিছিল।

বৰদলৈ দেৱৰ মাকৰ নাম আছিল ৺প্ৰাণেশ্বৰী দেৱী। সিবিলাকৰ ঘৰ উত্তৰ গুৱাহাটীৰ ৰাজদুৱাৰ মধ্য খণ্ডত। তেখেতৰ নাম আছিল ৺ ভূমিকান্ত বৰদলৈ আৰু মাতৃ বিবিকা দেৱী; এখেত এতিয়াও জীৱিত আছে। এই ৺প্ৰাণেশ্বৰী দেৱী উত্তৰ গুৱাহাটীৰ ডাক্তৰ শ্ৰীযুত দেবেন্দ্ৰনাথ চাংকাকতিৰ জেঠায়েক। এখেত আজি কালিৰ দৰে শিক্ষিতা নাছিল; কিন্তু কথাই কামে বৰ ধীৰ, স্থিৰ আৰু শান্ত স্বভাৱৰ আছিল। ঘৰুৱা কাম-কাজতো বৰ দক্ষ আৰু পটু আছিল। কোনো কামতে এলাহ নকৰিছিল আৰু দীন দুখীয়াক বৰ সহায় কৰিছিল।

চাকৰিয়াল হিচাবে পিতাক নগাঁও জিলাৰ ৰহাত থাকোঁতেই আমাৰ লোকপ্ৰিয় বৰদলৈৰ জন্ম হয়। ১৮১২ শঁক ২৬ জেঠ ৰবিবাৰে ( ইংৰাজী ১৮৯০ চনত )। তেখেতৰ জন্মৰ পৰা ৭, বছৰ বয়সলৈকে ৰহাত থাকে আৰু তাতে বিদ্যাৰম্ভ কৰে। সৰুৰে পৰা তেখেতৰ স্বভাৱ বৰ শান্ত আছিল। আন সৰু লৰা-ছোৱালীৰ দৰে চঞ্চল নাছিল। সৰুকালৰ স্বভাৱ সুলভ লৰালি চিঞৰ বাখৰ বা বিহকে পাই তাকে বকি আৰু কৈ নুফুৰিছিল। উমলিবলৈ লগ বিচাৰিছিল কিন্তু উৎপাত কৰিবলৈ নহয়।

বৰদলৈদেৱৰ ৭ বছৰ বয়স হওঁতেই দেউতাক মঙ্গলদৈ মহকুমালৈ বদলি হয়। তেতিয়াৰ দিনত মঙ্গলদৈলৈ যাবলৈ বৰ অসুবিধা আছিল। গুৱাহাটীৰ পৰা খাৰুপেটীয়া ঘাটলৈ জাহাজেৰে যাব পাৰি যদিও তেতিয়াৰ দিনত জাহাজ অহা যোৱাৰ একো লাগ-বান্ধ নাছিল। গতিকে গোটেই পৰিয়ালেই নাৱেঁৰে উজাই যাবলৈ থিৰ কৰিলে। সেই মতেই তেওঁলোক গ'ল আৰু নাওত সাত দিন যাব লগাত পৰিছিল। এই কেই দিনতে শিশু বৰদলৈয়ে নাওতে মহাভাৰতখন পঢ়ি শেষ কৰিছিল। তেতিয়াই পঢ়া মহাভাৰতৰ কথা সৌ সিদিনালৈকে নুমলীয়া জীয়েক-পুতেক "লিলি" আৰু "ভাইটিক" অৱসৰ সময়ত সাধু কথাৰ দৰে কৈছিল। ইয়াৰ দ্বাৰাই বুজা যায় তেখেতৰ স্মৰণ শক্তি কিমান আছিল আৰু নতুন কথা শিকিবলৈ তেখেতৰ কিমান আগ্ৰহ আছিল। সাধাৰণ লৰা ছোৱালীয়ে নাওত যাওঁতে পঢ়াতকৈ আন ধেমালিতহে বেছি মন দিলে-হেঁতেন। পঢ়াত বাপ বৰদলৈৰ সদায় সমানে শেষ দিনলৈকে আছিল। ১৮৯৭ চনৰ যি বৰ ভুঁইকঁপ হৈছিল সেই সময়ত তেখেত আছিল মঙ্গলদৈত। ভুঁইকপ হোৱাৰ ঘটনাবোৰ তেখেতৰ মনত সদায় স্পষ্ট ভাবে আছিল আৰু সেইবোৰ সাধু কথাৰ দৰে ঘৰত মাজে সময়ে কোৱা-মেলা কৰিছিল।

দুবছৰমানৰ ভিতৰতে দেউতাকক মঙ্গলদৈৰ পৰা বৰপেটালৈ বদলি কৰে। দেউতাকৰ লগতে তেখেতো বৰপেটালৈ যায় আৰু সেইখিনি পোৱাৰ এবছৰৰ ভিতৰতে মাতৃ বিয়োগ ঘটে। তেতিয়া তেখেতৰ বয়স মাথোন বাৰ বছৰ। ইমান সৰুতে মাতৃবিয়োগ নিশ্চয় বৰ দুখৰ কথা। কিন্তু তেখেতৰ ভাগ্য ভাল আছিল যে তেখেতৰ জেঠাইয়েকেই মাতৃ-স্বৰূপা হ'ল। লোকপ্ৰিয়ৰ বাইদেৱেক শ্ৰীযুতা শশীকলা দেবীক বিয়া দিছিল উত্তৰ গুৱাহাটীৰ শ্ৰীবৈকুণ্ঠ চাংকাকতিলৈ। কিন্তু বৰ বেজাৰৰ কথা যে এটি লৰাৰ মাক হওঁতেই ১৬ বছৰ বয়সত বায়েক বিধবা হয় আৰু দেউতাকে তেতিয়াই নিজৰ ঘৰলৈ অনাই লগতে ৰাখিলে। এইবাবেই মাতৃবিয়োগ হোৱাৰ লগে লগে তেখেতৰ গাতে গোটেই ঘৰখনৰ দায়িত্ব পৰিল। সেই দায়িত্ব তেখেতে অকাতৰে গ্ৰহণ কৰি ললে। কিন্তু ভাগ্য বিড়ম্বনাত অলপ দিনৰ পিছতে অৰ্থাৎ প্ৰায় দুবছৰৰ পিছতে তেখেতৰ কোলাৰ সেই একমাত্ৰ লৰাটিও চুকাল। বিধবাৰ হিয়া একেবাৰে সুদা হল। কিন্তু কৰ্ত্তব্য ললে মাউৰা ভাই কেইজনক পালন কৰাত। জীৱনকালত পিচলৈ বৰদলৈদেৱ যেতিয়াই বৰপেটালৈ গৈছিল তেতিয়াই তেখেতৰ মাতৃৰ শ্মশান ভূমিত এটি সেৱা জনাই আহিছিল। এইটোৱে তেওঁৰ অগাধ মাতৃ-ভক্তিৰ চিনাকি দিছিল।

বৰদলৈ দেৱৰ ভাইভনী কেইবাগৰাকীও হৈছিল আৰু ককাইদেৱেক আছিল এজন। তেওঁলোকৰ ভিতৰত জীৱিত আছিল মুঠতে চাৰিজন। তেখেততকৈ ডাঙৰ জনৰ নাম আছিল ইন্দ্ৰেশ্বৰ বৰদলৈ। তেখেত চুকাল, গতিকে বৰদলৈ দেৱক ঘৰত 'মাজু' বুলি মাতিছিল। তেতিয়া সিবিলাকৰ ঘৰ উজান বজাৰৰ ওঁচৰৰ শিলপুখুৰী পাৰ অঞ্চলত আছিল।

লৰাকালৰ পৰা বৰদলৈদেৱ বৰ শান্ত প্ৰকৃতিৰ আছিল। কাৰো লগত বেছি কথা

বাৰ্ত্তা পাতি ভাল নেপাইছিল। লাগতিয়াল কথাৰ বাহিৰে কাৰো আগত কোনো কথা নকৈছিল। কিন্তু আনফালে দেখা গৈছিল যে সভাসমিতি পাতি তাত যোগ দি বৰ ভল পাইছিল। সেইসময়ত ছাত্ৰৰ ভিতৰত সাহিত্য চৰ্চা কৰাৰ উদ্দেশ্যে সাহিত্য চ'ৰা (Literary Club) পাতিছিল। তেখেতে এনে অনুষ্ঠান পাতি কেনেকৈ তাক ভাল কৰিব আৰু ভালদৰে পৰিচালনা কৰিব পাৰি সেই বিষয়ে সৰুকালৰে পৰা চিন্তা কৰিছিল। তেখেতে সৰু লৰাৰ লগত উমলি বৰ ভাল পাইছিল আৰু সদায় সিহঁতৰ নেতাস্বৰূপ আছিল। তেখেতে যাক যিমতে যি কাম কৰিবলৈ আদেশ দিছিল তাক সকলোৱে সেইমতে পালন কৰিছিল। বয়স ভাটীতো তেখেতে সৰু লৰা ছোৱালীৰ লগত উমলি বা কথা পাতি আনন্দ পাইছিল।

লৰাকালৰ পৰা অকল যে তেওঁৰ পঢ়া শুনাতহে মন আছিল এনে নহয় আন আন বিষয়তো বৰ ৰাপ আছিল। খেল-ধেমালি তেখেতৰ বৰ প্ৰিয় আছিল আৰু সাতোঁৰা নাও চলোৱা আদিতো তেখেত বৰ পাকৈত আছিল। মাছ ধৰাত তেখেতক কোনেও চেৰ পেলাব নোৱাৰিছিল। যি কোনো প্ৰকাৰ সৎপ্ৰচেষ্টাতে তেখেত সদায় আগৰণুৱা আছিল আৰু তেতিয়াৰ পৰাই তেখেতৰ এটা শক্তি দেখা গৈছিল যে তেখেতে যাক যি কাম কৰিবলৈ পাচি দিয়ে সেইকাম কৰিবলৈ কোনেও আপত্তি কৰিব নোৱাৰে আৰু দ্বিৰুক্তি নকৰাকৈ পালন কৰে। তেখেতে কোনো বিষয়ত কিবা অভিমত প্ৰকাশ কৰিলে তাক কোনেও খণ্ডন কৰিবলৈ সাহ নকৰিছিল।

# ছাত্ৰ জীৱনৰ আগছোৱা

বৰপেটাত মাতৃবিয়োগৰ পিচত বৰদলৈদেৱক গুৱাহাটীলৈ পঠাব লগা হল আৰু কটন কলেজিয়েট উচ্চ ইংৰাজী স্কুলত নাম লগাই দিলে। সৰুতে তেখেত ৰুগীয়া আছিল। ঘনাই জ্বৰ আৰু গ্ৰহণী আদি ৰোগত ভুগিছিল। সেই কাৰণে তেখেতে নবম মান শ্ৰেণীলৈকে পঢ়াত বিশেষ কৃতকাৰ্য্যতা দেখুৱাব পৰা নাছিল। তথাপি শ্ৰেণীত ভাল নবাৰ শাৰীতে পৰিছিল আৰু শ্ৰেণীৰ লেখত পৰা ছাত্ৰৰ স্থানৰ ভিতৰতে আছিল।

তেতিয়াৰ দিনত স্কুলত সামৰিক কছৰৎ শিকাইছিল কিন্তু সি বাধ্যতামুলক নাছিল। আন খেলাও এতিয়াৰ দৰে "গেম ফণ্ড" বুলি প্ৰায় ধৰা বন্ধা নিয়মতে ফুটবল আদি খেলৰ প্ৰচলন নাছিল। খেলা কথাটো সকলো ছাত্ৰৰ ইচ্ছাধীন আছিল। তথাপি এইবোৰত বৰদলৈদেৱ আগৰণুৱা হৈ খেলত নাম কৰিছিল আৰু সকলোতে এজন ভাল খেলুৱৈ নাম পাইছিল। তেতিয়াৰ দিনতো মাজে সময়ে "জিমখানা" (বেলেগ ৰকমৰ প্ৰতিযোগিতামুলক খেল) অনুষ্ঠিত হৈছিল আৰু সি ছাত্ৰসকলৰ ভিতৰতে আবদ্ধ আছিল। মুঠতে ড্ৰিল শিকা বা আন প্ৰকাৰৰ খেল ধেমালিত বৰ-দলৈদেৱ সদায় তৎপৰ আছিল আৰু তাত আগ্ৰহ থকা বাবে ভাল খেলুৱৈ বুলি নাম পাইছিল।

স্কুলত চিত্ৰাঙ্কণ শিক্ষা তেতিয়াৰ দিনত ইচ্ছাধীন বিষয় আছিল। বৰদলৈদেৱে নিজ ইচ্ছাৰে এই বিষয় শিকিছিল। প্ৰবেশিকা পৰীক্ষাত এই বিষয়ত তেখেত বিশেষ যোগ্যতাৰে উত্তীৰ্ণ হৈছিল। গান-বাজনা শিকাতো তেতিয়াৰ দিনত বহুতো অভিভাবকে পচন্দ নকৰিছিল—কাৰণ বহুতৰ ধাৰণা আছিল যে সি যেন মানুহৰ নৈতিক অৱনতিহে ঘটায়। এনে অস্বাভাৱিক ধাৰণানো মানুহে কিয় সেই সময়ত কৰিছিল ভাবিলে ইযাকে পোৱা যাব যে তেতিয়াৰ দিনত আমাৰ সমাজত কেতিয়াবা ৰাজহুৱা কোনো উছৱ আদি হলে বা পূজাই পাৰ্ব্বনে ডেৰগঞা ছোৱালীৰ নাচ আৰু গান কৰাইছিল। সেইটোৱেই তেতিয়াৰ দিনত অন্ততঃ চৌখিন আৰু শিক্ষিত ধনী সমাজত প্ৰচলিত আছিল। থিয়েটাৰেও এতিয়াৰ দৰে সেই কালত শিপাব পৰা নাছিল। গতিকে সাধাৰণতঃ তেতিয়াৰ দিনত মানুহে গানৰ এই সাৰ্থকতাকে বুলি ধৰি লোৱাত কিছু লোক যে ইয়াৰ বিৰোধী হব সেইটো স্বাভাৱিক। তথাপি সৰু কালৰে পৰা গান বাজনাত বৰদলৈৰ বৰ ধাউতি আছিল। নিজৰ বুদ্ধিৰেই জনা মানুহৰ ওচৰলৈ গৈ গান বাজনা শিকিছিল; উদাৰ মনৰ দেউতাকইতেও কোনো হকা-বধা কৰা নাছিল। শেষলৈ বৰদলৈদেৱ এজন ভাল গায়ক হব পাৰিছিল আৰু নিজ বন্ধু-বান্ধৱৰ মহলত সেই গান গাই আনন্দ দিব পাৰিছিল। লিখা বাহুল্য-বিয়াল্লিছৰ আন্দোলনত যোৰহাট জেলত থাকোঁতেও সহবন্দীসকলে তেখেতৰ পৰা সুললিতকৈ গোৱা বৰগীত শুনিবলৈ পাইছিল।

উত্তৰ কালত দেখা পাওঁ এই বৰদলৈদেৱেই গধুলি হলে সৰু সৰু লৰা ছোৱালী বোৰ ( নিজৰ পৰিয়াল আৰু ওচৰ চুবুৰীয়াবো ) গোটাই লৈ আৱকালি চোতালত বহি গোঁসাই নাম শিকাইছিল অৰ্থাৎ ভাল ভাল নাম গাবলৈ উছাহ দিছিল। নিজৰ পৰিয়ালৰ লৰা ছোৱালী গধুলি হলে গোঁসাই ঘৰলৈ গৈ নাম লবলৈ নিয়ম কৰিয়েই দিছিল। কেতিয়াবা ভিতৰত বহি নিজেই অৰ্গেনটো বজাই গান শিকাইছিল। তেওঁখেতৰ কিছুমান বৰ প্ৰিয় গান আৰু বৰগীত আছিল। তাৰে গোটাদিয়েক ইয়াত উল্লেখ কৰিলোঁ। "চন্দন চৰ্চ্চিত নীল কলেবৰ পীত বসন বনমালী" এইটো তেওঁখেতৰ আটাইতকৈ প্ৰিয় গীত আছিল। প্ৰায়েই বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ "তোমাৰ অসীমে মন প্ৰাণ লয়ে" বা "পাদ প্ৰান্তে ৰাখ সেবকে' নাইবা "তোমাৰি গৃহে পালিত স্নেহে তুমিই ধন্য ধন্য হে" আৰু "হে জগত্ৰাতা বিশ্ব বিধাতা, হে সুখ শান্তি নিকেতনহে" ইত্যাদি গান বৰ ভাল পাইছিল আৰু প্ৰায়েই গাইছিল। সেইদৰে বৰগীতৰ ভিতৰত "যদুমণি ঐ ৰাম অধমে তোমাৰ নাম ডাকে" বা "মোকে দেখিও না কেনে ওহে জগন্নাথ মই বৰ পাপেৰ পাপী" কেতিয়াবা আকৌ "অই দেখ, সুন্দৰ কানু" অথবা "তেজৰে কমলা পতি পৰভাত নিন্দ' বা "উঠ উঠ বাপু গোপাল হে নিশি পৰভাত ভৈল' —প্ৰভৃতিয়েই তেখেতৰ বৰ প্ৰিয় গীত আছিল। মুঠতে সকলো অৱস্থাতে আৰু সকলো সময়তে তেখেতে গান ভাল পাইছিল আৰু চৰ্চ্চা কৰিছিল। ফল স্বৰূপে তেখেতে মুখ্যমন্ত্ৰী হৈ যেতিয়া শিক্ষাবিভাগৰো দায়িত্ব লৈছিল তেতিয়া সঙ্গীত শিক্ষাৰ বাবে বছৰি দুটা ৬০ টকীয়া বৃত্তি দিবৰ বিধান কৰিছিল আৰু লক্ষ্ণৌৰ বিখ্যাত মৰিচ মিউজিক কলেজলৈ ছাত্ৰ পঠাইছিল। সেই বিধান এতিয়াও চলি থকাত আমাৰ প্ৰদেশৰ লৰাই সঙ্গীত বিদ্যাৰ চৰ্চ্চাৰ সুবিধা পাইছে। সঙ্গীত বিদ্যাত নিজৰ ৰাপ থকাৰ কাৰণেই তেখেতে এই বিধান কৰিছিল আৰু সুখৰ বিষয় আজিও সি বলবৎ হৈ আছে ।

এইটোও উল্লেখ কৰিব লাগিব যে তেখেত অকল গায়কেই নহয় এজন বাদকো আছিল। কেইবাবিধো বাদ্য তেখেতে বজাবলৈ শিকিছিল। এই দুয়োটা গুণ থকাত তেখেতে তেতিয়াৰ দিনৰ অবৈতনিক থিয়েটাৰ পাৰ্টিলৈ সদায় নিমন্ত্ৰণ পাইছিল। তেখেত এজন ভাল ভাৱৰীয়াও আছিল, তাও দিয়াতো তেখেতক কোনেও বেয়া বুলিব নোৱাৰিছিল। ভাৱৰীয়া সকলক সজাই-পৰাই দিয়াটোও এটা কম কাম নহয়। আগৰ দিনত খনিকৰৰ হে এই কাম আছিল। সেই হিচাবে তেখেত এজন খনিকৰ।

খেলাধুলাতো বৰদলৈদেৱৰ বৰ ৰাপ আছিল। অকল ফুটবল, বেটবল, টেনিছ, বেড-মিনটনতে যে ৰাপ আছিল তেনে নহয় আমাৰ দেশৰ স্থানীয় খেলা বিলাকতো তেখেতৰ বৰ ৰাপ দেখা গৈছিল। সিদিনালৈকে কণ কণ লৰা-ছোৱালীৰ লগত তেখেতে লুকা-ভাকু, হুদু-গুদু, ধোপ এইবোৰ খেলিছিল। তেখেতে বেটবল খেলাহে বেছি পচন্দ কৰিছিল আৰু তাত ভাল খেলুৱৈও আছিল। ফুটবল তিমান

ভাল নাপাইছিল। এইদৰে দেখা যায় তেখেতে পঢ়াশুনা, খেল-ধেমালি, চিত্ৰাঙ্কণ, সঙ্গীত-বিদ্যা, ভাৱৰীয়া, খনিকৰ ইত্যাদি সকলোতে পাৰদৰ্শীতা দেখুৱাব পাৰিছিল।

তেখেতৰ স্বভাৱ আছিল শান্ত আৰু ধীৰ। তেখেতে ছাত্ৰাৱস্থাত কেতিয়াও চঞ্চলতা প্ৰকাশ কৰা নাছিল। ইয়াৰ বাবে স্কুলত সকলো শিক্ষকে বৰ ভাল পাইছিল। প্ৰধান শিক্ষকে বহু সময়ত ভৱিষ্যবাণী কৰি কৈছিল—"ভৱিষ্যতে এওঁ এজন ডাঙৰ মানুহ হব।" সেই সময়ৰ শিক্ষা গুৰুৰ ভৱিষ্যৱাণী কালত আশীৰ্ব্বাদ স্বৰূপেই ফলিয়ালে অ.ৰু ৰাজনৈতিক লোক হিচাবে প্ৰাদেশিক আৰু এজন ভাৰতীয় নেতাৰূপে পৰিণত হলগৈ। তেখেতৰ সৌভাগ্যৰ গুণত নেতা হৈ থাকোঁতেই প্ৰাণ এৰিলে আৰু তেখেতৰ নেতৃত্বত অসম খনে নতুন গঢ় ললে।

বৰদলৈদেৱ ছাত্ৰাৱস্থাৰ পৰাই সকলো কাম কৰা অভ্যাস আছিল। সেই নিয়মৰে বশবৰ্ত্তী হৈ তেতিয়াৰ পৰাই নিজৰ দৈনিক কামৰ টোকা লিখি থবলৈ অভ্যাস কৰিছিল। পৰবৰ্ত্তী কালত সেই সৰু অভ্যাসৰ বলত পোৱা "ডায়েৰী" বিলাক জীৱনী সংকলনত প্ৰধান সহায়ক হৈছে। তেতিয়াৰ পৰাই তেখেতে আহাৰতো নিয়মীয়া আছিল, অধিক ভোজন নকৰিছিল। আৰু সময় অতীত হলে অৰ্থাৎ অসময়ত বৰং নেখায়ে থাকিছিল—তথাপি নিয়ম ভঙ্গ কৰা নাছিল। খোৱা বিষয়ত তেখেতৰ আন এটা বিশেষত্ব আছিল যে খাবলৈ বহি তেখেতে কেতিয়াও কোনো বস্তু খুজি নাখাইছিল। উপযাচি কোনোবাই কিবা দিলেহে খাইছিল। তেওঁ অনাহক কথা পাতি সময় নষ্ট নকৰিছিল। পৰক ভাল বেয়া বুলি মিছা চৰ্চ্চা কৰাটো তেখেতে সকৰে পৰা দোষৰ কথা বুলি ভাবিছিল আৰু পৰৰ নিন্দা কৰি বা কুৎসা ৰতি সময়ৰ অপব্যৱহাৰ নকৰিছিল। বৰং আন লগৰীয়াৰ পৰা তেনে কৰা শুনিলে তেখেতে শাসন কৰিছিল। যদি কেতিয়াবা শাসনাতীত লোকৰ পৰা তেনে কথা শুনে তেতিয়া নিজে সেই ঠাইকে পৰিত্যাগ কৰিছিল; তথাপিও ভাৱ ভাগ নলৈছিল।

বহুতৰ ভিতৰত বৰদলৈদেৱৰ এই গুণবোৰ দেখি দেউতাকে সদায় তেখেতৰ ওপৰত এটা বিশ্বাস ৰাখিছিল আৰু আপোন জনৰ আগত কেতিয়াবা প্ৰকাশ কৰি কৈছিল—'জীয়াই থাকিলে ই একঠা খাব পাৰিব আৰু সুনাম ৰাখিব।' তেখেতৰ এই সৱল বিশ্বাস কালত সত্যত পৰিণত হ'ল। মানুহৰ কাম্য সুনাম সুকীৰ্ত্তি ৰাখিয়েই তেখেতে এই সংসাৰৰ হাত সাৰি গ'ল।

১৯০৭ চনত কটন কলেজিয়েট স্কুলৰ পৰা তেখেতে প্ৰৱেশিকা পৰীক্ষা দিয়ে। আগৰ দিনৰ স্কুলৰ নিয়ম অনুযায়ী ভাল ছাত্ৰক ডবল প্ৰমোচন দিয়াৰ ব্যৱস্থা নৱম মান শ্ৰেণীলৈকে আছিল। অৱশ্যে সপ্তম মানৰ পৰা নৱম মান শ্ৰেণীলৈ প্ৰমোচন দিয়াৰ সংখ্যা তাকৰ আছিল। কিন্তু তল শ্ৰেণীত তেনে নিয়ম নাছিল। বৰদলৈয়েও সৰু কালত ডবল প্ৰমোচন পোৱাৰ কাৰণে আৰু আন স্কুলত নপঢ়ি একেবাৰে হাই-স্কুলত নাম লগাই পঢ়াত ১৬ বছৰ পুৰ নোহওঁতেই তেখেতে এণ্ট্ৰেন্স পৰীক্ষা পাছ

কৰিলে। পিছলৈ কলিকতা বিশ্ববিদ্যালয়ৰ নিয়ম হল যে ১৬ বছৰৰ কম হলে লৰাই প্ৰৱেশিকা পৰীক্ষা দিব নোৱাৰে। সেই বিধানত দুই এজন কৃতী ছাত্ৰ নৱম মানত বয়স পূৰ হ'বলৈ অপেক্ষা কৰিব লগীয়াত পৰিছিল বা কোনোৱে ভৰ্ত্তি কৰোঁতেই হিচাব মতে বয়স লিখাই দিছিল, যাতে ১৬ বছৰ হবলৈ নৱম মান শ্ৰেণীত বহি থাকিব নালাগে। বৰদলৈদেৱে প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি চিত্ৰাঙ্কণত 'ষ্টাৰ' পায়। অকল পাছ কৰাই নহয়; তেখেতে যোগ্যতা অনুসাৰে এটা জলপানীও লৈ কটন কলেজত আই-এ পঢ়িবলৈ নাম লগায়।

সৰু কালৰে পৰা বিশেষতঃ ছাত্ৰাৱস্থাৰ পৰা তেখেতে সকলো বিষয়তে চাফ্‌চিকুণ আছিল। পৰিচ্ছন্নতা এটা ডাঙৰ গুণ। পৰীক্ষা পত্ৰতো পৰিচ্ছন্নতাৰ কাৰণে কিছু নম্বৰ আজি কালিও আচুতীয়াকৈ ৰখাৰ নিয়ম চলি আছে। চাফ্‌চিকুণ হৈ থাকিবলৈ খৰচ বেছি নালাগে, লাগে অভ্যাস। এই সজ অভ্যাস বৰদলৈদেৱৰ সৰু কালৰ পৰাই আছিল। আখৰ বেয়া হলেও গোটে গোটকৈ শাৰীবোৰ পোনাই অকণো কাট-কূট নকৰাকৈ আৰু চিয়াঁহীৰ টোপ নপৰাকৈ লিখিব পৰা এটা ডাঙৰ গুণ। পিন্ধণ-উৰণত সহজে পৰিস্কাৰ পৰিচ্ছন্ন হবলৈ লাগে মাথোঁ ৰুচি। ভালদৰে পিন্ধিব নাজানিলে বহু দামী পোছাকেও মানুহক নুশুৱাই কিন্তু পিন্ধিব জানিলে, পৰিপাটিকৈ লব জানিলে সাধাৰণ সাজ-পাৰতো সৌন্দৰ্য্য ফুটি উঠে। যি কোনো বিষয়তে পৰিপাটি এটা ডাঙৰ গুণ। পৰিপাটি নিয়মীয়া হ'ব পৰা গুণৰে আন এটা বিকাশ। বৰদলৈদেৱ সকলো কালৰে পৰা নিয়মীয়া হোৱাৰ উপৰিও সকলো বিষয়তে পৰিপাটি আছিল। পৰিপাটিত একেলগে দুটা গুণ সোমাই থাকে। কোনো এটা বিষয় পুংখানুপুংখৰূপে চাই অৰ্থাৎ আগ পিছ বুজি পুৰাকৈ কৰিবলৈ চেষ্টা কৰা আৰু আনটো হৈছে ভালদৰে যেই সেই কামকে আগা পিছা কৰি সুন্দৰকৈ সজাবৰ ক্ষমতা—ইংৰাজীত যাক বোলে "অৰ্ডাৰলিনেছ"। এই দুয়োটা গুণ একেটা শক্তিতে ওতঃপ্ৰোত ভাবে জড়িত হোৱা গুণৰ বিকাশৰ নাম পৰিপাটি। বৰদলৈ দেৱৰ গাত এই গুণৰ বিকাশ দেখিবলৈ পোৱা যায় আৰু তেখেতৰ প্ৰতি কাৰ্য্যকে ভালকৈ ফঁহিয়াই চালে সহজে সকলোৱে এই দুটি গুণ দেখা পাব।

বৰদলৈদেৱ গুৱাহাটী চৰকাৰী উচ্চ বিদ্যালয়ৰ এজন মেধাবী ছাত্ৰ আছিল। সেই সময়ত এই স্কুলৰ প্ৰধান শিক্ষক আছিল ৺ ৰায় চাহেব মহেন্দ্ৰনাথ দত্ত। তেওঁ এজন নামজলা হেডমাষ্টৰ আছিল বুলি এতিয়াও খ্যাতি আছে। তেওঁৰ ভালেমান কৃতী ছাত্ৰ অসমৰ বেলেগ বেলেগ ঠাইত এতিয়াও আছে। এই জন কৃতবিদ্যলোকৰ অধীনত শিক্ষা লাভ কৰি গোপীনাথে ১৯০৭ চনত সুখ্যাতিৰে প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি বৃত্তি লাভ কৰে। তেখেতৰ লগতে একে বছৰতে সেই বাবৰ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় বৰ্ত্তমান অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি, কংগ্ৰেছ কৰ্ম্মী স্বৰ্গীয় কুমুদৰাম বৰা, স্বৰ্গীয় যোগেন্দ্ৰনাথ বৰুৱা (ভূতপূৰ্ব এম-এল-এ) শ্ৰীকালীৰাম বৰ্ম্মন, স্বৰ্গীয় ডাঃ জ্যোতিষ চন্দ্ৰ দাস এম-বি। অসমৰ আন জিলাৰ

পৰা সেই বছৰ পাছ কৰে শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা বি-এল, স্বৰ্গীয় তাৰাপ্ৰসাদ চলিহা, এল-এল-বি (কেন্টাব) বাৰ-এট-এল, স্বৰ্গীয় দুৰ্গানাৰায়ণ বৰুৱা বি-এ (শিৱসাগৰ)-এওঁৰ অকালতে মৃত্যু হল, থকা হলে সকলো ক্ষেত্ৰতে এজন অগ্ৰগণী লোক হল-হেঁতেন,-স্বৰ্গীয় ভাৰতচন্দ্ৰ চলিহা বি-এ, শ্ৰীইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি-এ, বি-টি, শ্ৰীকাশীনাথ শইকীয়া বি-এ, শ্ৰীচন্দ্ৰনাথ শৰ্ম্মা বি-এল (তেজপুৰ) আৰু স্বৰ্গীয় বীৰেন্দ্ৰনাথ মহন্ত বি-এ, বি-এল (নগাওঁ)।

তেখেতৰ অন্তৰ খন বৰ কোমল আছিল আৰু স্বভাৱত আছিল সৰল। কাৰো কোনো কথা অবিশ্বাস নকৰিছিল। সৰল প্ৰকৃতিৰ মানুহৰ আকৌ কেতিয়াবা খং উঠিলে বা বিৰক্ত হলে আনক সেই খং দেখুৱাব নোৱাৰি টান কথা কব নোৱাৰি নিতান্ত অসহ্য হলে নিজেই কান্দি পেলায। বৰদলৈৰ এনে সৰলতা আৰু কোমলতা শেষ জীৱনলৈকে সমানেই আছিল।

# ছাত্র জীৱনৰ পিছছোৱা

১৯০৭ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰি বৰদলৈদেৱ গুৱাহাটীৰ কটন কলেজত আই-এৰ আৰ্টছ শাখাত ভৰ্ত্তি হয় আৰু ১৯০৯ চনলৈকে ইয়াতে পঢ়ি আই-এ পৰীক্ষা দি প্ৰথম বিভাগত আৰু কটন কলেজৰ পৰা তৃতীয় স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। এইবাৰো তেখেতে বৃত্তি পায়; তাৰ পিছত বি-এত অনাৰ্ছ পঢ়াৰ সুবিধা নথকাত বি-এ পঢ়িবলৈ কলিকতালৈ যায় আৰু বুৰঞ্জীত অনাৰ্ছ লৈ তাৰ স্কটিছ চাৰ্চ্চ কলেজত ভৰ্ত্তি হয়।

এই প্ৰসঙ্গতে অসমৰ কলেজীয়া শিক্ষা বিষয়ে দুআষাৰ কোৱা প্ৰয়োজন। তেতিয়া অসমৰ একেটি মাথোন কলেজ গুৱাহাটীত স্থাপিত হৈছিল আৰু সেইটোৱে আছিল কটন কলেজ। সেই সময়ৰ চীফ কমিচনাৰ চাৰ হেন্‌ৰী কটন মহোদয়ৰ উদ্যোগত হোৱা বাবে তেখেতৰ নামেই কলেজ পতা হ'ল। তেতিয়া ই কেৱল দ্বিতীয় শ্ৰেণীৰ কলেজ আছিল অৰ্থাৎ আই-এ লৈকেহে পঢ়োৱা হৈছিল। কলেজৰ ঘৰ আছিল এটা আৰু তাতে প্ৰথম আৰু দ্বিতীয় বাৰ্ষিক শ্ৰেণী বহিছিল। ছাত্ৰসকল থাকিবৰ কাৰণেও মাথোঁ খেৰৰ দীঘলীয়া ঘৰ এটাহে আছিল। প্ৰতি কোঠাতে ৪ জনকৈ ছাত্ৰ থকাৰ বন্দোৱস্ত আছিল। কলেজৰ অধ্যাপক আছিল মুঠেই পাঁচ জন—মিঃ চুডমাৰ্চেন (অধ্যক্ষ), অধ্যাপক চুণিলাল দে, অধ্যাপক ৰজনীকান্ত বৰাল, অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ, মৌঃ এ, ওৱাহেদ (এখেত ছাদুল্লা মন্ত্ৰীসভাৰ দিনত শিক্ষাবিভাগৰ মন্ত্ৰী হৈছিল)। তেখেতৰ ঠাইত পিছত আন এজন পাৰ্চীৰ অধ্যাপক আহে। এয়ে আছিল সৰ্ব্বমুঠ অধ্যাপক-মণ্ডলী।

এই কেইজন অধ্যাপকৰ ভিতৰত চুণিলাল দে'ই পদাৰ্থবিজ্ঞান (Physics) আৰু ৰসায়ন বিজ্ঞান (Chemistry), অধ্যাপক বৰালে গণিত-শাস্ত্ৰ (Mathematics) আৰু "লজিক" (Logic) আৰু অধ্যাপক পদ্ম বিদ্যাবিনোদে সংস্কৃত আৰু বুৰঞ্জী পঢ়াইছিল। তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ চেন্সলাৰ আছিল চাৰ আশুতোষ মুখোপাধ্যায়। তেওঁৰ উদ্যোগতে বিশ্ববিদ্যালয়ে নতুন পদ্ধতিৰ শিক্ষা অৱলম্বন কৰি কলা আৰু বিজ্ঞানৰ শিক্ষা পৃথক ভাবে দিয়াৰ ব্যৱস্থা কৰিলে। অধ্যক্ষ চুডমাৰ্চেন চাহেবে জাননী দিলে—কটন কলেজতো কলা আৰু বিজ্ঞান শিক্ষাৰ পৃথক ব্যৱস্থা হ'ব। মনৰ উৎসাহত প্ৰথম বাৰ্ষিক শ্ৰেণীত নতুনকৈ ভৰ্ত্তি হোৱা প্ৰায় সকলো ছাত্ৰই বিজ্ঞান পঢ়িবলৈ ললে। আজি কালিৰ দৰে সেই সময়ত ছাত্ৰৰ সংখ্যা অধিক নাছিল। সেই বছৰতে আন আন বাৰতকৈ অধিক ছাত্ৰই কটন কলেজত নাম ভৰ্ত্তি কৰিছিল। সেই বছৰ প্ৰথম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ সংখ্যা আছিল ৫০ জন। গোপীনাথেও ৰসায়ন-বিজ্ঞান আৰু পদাৰ্থ-বিজ্ঞান পঢ়িবলৈ ললে। কিন্তু উক্ত দুয়ো বিষয়ৰে শিক্ষা দিবলৈ কেৱল এজনহে অধ্যাপক; শ্ৰীচুণিলাল দে'ই

অকলে ৰসায়ন শাস্ত্ৰৰ এম-এ; গতিকে পদাৰ্থ বিজ্ঞানৰ বাবে সুকীয়া অধ্যাপক মকৰল নকৰিলে বিশ্ববিদ্যালয়ে বিজ্ঞান পঢ়িবলৈ অনুমতি দিব নোৱাৰে বুলি সেই সময়ৰ পূৰ্ব্ব বঙ্গ আৰু অসম চৰকাৰলৈ লিখিলে। ১৯০৫ চনত তেতিয়া গভৰ্ণৰ জেনেৰেল লৰ্ড কৰ্জনে বঙ্গবিচ্ছেদ কৰি অসমক পূৰ্ব্ববঙ্গৰ লগত লগ লগালে। এই নতুন প্ৰদেশৰ ৰাজধানী আছিল ঢাকাত আৰু পূৰ্ব্ববঙ্গ আৰু অসম শাসন কৰিছিল লেফটেনাণ্ট গবৰ্ণৰ বা এজন ছুৰলীয়া লাট বাহাদুৰে। কলিকতা বিশ্ব-বিদ্যালয়ৰ কৰ্তৃপক্ষই বিজ্ঞানৰ শ্ৰেণী খোলাৰ প্ৰস্তাৱ নামঞ্জুৰ কৰাত সেই বছৰ অৰ্থাৎ ১৯৹৭ চনত কটন কলেজত অকল ইণ্টাৰমিডিয়েট শ্ৰেণীত কলা বিদ্যা শিক্ষা-ৰহে ব্যৱস্থা হ'ল। কেইবাজনো ছাত্ৰই বিজ্ঞান শিক্ষাৰ উচ্চ আশা লৈ আন আন ঠাইলৈ গ'ল। অসমৰ বৰ্ত্তমান মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিয়েও কলিকতালৈ গৈ প্ৰেছিডেন্সী কলেজত আই-এছ্-চি মহলাত নাম ভৰ্ত্তি কৰিলেগৈ। গোপীনাথ আন আন ছাত্ৰৰ লগত ইংৰাজী, বুৰঞ্জী, লজিক আৰু ৰসায়ন বিজ্ঞান লৈ কটন কলেজতে থাকিল। এই বছৰতে বিশ্ববিদ্যালয়ে ইণ্টাৰমিডিয়েট শ্ৰেণীৰ পাঠ্য তালিকাত অসমীয়া ভাষাও পাঠ্যস্বৰূপে পৰিগণিত কৰে। কটন কলেজত পোন প্ৰথম অসমীয়া শিক্ষক নিযুক্ত হয় বৰপেটাৰ ৺ হৰিপ্ৰসাদ বৰুৱা। গোপীনাথে নিজ ঘৰত থাকি কলেজলৈ আহা-যোৱা কৰিবলৈ ধৰিলে। ছাত্ৰসকলৰ লগত তেখেতৰ ব্যৱহাৰ বৰ অমায়িক আছিল। সেইকাৰণে কলেজৰ সকলো অনুষ্ঠানতে তেখেতে যাতে যোগ দিয়ে তাৰ বাবে তেখেতৰ লগৰীয়া সকলে সদায় তেখেতক মাতি বুলি আনিছিল। কলেজ ছাত্ৰাবাসৰ ছাত্ৰসকলে সেই সময়ত দুটা উৎসৱ বৰ সমাৰোহেৰে পালন কৰিছিল। এটা শ্ৰীশ্ৰীজন্মাষ্টমী, আনটো শ্ৰীশ্ৰীসৰস্বতী পূজা। এই দুয়োটা অনুষ্ঠানত গোপীনাথে যোগ দিবই লাগিব; কাৰণ গোপীনাথেহে গান গাব জানে। তেখেতৰ অহাত কেনেবাকৈ পলম হলে বা নাহিলে ঘৰলৈ গৈ টানি ধৰি তেখেতক কলেজ ছাত্ৰাবাসলৈ মাতি আহেগৈ। সেই সময়ত তেখেতৰ গানে সবলোকে মোহিত কৰিছিল। কোনো ওস্তাদ বা সঙ্গীত শিক্ষকে তেখেতক শিকোৱা নাছিল যদিও তেখেতৰ মাত মিঠা আৰু স্বভাৱতে বা আনৰ পৰা শুনি তাল-মানৰ জ্ঞান যথেষ্ট আছিল। মাজে মাজে তেখেতৰ বন্ধুসকলৰ ভিতৰত কোনো কোনোৱে তেখেতক মাতি লৈ গৈ বশিষ্ঠাশ্ৰম, উৰ্ব্বশী আদি ঠাইত তেখেতৰ গান শুনিছিল। তেখেতৰ স্বভাৱ আছিল মধুৰ, অন্তঃকৰণ আছিল কোমল। তেখেতৰ লগত পৰিচয় হলে ঘনিষ্টতা পাতিবলৈ লগৰীয়াসকলৰ বৰ ইচ্ছা জন্মিছিল। প্ৰথম বছৰটো বন্ধু-বান্ধৱৰ লগত ৰং ধেমালি কৰি নিয়মিত ভাবে পঢ়া-শুনা কৰি মাহিলী পৰীক্ষা বিলাকত উত্তীৰ্ণ হৈ বাৰ্ষিক পৰীক্ষা দি গোপীনাথ দ্বিতীয় বাৰ্ষিকলৈ উঠে। অধ্যক্ষ টুডমাৰ্চেন চাহাবৰ তত্বাৱধানত কলেজৰ বছেৰেকীয়া পৰীক্ষাবোৰ সেই সময়ত বৰ টান আছিল। ছাত্ৰসংখ্যা কম থকাৰ কাৰণে টুডমাৰ্চেন চাহাব আৰু আন আন অধ্যাপকসকলে সকলো ছাত্ৰকে ভালকৈ জানিছিল আৰু কোনো ছাত্ৰই ফাকি- ফুকা দিব নোৱাৰিছিল। দ্বিতীয় বাৰ্ষিক শ্ৰেণীলৈ উঠাৰ পিছত ৰসায়নৰ প্ৰেক্টিকেল পৰীক্ষা আৰম্ভ হয়। তাৰ বাবে এজন কাৰ্য্যকাৰক (Demonstrator) লগা হ'ল। মহম্মদ ছাদুল্লাই (পিছলৈ ছাৰ) সেই সময়ত ৰসায়ন

শাস্ত্ৰত এম-এ পাছ কৰিছে; তেওঁক মাহেকত ৭৫৲ টকা দৰমাহত উক্ত পদত নিয়োগ কৰা হয়। সেই সময়ত মহম্মদ ছাদুল্লাৰ তলত ৰসায়ন শাস্ত্ৰৰ প্ৰেক্‌টিকেল কৰি ছাত্ৰসকলৰ কি আনন্দ, কি উৎসাহ! 'Test Tube" ধৰি "নাইট্ৰিক এচিদৰ ৰিং টেষ্ট" কৰি গোপীনাথৰ কি আনন্দ! কত যে Test Tube অসাৱধান ছাত্ৰসকলৰ হাতত সেই সময়ত ভাঙিছিল।

গোপীনাথে প্ৰেক্‌টিকেল ট্ৰেইনিং পাইছিল মহম্মদ ছাদুল্লাৰ দৰে এজন কৃতবিদ্য লোকৰ হাতত। জীৱনৰ পিছ ভোখৰত ৰাজনৈতিক ক্ষেত্ৰত এক সম্পূৰ্ণ সুকীয়া মতবাদ পোষণ কৰি ছাৰ মহম্মদ ছাদুল্লা আৰু গোপীনাথ বৰদলৈ সদায় প্ৰতিদ্বন্দী শিবিৰত থাকিবলগীয়া হৈছিল যদিও মৃত্যুৰ আগমুহূৰ্ত্তলৈকে উক্ত দুয়ো গৰাকী ৰাজনীতিজ্ঞৰ মাজত গুৰু-ছাত্ৰৰ সম্প্ৰীতি অটুট আছিল।

১৯০৯ চনৰ ফেব্ৰুৱাৰী মাহত আই-এ পৰীক্ষা দি প্ৰথম বিভাগত সুখ্যাতিৰে উৰ্ত্তীৰ্ণ হৈ গোপীনাথে বৃত্তি লাভ কৰে। ইতিমধ্যে কটন কলেজ সেই বছৰতে প্ৰথম শ্ৰেণীৰ কলেজত পৰিণত কৰিবলৈ আন্দোলন হ'ল। অধ্যক্ষ চুডমাৰ্চেনৰ পুৰুষাৰ্থৰ ফলত কটন কলেজত সেই বছৰেই বি-এ শ্ৰেণী খুলিলে। কিন্তু তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ব্যৱস্থা কৰাত পলম হোৱাত আই-এ পাছ কৰা বেছি ভাগ ছাত্ৰই কলিকতাত পঢ়িবলৈ গ'ল। ৺দুৰ্গানাৰায়ণ বৰুৱা, শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা, ৺কুমুদৰাম বৰা আৰু শ্ৰীগোকুল চন্দ্ৰ বৰুৱা প্ৰমুখ্যে কেইজন মান ছাত্ৰ লৈ অধ্যক্ষ চুডমাৰ্চেন চাহাবে কটন কলেজত প্ৰথম বি-এ শ্ৰেণী আৰম্ভ কৰিলে। কটন কলেজৰ বুৰঞ্জীত অধ্যক্ষ চুডমাৰ্চেন চাহাবে যি কীৰ্ত্তি ৰাখি থৈ গৈছে তাক অসমীয়া ৰাইজে সদায় কৃতজ্ঞতাৰে সুঁৱৰি থাকিব। গোপীনাথে উচ্চ শিক্ষা লাভ কৰিবৰ মানসে আন আন কেইজনমান ছাত্ৰৰ লগত কলিকতালৈ গৈ পঢ়াটোকে থিৰ কৰিলে। তেতিয়াৰ ইষ্টবেঙ্গল ৰেলৰে এতিয়াৰ অসম ৰেলৰেৰ দৰে গোলোকগঞ্জৰ পৰা আমিনগাৱলৈ হোৱা না'ছিল। ৰেলপথ তৈয়াৰ হবলৈ মাথোঁ ধৰিছিলহে। তাৰ পিছৰ বছৰৰ পৰাই যাত্ৰী ৰেলগাড়ীতে চলাচল হবলৈ ধৰে। তেতিয়া কলিকতালৈ যাবলৈ হলে জাহাজেদি ধুবুৰীলৈ আৰু তাত ৰেলত উঠি সান্তাহাৰ পাই জাহাজেদি পদ্মা নদী পাৰ হৈ দামুকদিয়া ঘাটত পুনৰ ৰেলত উঠি কলিকতা পায়গৈ। জুনমাহৰ শেষত আন আন ছাত্ৰৰ লগত গোপীনাথে কলিকতা অভিমুখে যাত্ৰা কৰিলে। কলিকতা পাই ভালেমান অসমীয়া ছাত্ৰই স্কটিছ্-চাৰ্চ্চ কলেজৰ একেটি মাথোঁ ছাত্ৰাবাস 'লেডী জেন ডাণ্ডাছ' হোষ্টেলত উঠিলগৈ। গোপীনাথো তাৰে ভিতৰৰে এজন আছিল। এয়ে গোপীনাথৰ প্ৰথম কলিকতা দৰ্শন। ৰায় বাহাদুৰ ৺বৃন্দাবনচন্দ্ৰ গোস্বামীয়ে সেই সময়ত উক্ত হোষ্টেলত থাকি আইন অধ্যয়ন কৰিছিল। তেওঁৰ অনুমোদন আৰু চেষ্টাৰ ফলত সেই বছৰ ভালেমান অসমীয়া ছাত্ৰই সেই হোষ্টেলত থাকিবলৈ ঠাই পালে। প্ৰথম বিভাগত পাছ কৰাত গোপীনাথে কলেজত ভৰ্ত্তি হোৱাৰ সুবিধা আৰু হোষ্টেলত ঠাই পোৱাত লেখত লবলগীয়া কোনো অসুবিধা নহ'ল। সেই সময়ত উক্ত হোষ্টেলৰ ৰেছিডেণ্ট

চুপাৰিণ্টেণ্ডেণ্ট আছিল ৺ প্ৰিয়নাথ মিত্ৰ । তেৰেঁই কলেজৰ বৰ কেৰাণীৰ কামো কৰিছিল। তেওঁৰ অনুগ্ৰহত সেইবাৰ সহৰভাগ অসমীয়া ছাত্ৰই সেই কলেজত ভৰ্ত্তি হব পাৰিলে। তেওঁ অসমীয়া ছাত্ৰসকলক বৰ ভাল পাইছিল, মৰম কৰিছিল আৰু আন সকলো প্ৰকাৰে সহায় কৰিছিল। গোপীনাথে অসমীয়া বুৰঞ্জী, দৰ্শন-শাস্ত্ৰ আৰু ইংৰাজী লৈ কলেজত নাম লগালে। অনাৰ্চ লৈছিল বুৰঞ্জীত। কলেজৰ অধ্যক্ষ আছিল ৰেভাঃ লেম্ব বি-ডি। গোপীনাথে অধ্যয়ন কৰিছিল সেই সময়ৰ বিখ্যাত অধ্যাপক ৰেভাঃ মিঃ ক্ৰুছ ? ( ইংৰাজী ), ৰেভাঃ ষ্টিফেন, ৰেভাৰেণ্ড আৰ্মহাষ্ট ( দৰ্শন ), ৰেভাঃ জোমেৰি, অধৰচন্দ্ৰ মুখোপাধ্যায় আৰু ৰেভাঃ কেম্পন ( বুৰঞ্জী ) আদিৰ তত্বাৱধানত। সেই সময়ৰ কলিকতা আৰু এতিয়াৰ কলিকতা সাধাৰণ অৱস্থাৰ মাজতো অনেক প্ৰভেদ। তেতিয়া খোৱা-লোৱা, থকা-মেলাৰ বৰ সুবিধা আছিল। ছাত্ৰই মাথোন ডেৰকুৰি টকাৰে বৰ ভালদৰে সকলো খৰচ চলাই সুখ-স্বাচ্ছন্দ্যৰে থাকি পঢ়া-শুনা কৰিব পাৰিছিল। গোপীনাথেও সিমান টকাৰেই আৰু কেতিয়াবা কেতিয়াবা তাতোকৈ কম টকাৰে সুন্দৰকৈ চলিছিল। তেওঁলোকৰ আৰ্থিক অৱস্থা বিশেষ স্বচ্ছল নাছিল। গোপীনাথে ক্ৰিকেট খেলিবলৈ বৰ ভাল পাইছিল। স্কটিছ চাৰ্চ্চ কলেজৰ ক্ৰিকেট দল-টোত তেখেতে যোগদান কৰিলে। কলিকতাত ক্ৰিকেট খেলত যোগ দিয়া তেখেতেই প্ৰথম অসমীয়া ছাত্ৰ বুলিব লাগে। সেইকাৰণে তেখেতক কলেজৰ অধ্যক্ষ ৰেভাঃ লেম্ব আৰু হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্ট ৰেভাঃ ডানকানে মৰমৰ চকুৰে চাইছিল। হোষ্টেলৰ বেড্‌মিণ্টন ক্লাব আৰু আন আন অনুষ্ঠানটো তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। সেই সময়ত কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ মুৰব্বী স্বৰূপ আছিল ৺ৰায় বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামী আৰু শ্ৰীযুত ৰোহিনীকুমাৰ চৌধুৰী। চৰকাৰৰ কাম পোৱাত গোস্বামী-দেৱে কলিকতা এৰিব লগীয়াত পৰে। ডাণ্ডাছ হোষ্টেলত তেওঁক বিদায় সম্ভাষণ জনাবৰ বাবে এখন চাহমেলৰ আয়োজন কৰা হৈছিল। তেখেতক মাজত লৈ এখন ফটোও তোলা হৈছিল।

অসমৰ বিখ্যাত সদাগৰ ভোলানাথ বৰুৱা ডাঙৰীয়াৰ তেতিয়া আৰ্থিক অৱস্থা জয়জয় ময়ময়। সকলো পিনে তেওঁৰ কাৰবাৰৰ পৰিসৰ বহল হৈ আহিছিল। লগতে তেওঁৰ কাৰবাৰত সংশ্লিষ্ট আছিল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। ভোলানাথ বৰুৱাৰ প্ৰকাণ্ড অট্টালিকা "অসম ভিলা" চাৰ্কুলাৰ ৰোডত অৱস্থিত। কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ "অসম ভিলাত" কেইবাবাৰো প্ৰবাস লাভ হৈছিল। অসমীয়া ছাত্ৰসকলে কেইবাটাও সামাজিক অনুষ্ঠান পাতি তাতে সকলো লগ হৈছিল। এনে এটা অনুষ্ঠানত গোপীনাথে এটি সংস্কৃত স্তোত্ৰ আবৃত্তি কৰি সকলোকে মুগ্ধ কৰিছিল। স্বৰ্গীয় জ্ঞানদা-ভিৰাম বৰুৱা বিলাতৰ পৰা বাৰিষ্টাৰ হৈ আহি সেই অনুষ্ঠানত যোগ দিছিল আৰু গোপী-নাথৰ লগত চিনা পৰিচয় হবলৈ পাই বৰ আনন্দ প্ৰকাশ কৰিছিল। গোপীনাথ ডাণ্ডাছ হোষ্টেলত থকা সময়ত দুই এটা ঘটনা ঘটে। তেখেতৰ লগৰীয়া ছাত্ৰ বন্ধু শ্ৰীযুত ৰাধিকানন্দ চৌধুৰীৰ ( ৪ৰ্থ বাৰ্ষিক ) আধ্যাত্মিক ভাবৰ উন্মেষ হয় আৰু তাৰ ফলত শ্ৰীচৌধুৰীৰ বি-এ পৰীক্ষা দিয়াটো হৈ নুঠিল। গোপীনাথে বিশেষ চেষ্টা কৰিও তেওঁক পৰীক্ষা দিবলৈ সন্মত কৰাব নোৱাৰি বৰ দুঃখিত হৈছিল। লগে লগে তেখেতৰ আন এজন ছাত্ৰবন্ধু

শ্ৰীবলীন্দ্ৰৰাম খাওন্দ (৪ৰ্থ বাৰ্ষিক) হঠাৎ হোষ্টেলৰ পৰা নিৰুদ্দেশ হ'ল। এওঁ ৰায়বাহাদুৰ পৰশুৰাম খাওন্দৰ পুতেক। ডাওাছ্ হোষ্টেলত থকা সময়ত সেই একে হোষ্টেলতে থকা আৰু সহপাঠী তেজপুৰৰ শ্ৰীচন্দ্ৰনাথ শৰ্ম্মাৰ লগত গোপীনাথৰ প্ৰগাঢ় বন্ধুত্ব হয়। সেই অবধি কলিকতাত ছাত্ৰ হিচাবে যিমান দিন আছিল আৰু ছাত্ৰজীৱন শেষ নোহোৱালৈকে দুয়ো বন্ধু একেলগে আছিল। ১৯১১ চনত জাৰ্ম্মানীৰ "ক্ৰাউন প্ৰিন্স" ভাৰতবৰ্ষলৈ ভ্ৰমণৰ কাৰণে আহে। "মেন্ অব ৱাৰ" (যুদ্ধৰ জাহাজ) "লীপজীকত" ক্ৰাউন প্ৰিন্স জাৰ্ম্মানীৰ পৰা আহিছিল। উৰণ জাহাজ তেতিয়া ওলোৱা নাছিল। "লীপজীক" বলিবতালৈ আহি গঙ্গাৰ ঘাটত নঙ্গৰ কৰি থাকে। ডাওাছ্ হোষ্টেলত থকা অসমীয়া ছাত্ৰসকলৰ 'মেন অব ৱাৰ" চাবৰ বৰ ইচ্ছা হল। পৰামৰ্শ কৰি অধ্যক্ষ লেম্ব চাহাবক "মেন অব ৱাৰ" দেখুৱাবলৈ অনুৰোধ কৰা হ'ল। অধ্যক্ষৰ ওচৰলৈ গৈ অনুৰোধ কৰাটোৰ ভাৰ পৰিল গোপীনাথ আৰু তেখেতৰ বন্ধু চন্দ্ৰনাথৰ ওপৰত। সেইমতে দুয়ো বন্ধু গৈ অধ্যক্ষক দেখা সাক্ষাৎ কৰি অসমীয়া ছাত্ৰসকলৰ কাৰণে যুদ্ধৰ জাহাজ "লীপজীক্" চাবলৈ কেপ্টেইনলৈ অনুৰোধ পত্ৰ আনিলে আৰু সেইমতে গোপীনাথে আন আন বন্ধু সকলক লগত লৈ "লীপজীক" চালেগৈ। পিচত এই লীপজীকেই প্ৰথম মহাসমৰৰ সময়ত নৌযুদ্ধত এক বিৰাট অংশ গ্ৰহণ কৰিছিল।

দুবছৰ খ্যাতনামা আৰু কৃতবিদ্য অধ্যাপক সকলৰ তত্ত্বৱধানত অধ্যয়ন কৰি ১৯১১ চনত বুৰঞ্জীত অনাৰ্চ লৈ গোপীনাথ বি-এ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়। সেই বছৰতেই আগতকৈ অধিক সংখ্যক অসমীয়া ছাত্ৰই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি-এ ডিগ্ৰী লাভ কৰে। গতিকে অসমৰ কাৰণে বিশেষ লেখতলবলগীয়া বছৰ আছিল সেইটো। কলিকতা আৰু কটন কলেজৰ পৰা ১৩ জন অসমীয়া ছাত্ৰ সেইবাৰ বি-এ পৰীক্ষাত উত্তীৰ্ণ হয়। এওঁলোকৰ ভিতৰত আছিল— গোপীনাথ বৰদলৈ (বুৰঞ্জীত অনাৰ্চ), শ্ৰীবিষ্ণুৰাম মেধি (কেমিষ্ট্ৰিত অনাৰ্চ), তাৰা প্ৰসাদ চলিহা (গণিতত অনাৰ্চ), শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা, শ্ৰীকালিৰাম বৰ্ম্মণ, শ্ৰীযোগেন্দ্ৰনাথ বৰুৱা, বীৰেন্দ্ৰ নাথ মহন্ত, শ্ৰীচন্দ্ৰনাথ শৰ্ম্মা, ৺কুমুদৰাম বৰা, ৰাজীৱলোচন চক্ৰৱৰ্ত্তী, নীলমাধৱ বৰুৱা আদি নাম থকা লোকসকল।

কলিকতাত থকা কালছোৱাত গোপীনাথে ফুটবলৰ আই-এফ-এ প্ৰতিযোগিতাৰ খেল আৰু ইডেন গাৰ্ডেনৰ ক্ৰিকেট খেল চাবলৈ বৰ ভাল পাইছিল। যি কোনো প্ৰকাৰে সময় উলিয়াই নিয়মিত ভাবে খেল পথাৰত দৰ্শকৰ শাৰীত তেখেত উপস্থিত হৈছিলগৈ। তেখেত আৰু তেখেতৰ অন্তৰঙ্গ বন্ধু চন্দ্ৰনাথ দুয়ো প্ৰায়বিলাক ডাঙৰ প্ৰতিযোগিতাৰ খেলা চাবলৈ বাদ নিদিছিল। বি-এ পাছ কৰি উঠি গোপীনাথৰ এম-এ পঢ়াৰ চিন্তা হ'ল। সেই বছৰ তেখেতৰ বন্ধু চন্দ্ৰনাথেও বি-এ পাছ কৰে বুলি আগতে উল্লেখ কৰি অহা হৈছে। দুয়ো বন্ধুৰ ভিতৰত চিঠি লিখালিখি হৈ শেহত এইটো থিৰ হল যে দুয়ো কলিকতালৈ গৈ একেলগে থাকি যিমান কম খৰচত পাৰে বুৰঞ্জীত এম-এ আৰু ল' পঢ়িব। ১৯১১ চনৰ জুলাই মাহত দুয়ো বন্ধু গুৱাহাটীৰ পৰা একেলগে বাওনা হৈ কলিকতা পালেগৈ। ইতিমধ্যে ১৭।১ অ'ল্ড বৈঠকখানা লেনত শ্ৰীনীলমণি ফুকন আৰু বোধনাথ পটজীয়াই অসমীয়া পোষ্ট গ্ৰেজুৱেট ছাত্ৰসকলৰ কাৰণে এটা মেছ খুলিলে। সেই মেছৰে এটা কোঠাত দুয়ো

বন্ধু থকাৰ থিৰ কৰি বিপন কলেজৰ ল'ৰ প্ৰথম বাৰ্ষিকত আৰু বিশ্ববিদ্যালয়ৰ পোষ্ট গ্ৰেজু-ৱেট শ্ৰেণীত বুৰঞ্জীত এম-এ পঢ়িবৰ কাৰণে নাম ভৰ্ত্তি কৰিলে। ১৯১১ চনৰ জুলাই মাহৰ পৰা কলিকতাত আই-এফ-এ শ্বিল্ডৰ প্ৰতিযোগিতা হয় আৰু খেলধেমালিপ্ৰিয় গোপীনাথ আৰু চন্দ্ৰনাথে তাৰ এখনো খেলা চাবলৈ বাদ দিয়া নাছিল। এই বছৰতেই কলিকতাৰ প্ৰসিদ্ধ মোহন বাগান দলে মিলিটাৰী টিম ইষ্টইয়ৰ্ক দলটোক পৰাজিত কৰি পোন প্ৰথম ভাৰতীয় টিমে আই-এফ-এ শ্বিল্ড লাভ কৰাৰ সন্মান অৰ্জন কৰে। ই এটা সচাঁকৈয়ে বৰ গৌৰবৰ কথা আছিল। সেইদিনাৰ উত্তেজনা-আনন্দ কলিকতাৰ এটা চিৰস্মৰণীয় ঘটনা। গোপীনাথে হিয়া উদঙাই সেই আনন্দ উপভোগত যোগ দিছিল আৰু ভাৰতীয় হিচাবে যি গৌৰৱ উপভোগৰ কথা প্ৰকাশ কৰিছিল সেয়েই ভালদৰে প্ৰমাণ কৰিছিল অসম জননীৰ সুপুত্ৰ ডেকা গোপীনাথৰ অন্তঃকৰণখন কেনে বহল আৰু ভাবধাৰা কেনে পৱিত্ৰ আছিল।

সেই বছৰতে ইংলণ্ডৰ সম্ৰাট পঞ্চম জৰ্জ আহি ভাৰতত পদাৰ্পণ কৰে। ডিচেম্বৰ মাহৰ ১২ তাৰিখে দিল্লীৰ দৰবাৰত পূৰ্ণ পয়োভৰ। সেই দৰবাৰতে ১৯০৫ খৃষ্টাব্দত গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্জনৰ বঙ্গবিচ্ছেদ ৰদ কৰি ৰজাই ঘোষণা কৰে আৰু লগে লগে ভাৰতৰ ৰাজধানী দিল্লীলৈ স্থানান্তৰ কৰাৰ বিষয়েও ঘোষণা জাৰি কৰে। উক্ত ৰাজ ঘোষণাৰ ফল স্বৰূপে পূৰ্ব্ববঙ্গ লগ লাগি পুনৰ বঙ্গদেশ নামে এখন প্ৰদেশ আৰু অসম এখন পৃথক প্ৰদেশ স্বৰূপে পৰিগণিত হয়। তেতিয়াৰ পৰা অসম এজন চীফ কমিচনাৰৰ অধীনলৈ আহে আৰু চাৰ আৰ্কডেল আৰ্ল পোনপ্ৰথম অসমৰ চীফ কমিছনাৰ নিযুক্ত হয়। বঙ্গ-বিচ্ছেদ ৰদ কৰি পূৰ্ব্ববঙ্গ আৰু পশ্চিমবঙ্গ পুনৰ লগ লগোৱাত বঙ্গবাসীৰ প্ৰাণত আনন্দৰ হিল্লোল উঠে। আৰু এই খবৰ যেতিয়া তাঁৰযোগে দিল্লীৰ পৰা কলিকতালৈ আহিল সেই দিনা কলিকতাবাসীৰ কি আনন্দ! কি স্ফূৰ্ত্তি! সংবাদ পোৱাৰ লগে লগে কলিকতাৰ কলেজ স্কোৱাৰত সভা হয় আৰু সেই সভাত বঙ্গদেশৰ সেই সময়ৰ মুকুট বিহীন ৰজা স্বৰূপ সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়ৰ বক্তৃতা এটা চিৰস্মৰণীয় দৃশ্য। সেই সভাত গোপীনাথ উপস্থিত আছিল আৰু তাৰ পৰাই গোপীনাথৰ মাতৃভূমিৰ প্ৰতি থকা গভীৰ অনুৰাগ ক্ৰমাৎ বাঢ়ি আহিবলৈ ধৰে।

১৯১২ চনৰ ৮ জানুৱাৰী তাৰিখে সম্ৰাট পঞ্চম জৰ্জ কলিকতালৈ আহে। বঙ্গবিচ্ছেদ ৰদ কৰাত কলিকতাবাসীয়ে সম্ৰাট জৰ্জক মহা সমাৰোহেৰে সম্বৰ্দ্ধনা জনায়। সেই উপ-লক্ষে অনুষ্ঠিত হোৱা সকলোবোৰ অনুষ্ঠান চাবলৈ গোপীনাথৰ সুযোগ ঘটিছিল। সেই সময়ত কিন্তু তেখেতৰ পাৰিবাৰিক অশান্তিৰ আৰম্ভ হয়—তেখেতৰ ককায়েক ইন্দ্ৰেশ্বৰ বৰদলৈ হঠাতে পৰলোক প্ৰাপ্তি হয়। এনে সময়ত পূজনীয় আৰু চেনেহৰ ককাইদেৱেকৰ অকাল মৃত্যুত তেখেতৰ পক্ষে বিনামেঘে বজ্ৰপাতৰ সদৃশ হ'ল। হঠাৎ খবৰ পাই তেখেত যে শোকত কি হৈছিল। তথাপিও বন্ধুসকলৰ সঙ্গ আৰু আধ্যাত্মিক বিষয়ৰ আলোচনাই তেখেতক কিছু পৰিমাণে শান্তনা দিব পাৰিছিল। সেই বছৰটো আছিল গোপীনাথ আৰু চন্দ্ৰনাথ দুয়ো বন্ধুৰ কাৰণে এক পৰীক্ষাৰ বছৰ। প্ৰথমতে তেখেতৰ বন্ধু শ্ৰীচন্দ্ৰনাথ শৰ্ম্মা টাইফয়েড ৰোগত আক্ৰান্ত হয়। ডাঃ দি, আৰ, দাস নামেৰে এজন বিলাতত পাছ কৰি অহা সদাশয় লোক "অ'ল্ড বৈঠকখানা ছাত্ৰাবাসৰ" ওচৰতে হেৰিচন ৰোডত থাকি চিকিৎসা ব্যৱসায়

কৰিছিল। গোপীনাথে তেওঁক মাতি আনিলে আৰু বন্ধুৱে সেৱা শুশ্ৰূষাত দেহেকেহে লাগি গ'ল। ১৪ দিনৰ পিছত জ্বৰ এৰিলে আৰু লাহে লাহে আৰোগ্য হবলৈ ধৰিলে। ডাঃ দি, আৰ, দাস এজন মহানুভৱ লোক আছিল। তেখেতে বিদৰে মৰম আৰু সহানুভূতিৰে চিকিৎসা কৰিলে তাক গোপীনাথে কেতিয়াও পাহৰিব নোৱাৰিছিল। আচৰিত কথা যে কেইদিনমানৰ পিছতে গোপীনাথো সেই বেমাৰত আক্ৰান্ত হয়। দিনচেৰেক জ্বৰ হোৱাৰ পিছতে তেখেতৰ পেটৰ অসুখ আৰম্ভ হয়। ডাঃ দি, আৰ, দাসে আহি চিকিৎসা আৰম্ভ কৰিলে। ক্ৰমাৎ ৰোগ বৃদ্ধি হৈ জ্বৰাতিসাৰ আৰম্ভ হ'ল। চন্দ্ৰনাথ আৰু তেওঁৰ আন আন বন্ধুসকল বৰ চিন্তিত হৈ পৰিল। ডাক্তৰে তেওঁৰ বন্ধু চন্দ্ৰনাথক কলে যে বেমাৰৰ লক্ষণ বৰ বেয়া আৰু মেছুত এই বেমাৰৰ চিকিৎসা হোৱা টান। এতিয়া উপায়। চন্দ্ৰনাথে ডাক্তৰক এনে অৱস্থাত কি কৰা সমীচীন হ'ব তাৰ উপায় সুধি যাতে গোপীনাথৰ যথা-বিহিত চিকিৎসা হয তাৰ দিহা কৰিবলৈ খাটিলে। দুই বন্ধুৰ এনে নিৰাশ্ৰয আৰু মানসিক উদ্বিগ্ন অৱস্থা ডাক্তৰে ভালদৰে বুজিব পাৰিছিল। ঘৰলৈ টান নৰিয়াৰ খবৰ দি তাঁৰ কৰা হ'ল। সেই সময়ত যোগেশ্বৰ কটকী (পিছলৈ স্বামী সুৰেশানন্দ) গোপীনাথৰ ঘৰৰ ওচৰৰ পঞ্চবতী আশ্ৰমত বাস কৰিছিল। এই গৰাকী সচাঁকৈয়ে এজন মহাপুৰুষ আছিল। আৰু এই মহাপুৰুষজনৰ আশীৰ্ব্বাদ লাভ কৰিছিল গোপীনাথে। গোপীনাথক সকলো সময়তে স্বামীজীয়ে সজ পৰামৰ্শ দান কৰিছিল আৰু তেখেতৰ প্ৰভাৱ গোপীনাথৰ শেহছোৱা জীৱনত বৰ কাৰ্য্যকৰী হৈ উঠিছিল। এই মহাপুৰুষজনৰ বাণী হৃদয়ত সাৰোগত কৰি গোপীনাথে নিজৰ জীৱন গঢ়ি তুলিব পাৰিছিল। তেওঁ পুনৰ তাঁৰযোগে গোপীনাথৰ বন্ধু চন্দ্ৰনাথক জনালে যে চিকিৎসাত যেন অকণো ক্ৰটী নহয় তাৰ বাবে বিশেষ তৎপৰতা অৱ-লম্বন কৰিব লাগে। ডাক্তৰে যি মত দিয়ে সেইদৰেই চিকিৎসাৰ বিধান কৰিব লাগে ইত্যাদি। ডাক্তৰ দাসে ক'লে যে ৰোগৰ এনে অৱস্থাত গোপীনাথক মেডিকেল কলেজ হাস্পতাললৈ নিয়াৰ বাহিৰে আৰু আন উপায় নাই। কিন্তু গোপীনাথক হাস্পতালৰ জেনেৰেল ৱাৰ্ডত ৰাখিবলৈ তেওঁৰ বন্ধুৰ সৎ নগ'ল। তেতিয়া পৃথক কোঠাত দৈনিক ভাৰাৰ বন্দবস্তত চিকিৎসাৰ দিহা কৰিব পাৰিনে নোৱাৰি তাৰ চেষ্টা চলিল। লেঃ কৰ্ণেল কালভাৰ্ট তেতিয়া মেডিকেল কলেজৰ অধ্যক্ষ। তেওঁ এজন খ্যাতনামা চিকিৎসক। তেওঁৰ ৱাৰ্ডত তেওঁৰ চিকিৎসাৰ অধীনত থবৰ কাৰণে যত্ন চলোৱা হ'ল। ডাঃ দাসৰ অনুগ্ৰহ আৰু সুপা-ৰিশত দৈনিক আঠে টকা ভাৰাৰ বন্দোবস্তত কালভাৰ্ট চাহাবৰ ৱাৰ্ডত এটা কোঠা পোৱা হ'ল। সেই দিনাই সন্ধ্যাৰ আগতে মেডিকেল কলেজৰ "ষ্ট্ৰেচাৰ"ত গোপীনাথক চিকিৎসাৰ কাৰণে মেডিকেল কলেজৰ হাস্পতাললৈ নিয়া হ'ল। মেডিকেল কলেজ হাস্প-তালৰ নিয়ম মতে কোঠাত কোনো ৰোগী চিকিৎসাধীন হৈ থাকিলে নিজৰ এজন পৰিচৰ্য্যা কাৰী সঙ্গীস্বৰূপে থাকিব পাৰে। গোপীনাথৰ এইবাৰৰ নৰিয়া ইমান টান হ'ল যে সকলো-ৱেই তেওঁৰ জীৱনৰ আশা লাহে লাহে এৰি দিবলৈ ধৰিলে। সেই সময়ত স্কটিচ চাৰ্চ্চ কলে-জত তেওঁক পঢ়োৱা অধ্যাপকসকল তেওঁক চাবলৈ ঘনাই আহিছিল। আজিকালিৰ দৰে সেই সময়ত টাইফয়েড ৰোগৰ ঔষধ ওলোৱা নাছিল। নাৰ্চিং ব্যৱস্থাই আছিল এই বেমাৰৰ

চিকিৎসাৰ প্ৰধান আছিল। যি কেইগৰাকী নাৰ্চে তেওঁৰ শুশ্ৰূষা কৰিছিল, তাৰ ভিতৰত নাৰ্চসকলৰ চুপাৰিণ্টেণ্ডেণ্ট চীষ্টাৰ চুইট, চীষ্টাৰ এলব্ৰীয়ান আৰু নাৰ্চ মিছ চেম্পনৰ নাম উল্লেখযোগ্য। এদিন তেওঁৰ হঠাৎ জীৱনৰ শেষ মুহূৰ্ত্ত উপস্থিত হওঁ হওঁ। কালভাৰ্ট চাহাব লৰালৰিকৈ আহি তেওঁৰ নাড়ী পৰীক্ষা কৰি তেওঁৰ বন্ধু চন্দ্ৰনাথৰ মুখৰ ফালে চাই কলে —" I am so sorry I could not save your friend. —মই ইমান দুখ পাইছোঁ যে মই আপোনাৰ বন্ধুক বচাব নোৱাৰিলোঁ।" ইয়াকে কৈ শেষবাৰৰ বাবে এটা ইন্‌জেক্‌শ্যন দিলে আৰু নাৰ্চ মিছ চেম্পনক কৈ থলে যে যদি ইন্‌জেক্‌শ্যনৰ গুণত নাড়ী ভাললৈ আহে তেন্তে তৎক্ষণাৎ হাউচ ফিজিচিয়ানক খবৰ দিব। চন্দ্ৰনাথে তেওঁৰ সহোদৰ স্বৰূপ গোপীনাথৰ মুখলৈ চাই চকুলো টুকিবলৈ ধৰিলে আৰু নাৰ্চ মিছ চেম্পনেও কান্দিবলৈ ধৰিলে। বন্ধুৱে একান্ত মনেৰে বন্ধুৰ মৃত্যু শয্যাৰ কাষত বহি আঁঠুকাঢ়ি ভগ-ৱানৰ ওচৰত বন্ধুৰ প্ৰাণ ভিক্ষা মাগি কাতৰ ভাবে প্ৰাৰ্থনা জনালে। ইন্‌জেক্‌শ্যনৰ গুণত গোপীনাথৰ চকুৰ পিৰিকতি লাহে লাহে লৰিব ধৰিলে। মিছ চেম্পনে নাড়ী চাই আছে। নাড়ীৰ স্পন্দন অনুভৱ কৰি নাৰ্চ গৰাকীয়ে চন্দ্ৰনাথৰ ফালে চকু ঘূৰাই কলে—"Probably your friend's life is saved"— "সম্ভৱ আপোনাৰ বন্ধুৰ প্ৰাণ ৰক্ষা পৰিল।" আগৰ নিৰ্দ্দেশ অনুযায়ী ততালিকে হাউছ ফিজিছিয়ানক খবৰ দিয়া হ'ল। তেতিয়া শেষ নিশা, হাউছ ফিজিছিয়ানে আহি চাই আকৌ ইন্‌জেক্‌শ্যন দিলে। ৰাতি পুৱাল। আকৌ আশাৰে চিকিৎসা যেন নতুনকৈ আৰম্ভ হ'ল। এইদৰে আপ্ৰাণ চেষ্টাৰ ফলত ৪২ দিনৰ দিনা তেওঁৰ জ্বৰ এৰিলে। এসপ্তাহ মানৰ পিছত জ্বৰ আকৌ হুৱৰছিল। কিন্তু এইবাৰ জ্বৰৰ তাপ বেছি নহ'ল। তাৰ পৰা এসপ্তাহ মানৰ পিছতে সম্পূৰ্ণৰূপে জ্বৰ এৰিলে আৰু তেওঁ লাহে লাহে আৰোগ্যৰ ফালে আহিবলৈ ধৰিলে। টাইফয়েড ৰোগৰ পৰা এনে সাংঘাটিক ভাবে জীৱন লাভ কৰা গোপীনাথেই আছিল সেই সময়ৰ দ্বিতীয় ৰোগী। ভৱি-ষ্যৎ অসমৰ মুখ্যমন্ত্ৰীৰ প্ৰাণ ৰক্ষা পৰিল। হাস্পতালত তিনি চাৰি মাহ থাকি আৰোগ্য লাভ কৰিলে।

১৯১২ চনৰ জুলাই মাহত "আসাম মেছ" নামৰ এটা বাসস্থান ৪০।১, গুৰুপ্ৰসাদ চৌধুৰী লে'নত পতা হয়। সেই বাসস্থানৰ এটা কোঠাত দুয়ো বন্ধু থকাৰ থিক কৰি গোপীনাথক মেডিকেল কলেজ হাস্পতালৰ পৰা উক্ত মেছলৈ অনা হ'ল আৰু সেই মেছত আন আন ছাত্ৰৰ লগত থাকি এম-এ আৰু ল' পঢ়িবলৈ ধৰিলে। দুয়ো বন্ধুৱে ৰিপন ল' কলেজৰ পৰা ট্ৰেন্সফাৰ লৈ ইউনিভাৰচিটিৰ ল' কলেজত ভৰ্ত্তি হল। মিঃ বাগ্‌চী আছিল ল' কলেজৰ অধ্যক্ষ। কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ আছিল চাৰ আশুতোষ মুখোপাধ্যায়। তেওঁ মাজে মাজে নিজে বিচাৰক হৈ মুটকৰ্ট কৰিছিল। ল'ৰ প্ৰাথমিক পৰীক্ষা দিবৰ সময় হ'ল। কিন্তু টাইফয়েদ হোৱাৰ বাবে গোপীনাথৰ উপস্থিত গড় নৰ'ল। কাজেই পৰীক্ষা দিয়া টান হৈ পৰিল। কলেজ কৰ্ত্তৃপক্ষই পৰামৰ্শ দিলে যে ভাইচ-চেন্সে-লাৰে ইচ্ছা কৰিলে এই নিয়মৰ ব্যতিক্ৰম কৰি বিশেষ অৱস্থা বুজি পৰীক্ষা দিবলৈ অনুমতি দিব পাৰে। বিশ্ববিদ্যালয়লৈ টাইফয়েড বেমাৰ হোৱাৰ কাৰণে উপস্থিত গড় কম হ'ল বুলি আবেদন কৰা হ'ল। লগে লগে দুয়ো বন্ধু লগ লাগি এদিন পুৱা চাৰ আশুতোষক

লেখা কৰি পৰীক্ষা দিবলৈ অনুমতি পাবৰ কাৰণে অনুৰোধ কৰিবলৈ তেওঁৰ ঘৰলৈ গ'ল। গৈ দেখে যে লোকে লোকাৰণ্য। দহ কি পোন্ধৰজন মান চাহাবেই আছে বাট চাই তেওঁক দেখা-সাক্ষাৎ কৰিবলৈ; আন মানুহো ঘৰ নধৰা হৈয়ে আছে। কিছুমান আকৌ বাহিৰত থিয় হৈয়ে আছে। দুয়ো বন্ধুৱে ভাবিলে এনে অৱস্থাত তেওঁলোকৰ দৰে দুজন নগণ্য ছাত্ৰই দেখা সাক্ষাৎ কৰাটো একেবাৰে অসম্ভৱ। কাৰ্ড দিয়া মতে ওপৰলৈ এজন দুজনকৈ গৈছে। দুয়ো বন্ধু নিৰুপায়। থিয় দি থাকিবলৈও ঠাইৰ অভাৱ। এখন কাৰ্ডত অসমৰ দুজন ল' কলেজৰ ছাত্ৰ বুলি নাম লিখি দিয়া হৈছিল। কাৰ্ড ইমানবোৰ জমা হৈ আছিল যে নতুন কাৰ্ড দিয়াও টান। দুয়ো বন্ধুৰ এনে নিৰাশ্ৰয় আৰু অসহায় অৱস্থালৈ লক্ষ্য কৰি এজন সদাশয় লোকে সুধিলে—"আপনাৰা কি চান ?" কথাটো ভাঙি কোৱা হ'ল। তেওঁ কলে "এক মিনিটে পাৰবেন সাৰতে ?" (অৰ্থাৎ আপোনালোকৰ কাম একমিনিটতে শেষ হবনে ?) উত্তৰ দিয়া হ'ল তৎক্ষণাৎ "পাৰব" (অৰ্থাৎ পাৰিম) বুলি। তেওঁ "আসুন আমাৰ সঙ্গে" বুলি ওপৰলৈ লৈ গ'ল। আৰাম চকী এখনত বহি আছে বিৰাট মূৰ্ত্তিৰ চাৰ আশুতোষ। দেখিলেই ভয় লাগে। কথাটো কোৱা হ'ল, টাইফয়েদ বেমাৰ হোৱাত গোপীনাথৰ উপস্থিত গড কম হ'ল। নামটো সুধিয়েই সহানুভূতি প্ৰকাশ কৰি "হবে যাও" বুলি দুই বন্ধুক বিদায় দিলে। দুয়ো গুচি আহিল। মনে মনে ভাবিলে একো লিখি নললে— মুখেৰে মাত্ৰ কথাষাৰ কলে। সুখৰ বিষয় পিছ দিনা খবৰ পালে গোপীনাথক ল'ৰ প্ৰাথমিক পৰীক্ষা দিবলৈ অনুমতি দিছে।

এম-এ পঢ়িছিল গোপীনাথে বিখ্যাত বাৰিষ্টাৰ আৰু শিক্ষাবিদ এ-ৰাছেল, জে-এন, গুপ্ত, বিপিন বাবু আদি কৃতবিদ্য বিদ্বান পুৰুষসকলৰ তলত। সেই সময়ত ভাইচ-চেন্সেলাৰ চাৰ আশুতোষ মুখোপাধ্যায়ে য়ুৰোপৰ পৰা বিখ্যাত অধ্যাপকসকলক বিশ্ববিদ্যালয়ৰ পোষ্ট গ্ৰেজুৱেট ছাত্ৰসকলৰ আগত কোনো কোনো বিষয়ৰ বক্তৃতা দিবলৈ আমন্ত্ৰণ কৰি আনিছিল। এই প্ৰসিদ্ধ মনিষীসকলৰ বক্তৃতা শুনাৰ ভাগ্য গোপীনাথৰ ঘটিছিল। ১৯১৩ চনৰ চেপ্তেম্বৰ মাহত কলিকতাৰ পৰা গোপীনাথ তেখেতৰ বন্ধু শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মা আৰু আন দুজন বন্ধু ৺নীলমাধৱ বৰুৱা আৰু ৺ৰাজীৱলোচন চক্ৰবৰ্ত্তীৰ সৈতে উত্তৰ ভাৰত ভ্ৰমণ কৰিবলৈ যায়। সেই যাত্ৰাত তেখেতে কাশী, এলাহাবাদ, আগ্ৰা, মথুৰা, জয়পুৰ, দিল্লী আদি ঠাই ভ্ৰমণ কৰে। ল'ৰ প্ৰাথমিক আৰু ইণ্টাৰমিডিয়েট পৰীক্ষাত উত্তীৰ্ণ হৈ এম-এ আৰু ল' ফাইনেলৰ পাৰ্চেণ্টেজ সম্পূৰ্ণ কৰি প্ৰথম মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে দুই বন্ধুৱে কলিকতা এৰে। গোপীনাথে আহি ঘৰ পাই সোণাৰাম ইনষ্টিটিউশ্যনৰ হেডমাষ্টৰ হৈ থাকোঁতে এম-এ আৰু বি-এল পাছ কৰি পিছত ওকালতি আৰম্ভ কৰে। অসম তেতিয়াও ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ভুক্ত হোৱা নাছিল। অসমৰ ৰাজনৈতিক অনুষ্ঠান আছিল একমাত্ৰ "অসম এচ'চিয়েচন।" এই এচ'চিয়েচনৰ অধিৱেশন প্ৰতি বছৰে বেলেগ বেলেগ জিলাত একোবাৰকৈ বহিছিল। গোপীনাথে ওকালতি আৰম্ভ কৰি এই অসম এচোচিয়েচনত যোগদান কৰে। এই অনুষ্ঠানৰ কোনো খন বাৰ্ষিক অধিৱেশনেই তেখেতে বাদ দিয়া নাছিল। ১৯২০ চনত কলিকতাত লালা লাজপাৎ ৰায়ৰ সভাপতিত্বত চেপ্তেম্বৰ মাহৰ ২০ তাৰিখে ভাৰতীয় জাতীয় কংগ্ৰেছৰ বিশেষ অধিৱেশন বহে আৰু মহাত্মা গান্ধীৰ অসহ-

যোগৰ প্ৰস্তাৱ গৃহীত হয়। অসমৰ পৰা ৺তৰুণৰাম ফুকন, ৺নবীনচন্দ্ৰ বৰদলৈ, শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱা, ৺গোপীনাথ বৰদলৈ, ৺যোগেন বৰুৱা, ৺ডালিম চন্দ্ৰ বৰা, শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মা আৰু ভালেমান অসমীয়া গণ্যমান্য লোকে উক্ত কংগ্ৰেছ অধিবেশনত যোগদান কৰিছিল। সেই বছৰৰ ডিচেম্বৰ মাহত অসম এচ'চিয়েশ্যনৰ বাৰ্ষিক অধিবেশন বহে তেজপুৰত। বিলাতৰ পৰা উলটি অহা শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱা আছিল সেই অধিবেশনৰ সভাপতি। গোপীনাথে সেই অধিবেশনত যোগদান কৰে আৰু সেই সভাতে অসম ভাৰতীয় জাতীয় কংগ্ৰেছৰ অন্তৰ্ভুক্ত হব লাগে বুলি সিদ্ধান্ত কৰে। পিছত অসম এচচিয়েশ্যন লুপ্ত হয়। অসম এচচিয়েশ্যনৰ এই অধিবেশনত গোপীনাথে ডাঠি মত প্ৰকাশ কৰিছিল যে অসমে অতি সোনকালে ভাৰতীয় জাতীয় কংগ্ৰেছৰ অন্তৰ্ভুক্ত হব লাগে। তেতিয়া অসম এচ'চিয়েশ্যনখন ডেকা কৰ্মীসকলৰ হাতলৈ আহিছিল আৰু পুৰণি দলৰ প্ৰভাৱ নিস্প্ৰভ হৈছিল।

# সংসাৰৰ দুৱাৰদলিত

সোণৰ ৰূপৰ চৰুত হাত দি বৰদলৈদেৱৰ জন্ম হোৱা নাছিল। অৰ্থাৎ তেখেতৰ পিতাকৰ আৰ্থিক অৱস্থা এনে নাছিল—যাক ধনী বুলিব পাৰি। মুঠতে পিতাকে ডাক্তৰ হিচাবে যি উপাৰ্জন কৰিছিল তাৰেই মজলীয়া ধৰণেৰে সংসাৰ চলাই আছিল। এইটো জনা কথা যে ধন গাঁঠো বুলি কোঢ়া মুঠিয়াকৈ নধৰিলে সংসাৰত ধনী হব নোৱাৰি। আচলতে তেখেতৰ পিতাকৰ ধনৰ প্ৰতি বৰ আক্ৰোশ নাছিল। আৰ্জন অনুপাতে প্ৰায় ভগন হৈছিল।

বৰদলৈ যেতিয়া চতুৰ্থ বাৰ্ষিক শ্ৰেণীত কলিকতাত পঢ়ি আছিল তেতিয়াই তেখেতৰ পিতৃ বিয়োগ হয়। বি-এ পৰীক্ষাৰ ফলাফল পিতাকে জীৱন্ত কালত জানি যাব নোৱাৰিলে। এই পিতৃ বিয়োগত তেখেত কিমান ব্যাকুল হৈছিল মহাত্মাৰ মহাপ্ৰয়াণত তেখেতে নিজ ডায়েৰীত লিখি থোৱা এষাৰি কথাৰ পৰাই বুজা যাব। তাত আছে (৩১ জানুৱাৰী ১৯৪৮ চন)—"ৰাতিপুৱাৰ পৰা আজিৰ প্ৰাৰ্থনা সভাৰ কথা হৈ আছে; কিন্তু মোৰ মনটো ক'ত আছে কব নোৱাৰোঁ। অন্তৰাত্মাত এটা গভীৰ অৱসাদৰ ভাবে আগুৰি ধৰিছে আৰু সেই মৰমৰ মূৰ্ত্তি দেখা নাপাম বুলি ভাবি শোকত অভিভূত হৈ মাজে মাজে চকুৰ পানী ওলাইছে।......... আগেয়ে ভবা নাছিলোঁ—গান্ধীজীয়ে এইদৰে আমাক আপোন ভাবেৰে বান্ধি থৈ দিছে। মনত আছে দেউতাৰ মৃত্যুৱে মোক কেনেকৈ অভিভূত কৰিছিল। সেই শোকৰ তীব্ৰতা অধিক আছিল। জগতৰ সকলোকে হেৰুৱা যেন লাগিছিল কিন্তু আজিৰ শোকত তীব্ৰতা নাই, গভীৰতা আছে।"

এই কথাৰ পৰাই বুজিব পাৰি তেখেতে পিতৃ বিয়োগত কেনে শোক পাইছিল। কিন্তু তথাপি শোকত অভিভূত হৈও নিজৰ কৰ্ত্তব্য পাহৰা নাছিল। ছাত্ৰ অৱস্থাতে পিতৃ বিয়োগ হোৱাত ইয়াৰ পিছত পঢ়া শুনা কেনেকৈ কৰিব ভাবিব লগীয়াত পৰিছিল। ককাইদেৱেক ইন্দ্ৰেশ্বৰ বৰদলৈ তেতিয়া জীৱিত আছিল। তেখেত এজন সাধাৰণ চাকৰিয়াল আছিল। তাৰে ঘৰ চলোৱাটোৱেই টান। আগৰ সাঁচতীয়া ধন নাই। শ্ৰীযুতা শশীকলা আইদেউৰ ওপৰত এতিয়া সম্পূৰ্ণৰূপে গোটেই ঘৰখনৰ ভাৰ পৰিল। আৰু পৰিল লৰাহঁতক পঢ়াই শুনাই মানুহ কৰাৰ ভাৰ। তেখেতে সাহস কৰিলে আৰু দক্ষতাৰে এই ভাৰ লৈ কাকো হতাশ হবলৈ নিদিলে। ফলত ভায়েকহঁতৰ পঢ়াৰ ব্যৱস্থা আগৰ দৰেই অব্যাহত ৰাখিলে। ডাঙৰ জনে ঠিক ককায়েকৰ দৰেই এফ-এ পাছ কৰিয়েই পঢ়া এৰি চাকৰিত সোমাইছিল। ভায়েকহঁতক মানুহ কৰাৰ ভাৰ তেওঁ আনন্দেৰে লৈছিল। ইয়াকেই বোলে হিন্দুৰ আদৰ্শ যৌথ পৰিয়াল।

বৰদলৈ দেৱৰ বি-এ পৰীক্ষাৰ খবৰ ওলাল। বুৰঞ্জীত অনাৰ্চ সহ দ্বিতীয় শ্ৰেণীত পঞ্চম স্থান অধিকাৰ কৰি .বি-এ পাছ কৰিলে। অৱশ্যে সেই বছৰত সেই বিষয়ত প্ৰথম

শ্ৰেণীৰ অনাৰ্চৰে কোনেও পাছ কৰা নাছিল। পিতৃ বিয়োগত পঢ়া-শুনাত নিশ্চয় ব্যাঘাত হৈছিল; কিন্তু তেখেতৰ স্বভাৱৰ ধীৰতাৰ কাৰণে চঞ্চল নহৈ পৰীক্ষা দিলে। গতিকেই আশানুৰূপ ফল নহলেও যি ফল লাভ কৰিলে সি উল্লেখযোগ্য। ইয়াৰ দ্বাৰা এইটোও বুজা যায় তেখেতৰ স্বাভাৱিক মনৰ শক্তি কেনে আছিল আৰু বুদ্ধিমত্তাৰ পৰিচয়ো ইয়াৰ পৰাই পাব পাৰি।

৺ মাণিকচন্দ্ৰ বৰুৱা বৰদলৈদেৱৰ দেউতাকৰ বিশেষ বন্ধু আছিল। বি-এ পাছ কৰাৰ পিছত তেখেতে আমাৰ বৰদলৈদেৱক প্ৰস্তাৱ কৰিলে যে এতিয়া পঢ়া-শুনা কৰাত বহুত খৰচ পৰিব আৰু সেইধন তোমালোকৰ পক্ষে দিহা কৰাও টান, এতেকে তুমি ইচ্ছা কৰিলে মই কমিছনাৰ চাহাবক কৈ তোমাক অন্ততঃ চব ডেপুটী কলেক্টৰৰ কামকে এটা লৈ দিব পাৰোঁ। বৰদলৈদেৱে উত্তৰ দিলে "যদিহে চাকৰি কৰিব লাগে তেন্তে মই প্ৰফেচাৰহে হ'ম। আন চাকৰি নকৰোঁ।" শেষ ফলত দেখা যায় তেখেতৰ ভাগ্যত চৰকাৰী চাকৰি নহলেই।

তেতিয়াৰ দিনত চাকৰিৰ গৰাকী আছিল দ্বাইকৈ বিভাগীয় কমিছনাৰ চাহাব। তেখেতৰ পচন্দ মতেই ই, এ, চি আৰু এচ, ডি, চি নিযুক্ত কৰি প্ৰাদেশিক চাকৰি দিব পাৰিছিল। তেখেতৰ পচন্দ কৰাৰ দ্বাই গুণ, পৰীক্ষা পাছ কৰি বিদ্যালয়ৰ উপাধি লোৱাই নহয়—কাৰ অভিভাৱক বা কোন লোকবিশেষ ৰাজভক্ত—যাক বিৰোধী দলে শেষত বিদ্ৰূপ কৰি কৈছিল—"জো হুকুমৰ দল" অৰ্থাৎ বৰ চাহাব বা কমিছনাৰ চাহাব বা চৰকাৰে যি কৰে সেই সকলো কামকে ভালেই দেখে —তাত আমাৰ একো বেয়া দেখা নাপায় আৰু অনুভৱো নকৰে। আজিকালি কিন্তু পঞ্চাশ টকাৰ ওপৰত চাকৰি এটা পাবলৈকো পাব্লিক চাৰ্ভিছ কমিছনৰ যোগে প্ৰতিযোগিতাত উত্তীৰ্ণ হলেহে চাকৰি পাব পাৰি। তেতিয়াৰ দিনত এনে বিধান নাছিল। ১৯১৪ চনত বুৰঞ্জীত এম-এ পাছ কৰিলে যদিও বৰদলৈদেৱে দ্বিতীয় শ্ৰেণীৰ নম্বৰহে পালে। গতিকে তেখেতে দৰ্খাস্ত কৰিছিল যদিও কলিকতা বিশ্ববিদ্যালয়ৰ নিয়ম অনুযায়ী অধ্যাপকৰ শাৰীৰ চাকৰি নাপালে। আমি এতিয়াহে বুজিলোঁ তেখেতে চাকৰি নোপোৱাটো ভালেই হৈছিল। কাৰণ চাকৰিৰ ফালে যোৱা হলে পিছত আমি তেখেতক এজন বিচক্ষণ ৰাজনৈতিক নেতা হিচাবে নেপালোঁহেঁতেন। চাকৰিয়াল হৈ থকা হলে এইখিনি কৰ্মকুশলতা প্ৰকাশৰ সুযোগ তেখেতে নেপালেহেঁতেন আৰু আমাৰ দেশ তেখেতৰ নেতৃত্বত ইমানখিনি উন্নত হবলৈ নাপালেহেঁতেন।

"চাকৰি মই নকৰোঁ যদি কৰিব লাগে তেন্তে মই প্ৰফেচাৰ হম"—এই উক্তিত দুটা ডাঙৰ কথা লুকাই আছে। এটা হল স্বাধীনচেতীয়া মনোভাৱ আৰু দ্বিতীয়তো জ্ঞান-পিপাসু স্বভাৱ। নিতান্ত চাকৰি কৰিব লাগিলে এনে চাকৰি কৰিম, যি চাকৰিত জ্ঞানৰ চৰ্চা আছে। য'ত পৰা শিক্ষা লৈ শিক্ষা দিব পাৰি। ইয়াতেই সেৱা ভাব, দেশ-সেৱা ভাব লুকাই আছে। চাকৰিকেই কৰিম যদিহে তাৰ দ্বাৰা দহৰ উপকাৰ কৰিব পাৰি। পৰাধীন অৱস্থাত এই শিক্ষাদান চাকৰিয়েই চাকৰিৰ ভিতৰত অলপ ভাল আছিল। শেষত যেতিয়া ভাগ্যবলত তেখেত প্ৰধানমন্ত্ৰী হ'ল আৰু স্বইচ্ছাই শিক্ষা বিভাগৰ দায়িত্ব ললে

প্ৰধান মন্ত্ৰী হৈও তেতিয়াও সেই সেৱা ভাৱতে উদ্বুদ্ধ হৈহে আৰু জ্ঞানপিপাসু হিচাবেহে—কাম কৰিছিল। পৰৱৰ্ত্তী কাৰ্য্যাৱলীত এই কথাৰ প্ৰমাণ আমি বহুত ঠাইত ঘটনাৰ ভিতৰত (অন্ততঃ ডায়েৰীত লিপিবদ্ধ কৰি থোৱা মতে) দেখিবলৈ পাওঁ।

আৰ্থিক স্বচ্ছলতা নাথাকিলেও মনৰ আগ্ৰহ আৰু বাইদেৱেকৰ সাহসত তেখেতে বুৰঞ্জীত এম-এ পঢ়িবলৈ কলিকতালৈকে গ'ল। তেতিয়া আমাৰ দেশত এম-এ পঢ়াৰ —ব্যৱস্থাও নাছিল। লগতে ললে আইন পঢ়িবলৈ। এনে আছিল পঢ়াত ধাউতি আৰু মনত বল। এম-এ নপঢ়িলে প্ৰফেচাৰ হব নোৱাৰি, প্ৰফেচাৰ হলেহে সদায় বিদ্যা চৰ্চ্চাৰ সম্ভৱ হয়। একেই কোনোমতে জোৰা ফোন্দা মাৰি পঢ়িবলৈ গৈছে তাতেই আকৌ বিধিৰ বিপাক। তাত থাকি এবছৰ কাল পঢ়িবলৈ নৌপাওঁতেই ১৯১২ চনত বৰজন ককায়েকৰ মৃত্যু হয়। এই বিপৰ্য্যয়তো বাইদেৱেক শ্ৰীযুতা শশীকলা দেবী অটল থাকিল আৰু ভায়েকে পঢ়িবই লাগিব নিৰ্দ্দেশ হল আৰু আগৰ দৰেই অথচ এতিয়া সম্পূৰ্ণৰূপে ঘৰৰ দায়িত্ব তেখেতৰ ওপৰতে ললে। বৰ ককায়েকে পিতৃৰে সমান বুলি বুঢ়ালোকে কয়। কথাও সত্য। কিন্তু ধীৰ স্বভাৱৰ বৰদলৈদেৱে এনে জনৰ মৃত্যুতো ধৈৰ্য্য ধৰিলে; কিন্তু অলপ দিনৰ পিছতে ১৯১৩ চনত নিজেই টাইফয়েড ৰোগত পৰিল আৰু সেই ৰোগ আৰু ৰোগমুক্তিৰ বিষয়ে আগতে কোৱা হৈছে। মুঠতে ভাগ্যবশতঃ বিপদ পাৰ হৈ গ'ল। তেখেত ক্ৰমে আৰোগ্য হ'ল। কিন্তু সময় লাগিল প্ৰায় ছমাহ।

এনে ভীষণ ৰোগ আৰু পিতৃতুল্য ককাইদেৱেকৰ বিয়োগৰ শোক দুয়োটা প্ৰধান শত্ৰুৰ মাজতো প্ৰতিভা থকাৰ কাৰণেহে কোনো ৰকমে ১৯১৪ চনত এম-এ আৰু লগতে ল' পৰীক্ষাৰ প্ৰথম অংশ পাছ কৰিলে। যেই সেই লৰাৰ পক্ষে এনে অৱস্থাত ধৈৰ্য্য ধৰি পঢ়াই টান আছিল—উত্তীৰ্ণ হোৱাৰ কথাই নাই।

এম-এ পৰীক্ষাৰ পিছত ঘৰলৈ আহিল; কিন্তু শিক্ষাতো সাং হোৱা নাই। ল' পৰীক্ষাৰ আৰু দুটা অংশ পাছ কৰিবলৈ বাকী আছে।

এই ছেগতে নিজৰ ৰুচি অনুযায়ী পাৰিলে প্ৰফেচাৰ হবলৈ এই সময়তো চেষ্টা কৰি বিফল হ'ল। তথাপিও হতাশ নহৈ ৺তৰুণৰাম ফুকনৰ উপদেশ মতে সোণাৰাম হাইস্কুলত অস্থায়ী ভাবে হেডমাষ্টৰৰ কামত সোমাল। তাত কাম কৰি থাকি ইফালে ল' পঢ়ি ১৯১৫ চনৰ ভিতৰতে ইন্টাৰমিডিয়েট আৰু ফাইনেল দুয়োটা পৰীক্ষা পাছ কৰিলে। বৰদলৈদেৱে এতিয়া উকীল হবলৈ সমৰ্থ হ'ল। নিতান্ত নিৰুপায়ত পৰিহে বৰদলৈদেৱে সোণাৰাম হাইস্কুলত হেডমাষ্টৰ কাম কৰিছিল। আৰু এটা কাৰণ আছিল তেখেতৰ শ্ৰদ্ধাৰ পাত্ৰ দেশভক্ত ফুকনৰ অনুৰোধ ৰক্ষা কৰা। তেতিয়া সেই স্কুলত মেনেজিং কমিটীৰ সভাপতি আছিল ৺ফুকন ডাঙৰীয়া। স্কুলখনক ভাল গঢ় দিবলৈ তেখেতে দায়িত্ব বহন কৰিব লাগে বুলি ফুকনে আহ্বান কৰিলে। গতিকে বৰদলৈৰ দৰে বুদ্ধিমান আৰু বিচক্ষণ লোক পালে কিয় স্কুলত গ্ৰহণ নকৰিব? ফুকন ডাঙৰীয়াৰ সেই আশা অলপ দিনৰ কাৰণে হলেও পূৰ্ণ কৰিছিল।

ওকালতি পাছ কৰি নিয়মমতে এবছৰ কাল "আৰ্টীকেল ক্লাৰ্ক" হিচাবে ৺সত্যনাথ বৰা উকীলদেৱৰ তলত থাকি বৰদলৈদেৱে মনপূতি ওকালতিত ধৰিলে। ১৯১৬ চনৰ শেষ আৰু ১৯১৭ চনৰ আদি ভাগৰ পৰাই তেখেতৰ ওকালতি আৰম্ভ হয়। সেই সময়ত উজান বজাৰৰ ৺যোগেন বৰুৱা উকীলৰ ঘৰৰ ওচৰত ভাড়াঘৰ এটাত থাকি ওকালতি আৰম্ভ কৰিছিল। তেখেতৰ পুৰণি থকা অঞ্চল তেতিয়া গুৱাহাটীৰ ভিতৰতে হলেও গাঁৱৰ দৰে আছিল আৰু তাৰ পৰা ওকালতি কৰা সুবিধা নাছিল। অৰ্থাৎ মক্কেল পাবৰ সুবিধা নাছিল।

প্ৰায় দুবছৰ ওকালতি কৰাৰ পিছত ইংৰাজী ১৯১৯ চনৰ এপ্ৰিল মাহত (বহাগত) নিজে সংসাৰত অলপ থান-থিত হৈ উত্তৰ গুৱাহাটীৰ ৺ভূমিকান্ত বৰদলৈদেৱৰ কন্যা শ্ৰীমতী সুৰবালা বৰদলৈৰ লগত বিয়া হয়। আগ বিয়াৰ এবছৰ ন মাহৰ পিছত শান্তি বিয়া কৰাই তেখেতে সংসাৰৰ দুৱাৰডলি পাৰ হৈ পূৰা মাত্ৰাই গৃহী হয় আৰু এতিয়াৰ পৰাই তেখেতৰ গৃহী-জীৱন আৰম্ভ হয়।



কলিকতাত ছাত্ৰাৱস্থাত তেওঁৰ সহপাঠী বন্ধুসকলৰ সৈতে

# পাৰিবাৰিক জীৱন

আগৰ দিনৰ আদৰ্শ গৃহস্থীৰ লগত বৰদলৈদেৱৰ পাৰিবাৰিক জীৱনৰ বহুতো সাদৃশ্য দেখা যায়। আমাৰ সমাজত আজিও যৌথ পৰিবাৰৰ প্ৰতিপত্তি যথেষ্ট আৰু আমি আজিও যৌথ পাৰিবাৰিক জীৱনকে ভাল বুলি ভাবোঁ। কিন্তু আধুনিক পাশ্চাত্য ভাবধাৰাৰ প্ৰভাৱত পৰা আমাৰ বহুতে এনে বিধান পচন্দ নকৰে। সিবিলাকৰ মতে গাইগুটীয়া ভাবে নিজৰ ভৱিত নিজে থিয় দিবলৈ চেষ্টা কৰাটো বেছি ভাল। প্ৰকৃততে পৰমুখাপেক্ষী ভাব কোনো সুস্থ মনৰ মানুহৰ কথা হব নোৱাৰে। কিন্তু আদৰ্শ যৌথ পৰিবাৰত পৰস্পৰ সহযোগিতাৰ ভাবহে থকা আদৰ্শ—অকৰ্মন্যতা নহয়। বৰং এনে অকৰ্মন্যতা পৰিহাৰ কৰি বিশেষ ক্ষেত্ৰত প্ৰতিজনক প্ৰতিষ্ঠা লাভ কৰিবলৈ সহায় যোগোৱাহে এই বিধানৰ মৰ্ম। আমাৰ দেশ কৃষি প্ৰধান। গতিকে তাকে কেন্দ্ৰ কৰি যি সভ্যতা গঢ়ি উঠিব তাত যৌথ পৰিবাৰৰ ঠাই নিশ্চয় থাকিব। আমাৰ কথাত কয় "বাৰ পো তেৰ নাতি, তেহে কৰিবা কুঁহিয়াৰৰ খেতি।" কিন্তু পাশ্চাত্য দেশ শিল্প প্ৰধান; তাৰ সভ্যতাত গাইগুটীয়া মনোবৃত্তি প্ৰবল হোৱা স্বাভাৱিক। নিজ বুদ্ধি, উদ্যম, কৰ্ম-কুশলতাত প্ৰতিযোগিতা কৰি ধনতান্ত্ৰিক সভ্যতা গঢ়ি উঠে। তাৰ পৰাই শ্ৰেণী বিভাগ উদ্ভৱ হয় ধন-সম্পদ লাভৰ প্ৰতিযোগিতাত। আমাৰ দেশ গঢ়ি উঠিল জাতি বিভাগ—কৰ্মৰ ভেদ অনুসৰি "গুণকৰ্ম বিভাগসঃ।" আমাৰ দেশৰ প্ৰধান লক্ষ্য অকল ধন নহয়—পৰম বস্তুৰ সন্ধানো আমাৰ উদ্দেশ্য—গতিকে গুণভেদে (কোন কিমান সৎপথত থাকি অভ্যুদয়ৰ অধিকাৰ পাব পাৰে) —অৰ্থাৎ জাতিভেদ।

মুঠতে এনে যৌথ পৰিবাৰতে ৺বৰদলৈদেৱৰ জন্ম। অদ্যাৱধি এই ডালটো আগৰ দৰে একেলগে আছে। বৰদলৈদেৱৰ পিতাক ৺বুদ্ধেশ্বৰ বৰদলৈৰ এজন ভায়েক আছিল। তেখেতৰ নাম আছিল লক্ষ্মীকান্ত বৰদলৈ। তেখেত বামচা মৌজাৰ মৌজাদাৰ আছিল। তেখেত নিঃসন্তান হোৱাত সেই ঠালৰ আৰু কোনো নাথাকিল। স্বৰ্গীয় বুদ্ধেশ্বৰ বৰদলৈৰ চাৰিটা ল'ৰা। প্ৰথম ৺ইন্দ্ৰেশ্বৰ বৰদলৈ, দ্বিতীয় ৺গোপীনাথ বৰদলৈ, তৃতীয় শ্ৰীযুত গণেশ চন্দ্ৰ বৰদলৈ আৰু চতুৰ্থ হল ৺ৰত্নেশ্বৰ বৰদলৈ। জীয়ৰী মাত্ৰ এগৰাকী। এওঁ হৈছে শ্ৰীযুতা শশীকলা বৰুৱা (বিধৱা) সকলোতকৈ ডাঙৰ। তেখেতে আজিও ঘৰখন একেলগে ধৰি আছে ধৰণীৰ দৰে।

৺ইন্দ্ৰেশ্বৰ বৰদলৈ আটাইতকৈ ডাঙৰ আছিল। তেখেতে এফ—এ পাছ কৰিছিল। এনেতে দেউতাক ঢুকায়। পৰিয়ালৰ ডাঙৰ জনেই ঘৰৰ দায়িত্ব লব লগাত পৰিল। সেই হিচাবে তেখেতে বিবেচনা কৰি গোপীনাথক পঢ়াবই লাগিব বুলি স্থিৰ কৰি ধাইদেৱে-কৰে নিজে একমত হৈ নিজৰ পঢ়া এৰি দিলে আৰু ডেপুটী কমিছনাৰৰ অফিচত চাকৰিত সোমাল। এই উপায়েৰেই তেখেতে যেনেতেনে বাকী কেইজন সৰু ভায়েকৰ পঢ়াত

যাতে ব্যাহত নহয় তালৈ দৃষ্টি ৰাখিলে। বিধিৰ এনে নিৰ্বন্ধ যে তেখেতো ১৯১২ চনৰ ডিচেম্বৰ মাহত "ব্লেক ওৱাটাৰ ফিভাৰ" হৈ ডিব্ৰুগড়ত চুকাল। তেখেত চুকাবৰ ছবছৰৰ পিছতহে বিধৱা পত্নীৰ মৃত্যু হয়। সিবিলাকৰ সন্তান নহ'ল। প্ৰথম বিবাহিতা কন্যা বিবাহৰ তিনিমাহৰ পিছতে চুকুৱাত দ্বিতীয়বাৰ বিবাহ কৰায়।

যৌথ পৰিবাৰত থকা বাবেই এতিয়াও বৰদলৈদেৱৰ পঢ়া-শুনা চলি থাকিব পাৰিলে। এতিয়াও সেই পৰিয়ালত তিনি জন ছাত্ৰ। এনে বিপৰ্য্যয়তো বাইদেৱেকে কাৰো পঢ়া-শুনা ক্ষতি হ'বলৈ নিদিলে বৰং ঘৰখন কোঢ়া-মুঠিয়াকৈ ধৰিলেহে। সবাতকৈ সৰু জন ৺ৰত্নেশ্বৰ বৰদলৈ। তেখেতে ১৯১৯ চনত বি-এছ্-চি পাছ কৰে। এম-এ পাছ কৰি আমাৰ ৺বৰদলৈয়ো ঘৰ চাপিছেহি। শ্ৰীযুত গণেশ চন্দ্ৰ বৰদলৈৱেও পিছত ল পাছ কৰিলে। এখেত বৰ্ত্তমান অসম হাইকৰ্টৰ এডভোকেট। সময় বুজি কাছাৰীতো ওকালতি কৰি ঘৰ সংসাৰ চলাই আছে

৺ৰত্নেশ্বৰ বৰদলৈ এজন স্বাধীনচিতীয়া লোক আছিল। তেখেতে চৰকাৰী চাকৰি কৰাতকৈ কাৰবাৰতহে মন দিছিল। তেখেতৰ গাতো বহুত গুণ আছিল। সঙ্গীতত তেখেতৰ বৰ ৰাপ আছিল আৰু ভালদৰে বেহেলা বজাব পাৰিছিল। তেখেতে পোনতে চামৰাৰ পৰা জোতা, বাকচ আদি বস্তু তৈয়াৰ কৰা সম্পৰ্কীয় শিক্ষা লবৰ কাৰণে কলিকতালৈ যায়। তাত এবছৰ থাকি এই শিক্ষা লাভ কৰে। কিন্তু ধনৰ অভাৱত আৰু বহু যত্ন কৰিও চৰকাৰৰ পৰা কোনো সাহায্য নোপোৱা বাবে কাৰখানা খুলি তাৰ ব্যৱসায় আৰম্ভ কৰিব নোৱাৰিলে। শিকি অহা বিদ্যা ধনৰ অভাৱত গাতে মাৰ গ'ল।

তথাপি তেখেত হতাশ নহ'ল। তেখেতৰ প্ৰতিভাই আন বাট বিচাৰি ললে। এইবাৰ শ্ৰীযুত লক্ষ্মীনাথ দাস এম-এছ্-চিৰে লগলাগি ১৯২১ চনত এটা উন্নত ধৰণৰ যঁতৰ তৈয়াৰ কৰিবলৈ ললে। সেই যঁতৰ বিক্ৰী হবলৈ ধৰিলে। তাৰ ওপৰত কিছু লাভ হ'ল। সেই যঁতৰত নিজেও সূতা কাটিবলৈ ধৰিলে আৰু আনৰ দ্বাৰাও সূতা কটাবলৈ ব্যৱস্থা কৰি খদ্দৰ কাপোৰ তৈয়াৰ কৰিবলৈ ধৰিলে। ১৯২২ চনৰ গয়া কংগ্ৰেছত যি প্ৰদৰ্শনী হৈছিল তাত এই যঁতৰৰ বাবে তেখেতে এটা পদক পুৰস্কাৰ পায়। খদ্দৰ কাপোৰৰ পৰা তেওঁৰ কিছু উপাৰ্জন হৈছিল।

১৯২৮ চনত তেখেতে টোকলাই এক্সপেৰিমেন্টেল ফাৰ্মত কাম কৰিবলৈ লৈছিল। তাত থকা কালতে তেখেতৰ স্বাস্থ্য ভঙ্গ হয় আৰু সেই বাবেই তেখেত চিৰ জীৱন অবিবাহিত থাকে। বহুকাল ৰোগ ভোগাৰ পিছত ১৯৫১ চনৰ এপ্ৰিল মাহত তেওঁৰ পৰলোক হয়। ককাইদেৱেক ৺গোপীনাথৰ মৃত্যুৰ প্ৰায় ৯ মাহৰ পিছতেই এই ঘটনা হয়। কপীয়া

* এই খিনিতে কৃতজ্ঞতাৰে উল্লেখ কৰাটো উচিত হ'ব যে এই জীৱনী পুথিখন যুগুত কৰোঁতে তেখেতৰ পৰাই আমি বহুত সমল পাইছোঁ; কোনো বিষয়ত কিবা সন্দেহ উপজিলেই তেখেতক সুধি ঠিক কৰি ল'ব পাৰিছোঁ। ইমান আমনি কৰিলেও তেখেতে কেতিয়াও অকণো বিৰক্তি প্ৰকাশ কৰা নাছিল।

অৱস্থাত থাকিও এখেতে চেনেহৰ ককাইদেৰেকৰ মৃত্যুৰ শোক পাবলগীয়া হৈছিল আৰু এই শোকে তেখেতৰ মৃত্যু বহুতো ওচৰ চপাই আনিছিল বুলি বুজা যায়।

আৰ্থিক ক্ষেত্ৰত বা পাৰিবাৰিক জীৱনত ৰবদলৈদেৱৰ স্বচ্ছলতা কেতিয়াও নাছিল। অথচ অৰ্থাভাৱত কোনো কাম পৰিও থকা নাছিল। মাজে মধ্যে সংসাৰৰ যাবতীয় কাম চলিয়েই আছিল। অৰ্থাৎ থাবো নাই ভঁড়ালো নাই অৱস্থা আগৰে পৰা। যদি ভাল-দৰে বিচাৰ কৰি চোৱা যায় তেন্তে এই বংশৰ ইও এটা ডাঙৰ বিশেষত্ব চকুত পৰে। সেইটো হৈছে ইবিলাকৰ কোনেও পাৰ্থিব সম্পদ বা মা-সম্পত্তি বঢ়াবলৈ চেষ্টা কৰা নাই। এনেকি সাধাৰণ সঞ্চয় বুদ্ধিও ইবিলাকৰ দেখা নাযায়। অথচ ইবিলাকৰ পূৰ্বপুৰুষ সকলো ৰজাৰ অনুগৃহীত আছিল আৰু পৰৱৰ্তী কালতো অন্ততঃ প্ৰপিতামহৰ দিনৰ পৰা এই বংশত তেতিয়াৰ দিনৰ উকীল, মৌজাদাৰ, ডাক্তৰ প্ৰভৃতি ভাল ভাল কামতেই নিয়োজিত আছিল। এখেত সকলৰ থকা ঘৰ পৰ্য্যন্ত সেই অতি সাধাৰণ, বাৰীখনো একো আহল-বহল নহয়। একেলগে ১০০ বিঘা ৰূপিত মাটিও কতো নাই। ৺লোকপ্ৰিয় গোপীনাথ প্ৰধানমন্ত্ৰী হৈ কত দিন থাকিল—আগতো উকীল হিচাবেও খ্যাতনামা উকীলেই আছিল—তথাপিও ধন নাই কিয়? সম্পত্তি নাই কিয়? ইবিলাকৰ দৃষ্টি এই ফালে কেতিয়াও নাছিল। ধন ঘটিলেই যে মানুহ ধনী হ'ব নোৱাৰে ইবিলাকৰ ঘৰেই প্ৰমাণ। ধন ঘটিলেও সকলোৱে ধনী হ'ব নোৱাৰে। ধনী হবলৈ বিশেষ সঞ্চয় বুদ্ধি আৰু কোচামুঠিয়া স্বভাৱো লাগে। ৺ৰবদলৈ দেৱৰ হাত দুখন সদায় মুকলি আছিল—মনটিও আছিল মুকলি অৰ্থাৎ অতি উদাৰ।

বংশ বাঢ়ি লৰা-ছোৱালী হোৱাত অলপ দিনৰ আগতে ৰবদলৈদেৱে সুকীয়াকৈ ঘিটি ঘৰ সজাবলৈ লৈছিল তাৰো নিৰ্মাণ কাৰ্য্য আৰম্ভ নোহওঁতেই তেওঁ স্বৰ্গী হ'ল। সৌভাগ্য বশতঃ তেওঁ নতুনকৈ সজোৱা পঁজাটিতে শেষ নিশ্বাস ত্যাগ কৰিলে।

কোনো বিষয়ত মনৰ অমিল হৈ বহুতো পৰিয়ালত ভাই-ককাইৰ ভিতৰত মনোবাদ হোৱা দেখা যাৰ কিন্তু ৰবদলৈ পৰিযালত কোনো কালে কেতিয়াও তেনে মনোমালিন্যৰ কাৰণ হোৱা নাই। উদাৰ স্বভাৱৰ কাৰণেই আৰু কোনো কথাতে কপটাচাৰ নাছিল কাৰণেই এনে মিলা-প্ৰীতিৰে সকলো কেজন ভাই-ককায়ে একেলগে দিন নিয়াব পাৰি-ছিল। আপোন-পৰ ভাব এৰি সকলোটি একমুঠ হৈ থাকিব পৰাটোও কম কথা নহয়।

ৰবদলৈদেৱ সদায় কামিলা মানুহ আছিল। কৰিবলগীয়া কামলৈ তেওঁ কেতিয়াও অকণো হেলা কৰা নাছিল। সৰু কালৰ পৰা নানান খেলা-ধূলা কৰাৰ উপৰিও তেখেতে নিজৰ বাৰীচুকত শাক-পাচলি কৰ্ই বৰ ভাল পাইছিল। কৰি খেতি সদায় অতি আগ্ৰহেৰে জীৱনৰ শেষ মুহূৰ্ত্তলৈকে কৰিছিল আৰু তেখেতৰ সেই খেতিৰ বস্তু সদায় উত্তম হৈছিল। কাৰণ তেখেতৰ পাৰিপাট্য গুণ থকাত জনা মানুহৰ পৰা কোন বস্তু কেতিয়া কোন প্ৰকাৰে কোন সময়ত কৰলে ভাল হয় তাক নিয়াৰিকৈ শিকি লৈছিল। নিজে ফুলনিবাৰী পাতি তাত ভাল ভাল ফুল গছ কৰ্ইছিল। সৌ সিদিনালৈকে তেখেতে নিজৰ লৰা-ছোৱালীহঁতক ফুলনি আৰু শাক-পাচলিৰ বাৰীত কাম কৰিবলৈ বাধ্য কৰাইছিল। নিজে ফুলনিবাৰীত আৰু শাক-পাচলিৰ বাৰীত কাম কৰি বৰ ভাল পাইছিল। নিজে ফুলৰ গুৰিত শাকতলীত

আৰু কৰিব গুৰিত নিয়মিত ভাবে পানী আৰু সাৰ দিছিল। মটৰ গেৰেজৰ ওপৰতো "আইপনীয়া" লতা বগাবলৈ দি জোপোহা হৈ উঠি ফুলা দেখিলে বৰ আনন্দ পাইছিল। আৰু আনকো দেখুৱাই বুকু ওফোন্দাইছিল। চাওক, কেনে সুন্দৰ সেই লতাডালি! কেনে বগাইছে, কেনে ফুল তাৰ! ৺বৰদলৈদেৱৰ ভিতৰৰ গুণটো সৰ্ব্বৰ সকলো কথাতে ফুটি উঠিছিল। "স্বভাবো মূৰ্দ্ধিবৰ্ত্ততে" নামানি যাম কলৈ?

অকল উদাৰ মনাই নহয় বৰদলৈদেৱ বৰ মৰমিয়াল স্বভাৱৰ মানুহ আছিল। নিজ পৰিজনৰ কথা সুকীয়া, কিন্তু ওচৰ চুবুৰীয়া সকলোৰেই এই মৰমৰ পৰা কেতিয়াও বঞ্চিত হোৱা নাছিল। বিয়া কৰোৱাৰ পিছতে তেখেতে শিল পুখুৰীৰ ওচৰতে ঘৰ সাজে। আগৰ উজান বজাৰৰ ভাড়াঘৰ এৰি দিয়ে। এই ঘৰৰ ওচৰতে বৰ দুখীয়া শূদ্ৰ মানুহ এঘৰ আছিল। সেই ঘৰত দুটি সৰু লৰা-ছোৱালী আছিল। লৰাটিৰ বয়স সাত বছৰ, নাম নবীন, আৰু ছোৱালীজনীৰ পাঁচ বয়স বছৰ নাম শুকুৰী। সিহঁত দুয়ো মাউৰা, মাক নাছিল। বৰদলৈদেৱে সিহঁতৰ লগত সদায় ধেমেলীয়া কথা পাতে। নবীনক "নবিনুদ্দিন" বুলি ঠাট্টা কৰি মাতে। খাবৰ সময়ত সিহঁতক মাতি আনি নিজৰ ভাগৰ ভাত আও৷ দি খুৱাইহে তেখেতে তৃপ্তি পাইছিল। বিহুৰে সংক্ৰান্তিয়ে তেখেতে ঘৰৰ ওচৰৰ সকলো চেমনীয়া লৰা-ছোৱালী মাতি আনি সকলোকে ভোজ খুৱাইছিল আৰু তাৰ পিছতহে নিজে ভোজন কৰিছিল।

ওচৰ চুবুৰীয়া আন মানুহৰ প্ৰতিও তেখেত সমানে মৰমিয়াল আছিল। এইবাবেই সেই দুখীয়া নিচলা মানুহবিলাকেও তেখেতক বৰ ভক্তি কৰিছিল আৰু দেৱতুল্য জ্ঞান কৰিছিল। "সাধু" নামে বুঢ়া দেছোৱালী মানুহ এজন তেখেতৰ ঘৰৰ ওচৰতে থাকে। তাৰ ব্যৱসায় আছিল লেপ চিলাই কৰা। বৰদলৈদেৱে তাক বৰ মৰম কৰিছিল। ওচৰৰে ৰসমিয়াৰ মাক বুঢ়ী মানুহ। বৰদলৈক নিজৰ লৰা বুলিযেই বুঢ়ীজনীয়ে ভাবি লৈছিল। বৰদলৈয়ে বুঢ়ীজনীক অতি মৰম কৰিছিল। দুখৰ কথা বৰদলৈ জেলত থাকোঁতেই সাধুৰ বেমাৰ হ'ল আৰু বৰদলৈক চাওঁ চাওঁকৈয়ে তাৰ প্ৰাণ গ'ল। বৰদলৈয়েও জেলৰ পৰাই সিহঁতৰ খবৰ বাতৰি সুধি চিঠি দিছিল। বপুৰী "ৰসমিয়াৰ মাক"ৰো সেই অৱস্থাই হ'ল। শেষ কালত দেখা নাপায় কান্দি কান্দিয়েই বুঢ়ীও মৰিল। এনে স্নেহ আজিৰ দিনত কোনে কাক কৰে?

বৰদলৈদেৱৰ আৰু এদল লগৰীয়া আছিল। সেইটো দল হৈছে বৰশী বোৱাৰ আৰু চিকাৰ কৰাৰ। ইয়াৰ ভিতৰত প্ৰধান হ'ল ৰীৰু মিৰি, দুৰ্গা মিৰিৰ হাতী মাউট আৰু চিকাৰী হ'ল ৰামকিষণ। কোৱা বাহুল্য দেশভক্ত স্বৰ্গীয় তৰুণৰাম ফুকন বৰদলৈদেৱৰ চিৰকালৰ সঙ্গী—বিশেষত: আৰম্ভ হৈছিল বৰশী বোৱাত আৰু চিকাৰ কৰাত। এই চিকাৰৰ সুবিধাৰ কাৰণে বৰদলৈ এবাৰ হাতীৰ মালিক হ'ল। ৺ফুকনে দিহা কৰি হাতী কিনাই দিলে। হাতীয়ে কিন্তু বৰদলৈক মানিছিল। ৰামকিষণ বৰদলৈৰ বৰ প্ৰিয় আৰু চিকাৰৰ সদায় লগৰীয়া আছিল। সি আজিও জীৱিত আছে আৰু ৺বৰদলৈৰ শোকত আজিও সি কান্দি থাকে।

ববদলৈদেৱৰ পৰিবাৰ গৰাকী আজিকালিৰ হিচাবত খুব উচচ শিক্ষিতা নাছিল। স্কুলত মাথোন পঢ়িছিল। ববদলৈদেৱে তেখেতক নিজৰ "মনোবৃত্ত্যানুসাৰিণী" কৰি যেন নিজ হাতে গঢ়ি লৈছিল। এনে কি ৰোৱা-কটা আৰু ৰন্ধা-বঢ়া আদি বিষয়তো নিজে শিক্ষা দিছিল। বুদ্ধিমতী ভাৰ্য্যায়ো নিজ দক্ষতাৰ গুণত সকলো কাম অনায়াসে শিকি লৈছিল। ঘৰৰ যাবতীয় কাম সদায় নিজে কৰি ভাল পাইছিল। চিলাই নিজে কৰিছিল, কাপোৰ নিজে বুই লৈছিল আৰু সূতা কটা অভ্যাস অসহযোগৰ দিনৰে পৰা আজিলৈকো একেদৰেই ৰাখিছে। ববদলৈদেৱৰ পাৰিপাটি গুণত নিজৰ প্ৰয়োজনীয় যাবতীয় খদ্দৰ কাপোৰ নিজৰ ঘৰত তৈয়াৰ কৰাই লৈছিল। আন হাতে কটা সূতাৰ কাপোৰ নিজে পিন্ধিছিল আৰু ব্যৱহাৰ কৰিছিল। এই কামতো তেখেতৰ সহধৰ্মিনী শ্ৰীমতী সুৰবালা ববদলৈয়ে সদায় সকলো প্ৰকাৰে সহায় কৰিছিল।

অসহযোগ আন্দোলনত যোগ দিয়াৰ আগলৈকে ববদলৈদেৱ খোৱা-পিন্ধাত অলপ বিলাসী আছিল। সেই বুলি অমিতব্যয়ী ভাবে নহয়। দেশভক্ত ফুকনৰ সঙ্গৰ ফলত যে ইয়াৰ ওপৰত কিছু প্ৰভাব পৰিছিল সেইটো নুই কৰিব নোৱাৰি। দেশভক্তৰ লগত থকা ঘনিষ্ঠতাৰ কথা স্পষ্ট ভাবে ওলাই পৰে —"তৰুণৰাম ফুকন—তেখেতৰ সম্বন্ধে মই যি জানো" কিতাপখনৰ পৰা। সময়ত কেতিয়াবা ৰাজনৈতিক বিষয়ত মতভেদ হৈছিল যদিও ফুকনৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা সদায় অটুট আছিল। সিবিলাকৰ মাজত প্ৰীতি আৰু শ্ৰদ্ধাৰ বিষয়ে তলত দিয়া মনোমত কথাখিনিৰ পৰাই সহজে বুজিব পাৰি :

"১৯৩৮ চনৰ ২১ চেপ্তেম্বৰ তাৰিখে মন্ত্ৰীত্বৰ বাব লবলগীয়া হলফ্ লৈ যেতিয়া মন্ত্ৰীসকল অফিচৰ পৰা নামি আহোঁ, তেতিয়া সমস্ত পাহাৰটো লোকে লোকাৰণ্য। ছিৰিৰ সৰ্বপ্ৰথম স্থানত আছিল ফুকন ডাঙৰীয়া। স্বাভাৱিকতে মই তেখেতৰ আশীৰ্বাদ আকাঙ্ক্ষী আছিলোঁ। মই মূৰ দোঁৱাই ভৰিৰ ফালে চাব নৌপাওঁতেই তেখেতে মোক আকোঁৱালি ধৰিলেহি। মই তেখেতৰ আলিঙ্গনত নিজকে নিজে সৰু ল'ৰাৰ দৰে অনুভৱ কৰিলোঁ। মনত পৰিল ১৯২১ চনৰ অসহযোগত যেতিয়া তেখেতৰ আজ্ঞা মতে দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিলোঁ। মনত পৰিল তেখেতৰ সেই সময়ৰ হুঙ্কাৰ, মই খন্তেকৰ কাৰণে হলেও ভাবত অভিভূত হোৱা যেন পালোঁ।"

যৌৱন জীৱনৰ আৰম্ভণিৰে পৰা ববদলৈদেৱে তলত পৰি থকা শ্ৰেণীৰ মানুহৰ মাউৰা বা অনাথ ল'ৰা-ছোৱালীৰ প্ৰতি বিশেষ যত্ন লৈছিল। মহাত্মা গান্ধীৰ প্ৰবৰ্ত্তিত অস্পৃশ্যতা বৰ্জন আন্দোলনৰ পিছৰ পৰাটো কথাই নাই। ইতিপূৰ্বে মাউৰা নবীন আৰু গুকুৰীৰ কথা কোৱা হৈছে। দুখীয়া মানুহক আৰু বিশেষকৈ পঢ়া ছাত্ৰক তেখেতে সদায় সাধ্যানুসৰি সহায় কৰিছিল। মণিপুৰীয়া দুখীয়া ল'ৰা এটি তেখেতে ঘৰত ৰাখি পঢ়াই শুনাই ডাঙৰ দীঘল কৰিছিল। হৰি নামৰ মিকিৰৰ ল'ৰা এটা তেখেতৰ বৰ প্ৰিয় লগৰীয়া আছিল। তাক তেখেতে সহজ ভাষাৰে "সখি" বুলি মাতিছিল। সময়ত তাৰ নিজৰ দোৱানত গীত গাবলৈ দিছিল। অসমীয়া কথা শিকি সি যেতিয়া ঠানাক-ঠুনুক মাতেৰে অসমীয়া কথা কবলৈ ধৰিছিল তেতিয়া তেখেতৰ যে কি আনন্দ কোনে চাই? ইয়ান

আদৰ যে তাক নিজৰ ভাতৰ কাঁহীৰ ওচৰতে বহুৱাই লৈ খুৱাইছিল। কোনো মানুহৰ প্ৰতি তেখেতৰ কেতিয়াও কোনো সঙ্কোচ ভাব নাছিল। সেই "সখিয়েই" হ'ল তেখেতৰ ৰবৰ্ণী বোৱাৰ সঙ্গী। তেখেতৰ মনৰ উদাৰতাৰ সন্দেহ এই বিলাক কথাৰ পৰাই স্পষ্টতঃ দেখা যায়।

সতি-সন্তানৰ ভিতৰত বৰদলৈদেৱৰ ল'ৰা চাৰিটা আৰু ছোৱালী পাঁচ জনী। ডাঙৰটি ল'ৰা শ্ৰীমান ধীৰেন্দ্ৰ নাথ বৰদলৈ ডিব্ৰুগড মেডিকেল কলেজৰ পৰা এম-বি-বি-এচ পাছ কৰি ভাৰতীয় সৈনিক বিভাগৰ ডাক্তৰী পদত ভৰ্ত্তী হৈছে। পিতাকে আদৰ কৰি তেওঁক মৰমৰ মাতেৰে "বাপা" বুলি মাতিছিল। আনটি ল'ৰা শ্ৰীমান বীৰেন্দ্ৰ নাথ বৰদলৈ, বৰ্ত্তমান কলেজৰ ছাত্ৰ। এওঁৰ মৰমৰ নাম "বাবুল"। শ্ৰীমান ৰবীন্দ্ৰনাথ (ভাইটি) আৰু শ্ৰীমান ফণীন্দ্ৰনাথ (অকণমান) নিচেই সৰু। ডাঙৰ তিনিটা ছোৱালী শ্ৰীমতী সৰোজ কুমাৰী দেৱী, শ্ৰীমতী হেমলতা দেৱী আৰু শ্ৰীমতী গিৰিজা বালা দেৱীক বিয়া দিয়া হৈছে। বৰ জোঁৱায়েক শ্ৰীযুত বিষ্ণুপ্ৰাণ চাংকাকতি বি-ই অসমৰ গড়কাপ্তানি দপ্তৰৰ এজন উচচ বিষয়া। দ্বিতীয় জোঁৱায়েক শ্ৰীযুত বীৰেন্দ্ৰ নাথ চাংকাকতি, এম-এ, বি-এল, বালিপাৰা সীমান্তৰ এচিষ্টেন্ট পলিটিকেল অফিচাৰ আৰু তৃতীয় জোঁৱায়েক শ্ৰীযুত পুলিন চাংকাকতি বৰ্ত্তমান অল ইণ্ডিয়া ৰেডিঅ'ৰ কৰ্মচাৰী। শ্ৰীমতী অৰুণাভা দেৱী (অনু) আৰু শ্ৰীমতী অনিতা দেৱী (লিলি) এই দুটা ছোৱালী এতিয়া পাঠ্যাৱস্থাত।

সাংসাৰিক ক্ষেত্ৰত ইবিলাক অৰ্থশালী বা সম্পত্তিবান নহব পাৰে কিন্তু ইবিলাকৰ ৺পিতৃদেৱৰ পৰা পোৱা অনুপ্ৰেৰণাই কেনে কাৰ্য্যকৰী ৰূপ ললে তাক ফুটাই লিখিব নালাগে। তেখেতে সততে প্ৰকাশ কৰিছিল—"ল'ৰা-ছোৱালী কেইটাক পঢ়াই শুনাই মানুহ কৰি যাব পাৰিলেই মোৰ হ'ল; মোক আন সম্পত্তি নালাগে। সিয়েই মোৰ অতুল সম্পত্তি।" এই কথাৰ পৰাই প্ৰেৰণা পাই বিধৱা বাইদেৱেকে, বৰদলৈয়ে নিজেও নিতান্ত ঘাত-প্ৰতিঘাতৰ মাজতো অটল থাকি পঢ়া-শুনা নেৰিলে। যেনেতেনে প্ৰকাৰেই পঢ়া শুনা কৰিবই ধৰিলে।

দুখ কষ্টৰ ভিতৰেদি পাৰ হৈ আহি পাৰিবাৰিক জীৱন আৰম্ভ কৰোঁতে বৰদলৈয়ে শান্তি আৰু সুখৰ মুখকে দেখা পাইছিল।



সহপাঠীসকলৰ লগত ছাত্ৰাৱস্থাত বৰদলৈ। সোঁফালে প্ৰথম শাৰীৰ শেহত হাতত ক্ৰিকেট বেট লৈ থকা অৱস্থাত দেখা গৈছে।

# অহিংস অসহযোগ আন্দোলনত

বৰদলৈদেৱে ১৯১৯ চনত বিবাহিত জীৱনৰ লগে লগে শিলপুখুৰীত ঘৰবাৰী পাতি পাৰিবাৰিক জীৱনৰ অনাবিল সুখ সৰহদিন ভোগ কৰিবলৈ নাপালে। ১৯২০ চনৰ চেপ্তেম্বৰ মাহত কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিবেশন আৰু সেইবছৰ ডিচেম্বৰ মাহত নাগপুৰত বহা নিখিল ভাৰত কংগ্ৰেছ মহাসভাত "অহিংস অসহযোগ" প্ৰস্তাৱ গৃহীত হোৱাৰ লগে লগে গোটেই দেশতে এই কথা লৈ তোলপাৰ লাগি উঠিল। কংগ্ৰেছ মহাসভাৰ যোগে সেই আন্দোলনৰ প্ৰৱৰ্ত্তক হল পুণ্যস্মৃতি মহাত্মা গান্ধী। তেতিয়াও সেই উপাধি সিমান প্ৰচলন হোৱা নাছিল। দেশমাতৃকাৰ প্ৰতি অলপো শ্ৰদ্ধা থকা মানুহৰ কাণত এই বাণী পৰশা মাত্ৰে যেন অন্তৰত তাৰ স্পন্দন অনুভৱ কৰিলে। বৰদলৈদেৱৰ নিজৰ ভাষাত কবলৈ হলে "শ্ৰীকৃষ্ণৰ বংশী ধ্বনি শুনি ব্ৰজ গোপীসকল আকৃষ্ট হোৱাৰ দৰে ভাৰতৰ অগনণ নৰনাৰী যেন এই আহ্বানত আকৃষ্ট হৈ পৰিল।" বহু আগৰে পৰা সঞ্চিত এই মনোভাবে যেন ব্যক্ত হবলৈ পাই উৎফুল্ল হৈ উঠিল। মহাত্মা গান্ধীৰ প্ৰস্তাৱৰ যোগে জাতিৰ প্ৰতি আহ্বানৰ মাই কথা আছিল—যি শাসন পদ্ধতিয়ে মানুহক প্ৰকৃত মৰ্য্যাদা লাভৰ পথত বাধা জন্মায়, ন্যায় বিচাৰ দিবলৈ অপৰাগ, জাতীয়তাৰ ঘোৰ পৰিপন্থী ব্যৱস্থাৰহে বৰং পোষকতা কৰে; যাৰ বিধানত গঢ়ি উঠা অনুষ্ঠানবোৰ বৰং জনকল্যাণকৰ নহৈ চিৰ দাসত্ব মনোভাবৰহে পৰিপোষক, তেনে বিধানৰ লগত কোনেও সহযোগিতা কৰিব নাপায়। এইদৰে অসহযোগ কৰোঁতে যেন কোনো অৱস্থাতে কোনেও কোনো কাৰণতে হিংসা ভাবৰ আশ্ৰয় নলয়। কাৰণ খঙক খঙেৰে দমন কৰিব নোৱাৰি—প্ৰেমেৰেহে পাৰি।

সেই ভাবৰ পৰাই পোনতে গান্ধীজীয়ে আহ্বান কৰিলে "Triple boycott" তিনিটা অনুষ্টান বয়কট কৰিবলৈ:—(১) ব্যৱস্থাপক সভা, (২) আইন আদালত আৰু (৩) স্কুল-কলেজ। এয়েই নহয় গঠনমূলক কাৰ্য্যৰ দ্বাৰা মানুহক আত্মশুদ্ধিৰ কাৰণেও আহ্বান জনালে। তেখেতে জনালে বহুদিনৰ পৰাধীনতাৰ ফলত আমাৰ নৈতিক চৰিত্ৰত বহুতো দুৰ্বলতাই ঠাই পাইছে। আমি সম্প্ৰতি সেই দুৰ্বলতাবোৰ পৰিহাৰ কৰিব লাগিব। তাৰ বাবে কৰিব লাগিব—

(১) বিদেশীবৰ্জন আৰু স্বদেশী গ্ৰহণ। তাৰ অৰ্থে নিজ হাতে সূতা কাটি কাপোৰ নিজে বৈ ল'ব লাগে।

(২) মাদক দ্ৰব্য নিবাৰণ—যেনে মদ, কানি, ভাং এইবোৰ বস্তু ততালিকে পৰিত্যাগ কৰিব লাগিব। এইবোৰে মানুহৰ মনুষ্যত্ব বিকাশত বাধা জন্মায়। তাৰ পৰাই গৈ গৈ সমাজৰ উন্নতিতো বাধা জন্মে।

(৩) অস্পৃশ্যতা বৰ্জন আৰু হিন্দু-মুছলমানৰ ভিতৰত মিলা-প্ৰীতি ভাব বঢ়াবলৈ চেষ্টা। তেখেতৰ মতে অস্পৃশ্যতা আমাৰ মাজত ক্ষয়ৰোগৰ তুল্য। তাক পৰিহাৰ নকৰিলে জাতি হিচাবে আমি কেতিয়াও উন্নত হ'ব নোৱাৰিম।

(৪) পঞ্চায়ত গঠন—আইন-আদালত বৰ্ত্তমানে বৰ ব্যয়সাপেক্ষ। আমাৰ ভিতৰৰ বিৰোধ নিজে আগৰ কালৰ চলিত নিয়ম মতে মীমাংসা নিজে কৰি ললেই হ'ল। তেতিয়াহে ন্যায় বিচাৰ পাব পৰা যাব। মানুহে কয় মোকৰ্দ্দমা নহয়—টকাৰ টেমাহে। অৰ্থাৎ ন্যায় বিচাৰ পাবলৈ আজিকালি বহুত খৰচ সাপেক্ষ হৈছে।

মুঠতে এইদৰেই কিছুমান দেখাত বৰ সহজ কিন্তু পালন কৰাত কঠোৰ অথচ নকৰি আমাৰ গত্যন্তৰ নোহোৱা কাৰ্য্যসূচী আমাৰ আগত দাঙি ধৰিলে। এই আহ্বানত দেশবাসীয়ে কিদৰে সঁহাৰি দিলে তাৰ বিৱৰণ দিয়া বাহুল্য। কিন্তু এইটো নিশ্চয় প্ৰাণৱন্ত কোনো মানুহৰ পক্ষেও ইয়াক আওকাণ কৰিবৰ শক্তি নাই। যি কংগ্ৰেছ ইমান দিনে মাথো মুষ্টিমেয় শিক্ষিত লোকৰ ভিতৰত সীমাবদ্ধ আছিল সি আজি অসমৰ সকলো মানুহৰে মন আৰু বৰ্ত্তমান কৰ্ত্তব্যালৈ যেন জঁকি উঠিল। প্ৰকৃত জনগণৰ আন্দোলন আৰম্ভ হল;—সুপ্ত সিংহ জাগ্ৰত হৈ কেশৰ জোকাৰিলে। দেখা গ'ল লক্ষ লক্ষ গাঁৱৰ নিৰীহ হোজা মানুহেও ইয়াৰ মৰ্ম সহজে অনুভৱ কৰিব পাৰিলে। ভাৰতৰ নিজ বিশেষত্বৰ সুকীয়া যি সভ্যতা তাৰে আকৌ যেন উদ্বোধন। প্ৰকৃত শিল্পীৰ হাতত পৰি ইমান দিনৰ নিৰ্জীৱতা সঞ্জীৱিত হ'ল। দেশবাসীয়ে নতুন পোহৰ দেখা পালে আৰু মনত নতুন আকাঙ্ক্ষা জাগ্ৰত হ'ল। মনুষ্যত্বৰ দাবী যেন বিশ্ব দৰবাৰত স্থাপন কৰিলে!

গণ আন্দোলনৰ স্বভাৱেই হ'ল যে প্ৰথমে এজনৰ দ্বাৰা উদ্ভৱ হৈ তেখেতৰ সমৰ্থনকাৰী মুখ্য অলপ সংখ্যক লোকৰ সমৰ্থনত সি ক্ৰমে প্ৰসাৰিত হয়। এই অলপীয়া মুখ্য সকলৰ ভিতৰত অন্যতম আছিল গোপীনাথ বৰদলৈ। তেখেতে আৰম্ভণিৰে পৰা এই আন্দোলনত যোগ দিওঁতে প্ৰধানতঃ দেশভক্ত তৰুণৰাম ফুকনৰ সোঁহাত স্বৰূপে থাকিয়েই কাম কৰিছিল। ফুকনৰ জীৱনী লিখি বৰদলৈয়ে এই বিষয়েত যি খিনি কথা লিখিছে তাৰ কিয়দাংশ তুলি দিলে অপ্ৰাসঙ্গিক নহ'ব। তেখেতে লিখিছে—"ইফালে কটন কলেজৰ ছাত্ৰবিলাকে ফেব্ৰুৱাৰী মাহত (হ'ব পায়) দল বান্ধি কলেজৰ পৰা বাহিৰ হ'ল, আৰু যদিও কেজনমান দৃঢ় সঙ্কল্পৰ ডেকাৰ বাদে বাকীবিলাকে পুনৰায় কলেজত সোমালগৈ। ই সাময়িক ভাৱে এনে এটা হুলস্থূলৰ সৃষ্টি কৰিলে যে দেশৰ মত কোন ফালে চাল খাইছে তাক বুজিবলৈ নেতা সকলৰ বাকী নেথাকিল। দায়িত্বশীল নেতা বৰদলৈ ডাঙৰীয়াই দেখা পোৱা দেশৰ এই দায়িত্বহীন আৰু অসংযত ভাব বন্ধ কৰিবই লাগিব বুলি দৃঢ় সঙ্কল্প লৈ এই আন্দোলনত আত্মাহুতি দিলে। বৰদলৈ (নবীনচন্দ্ৰ) ডাঙৰীয়াই এপ্ৰিল মাহত প্ৰকাশ্য ভাৱে ওকালতি এৰিলে আৰু তেখেতৰ ব্যৱসায়ৰ পৰা হোৱা ইমান ডাঙৰ এটা আয়ৰ বাট বন্ধ কৰি দেশৰ কাম আৰু ভাৰতৰ স্বাধীনতাৰ কাৰণে নিজৰ সকলো স্বাৰ্থকে বলি দিলে। তেখেতৰ লগে লগে সেই মাহতে গুৱাহাটীত এই লেখককে ধৰি আৰু চাৰিজন উকীলে ওকালতি বৰ্জন কৰি কংগ্ৰেছ কমিটী আৰু গাঁৱলীয়া পঞ্চায়ত গঠনৰ কাম হাতত ললে। কিছুদিন পিছতে অৰ্থাৎ জুন মাহৰ মূৰতে "আসাম-বেঙ্গল ৰেলৱেইত" এটা বিৰাট ধৰ্ম্মঘট আৰম্ভ হয় আৰু তাৰ দ্বাৰাই এই আন্দোলনৰ ওপৰত কম হেঁচা পৰা নাছিল। চাৰিওফালে উকীলসকলে সভা সমিতি পাতি সমস্ত অসমবাসীকেই জাগৰিত কৰি তুলিলে।



লোকপ্ৰিয় বৰদলৈ (মাজৰ শাৰীৰ সোঁ ফালৰ পৰা দ্বিতীয়) কলিকতাত তেওঁৰ সহপাঠী বন্ধুসকলৰ সৈতে

অসমৰ সকলো ঠাইতে, বিশেষকৈ গাওঁবিলাকত কংগ্ৰেছ কমিটী গঠিত হবলৈ ধৰিলে। বৰদলৈ ডাঙৰীয়াৰ মহৎ ত্যাগে এটা নতুন ত্যাগৰ ভাব দেশবাসীৰ আগত দাঙি ধৰাৰ ফলত অসম জুৰি অনেক শিক্ষিত ডেকা লৰা স্কুল-কলেজ বৰ্জন কৰি এটা সুগঠিত আৰু নিয়মানুবৰ্ত্তী স্বেচ্ছাসেৱকৰ দল সৃষ্টি কৰিলে আৰু সাময়িক ভাৱে দেশৰ ত্যাগী কৰ্মীৰ অভাৱ একেবাৰে নাইকিয়া হ'ল। বাইজো যেন নৱ ভাৰত সম্পূৰ্ণৰূপে অনুপ্ৰাণিত হ'ল। এই জাগৰণে একালে যেনেকৈ বৃটিছ শাসনৰ ওপৰত মানুহৰ মনত নিহিত থকা বিৰোধ ভাব স্পষ্টকৈ দেখুৱালে, আনফালে তেনেকৈ কল্পিত ভাৰী-স্বৰাজৰ আমোলত এই দুঃখ-দুৰ্গতি বিলাক যে দূৰ হ'ব তাৰ আভাসো পাবলৈ ধৰিলে। সাধাৰণ গাঁৱলীয়া মানুহৰ নিজৰ উন্নতিকল্পে অনুভূতিৰ উদাহৰণ বোধকৰো ভাৰতৰ বুৰঞ্জীত এযে প্ৰথম।

বৰদলৈদেৱৰ উক্তি নিজা কথাখিনিৰ পৰা সহজে বুজা গ'ল যে তেখেতে ১৯২১ চনৰ এপ্ৰিল মাহৰ পৰাই ওকালতি ব্যৱসায় ত্যাগ কৰি অসহযোগ আন্দোলনত সম্পূৰ্ণৰূপে যোগ দিলে। তেখেতৰ বিষয়ত এটা কথা বিশেষকৈ লক্ষ্য কৰিব লগীয়া যে তেখেতৰ পক্ষে সংসাৰ চলাবলৈ উপাৰ্জনৰ আন কোনো বাটেই নাছিল। তেখেতৰ মনৰ দৃঢ়তাৰ কাৰণেই আৰু কৰ্ত্তব্যনিষ্ঠা প্ৰভৃতি গুণত প্ৰতিষ্ঠিত হব পৰা কাৰণে এনে ভাৱে ত্যাগ মন্ত্ৰত দীক্ষা লব পাৰিলে। শেহত দেখা যায় যে সেই ১৯২১ চনৰ চেপ্তেম্বৰ মাহত মহাত্মা গান্ধীক প্ৰথম ৺ফুকনৰ ঘৰত দেখা পোৱাৰ পৰা তেখেত এজন যেন সম্পূৰ্ণ নতুন মানুহ হৈ উঠিল। মহাত্মাৰ মহতী আদৰ্শৰ দীক্ষা গ্ৰহণ কৰি একেবাৰে শিষ্যত্ব গ্ৰহণ কৰিলে আৰু জীৱনৰ শেষ মুহূৰ্ত্তলৈকে তাত দৃঢ়ভাৱে থাকিব পাৰিলে। কোনো কষ্ট কোনো বিপৰ্য্যয়ে বা অশুভ ঘটনায়ো তেখেতক জীৱনৰ শেহলৈকে টলাব পৰা নাছিল। এই দৃঢ়তা কৰ্ত্তব্যনিষ্ঠাৰে পৰিচায়ক নহয়নে ?

এনে নিষ্ঠাৰে অন্যায়ৰ বিৰুদ্ধে পীড়নৰ বা শোষণৰ বিৰুদ্ধে চলিত শাসন পদ্ধতিয়েই বহু পৰিমাণে দায়ী বুলি দৃঢ়তাৰে বুজি তাৰ প্ৰতি অসহযোগেই পথ বুলি বুজিলে আৰু সেইমতে তেখেতে দেহে কেহে দেশৰ কামত লাগিল আৰু যাই পথ পদৰ্শক হ'ল উপযুক্ত নেতা দেশভক্ত ফুকন ডাঙৰীয়া। কত কষ্ট, কত অসুবিধাৰ মাজতো তেখেতে গাঁৱে গাঁৱে ফুৰি মানুহক তেওঁবিলাকৰ ন্যায্য প্ৰাপ্যৰ প্ৰতি সচেতন কৰিবলৈ ধৰিলে প্ৰাণত নতুন আকাঙ্ক্ষা জাগ্ৰত কৰিবলৈ ধৰিলে। দেশত সংগঠনৰ কামো লগে লগে কৰি যাবলৈ ধৰিলে।

সংগঠনৰ কামৰ ভিতৰত তেখেতৰ খদ্দৰ গ্ৰহণত বৰ বিশ্বাস আছিল আৰু অসহযোগৰ আৰম্ভণিৰে পৰা এই কামত তেখেতৰ নিষ্ঠা বৰ প্ৰবল আছিল। সুতাকটা কামটো তেখেতে তন্তালিকে গ্ৰহণ কৰি, লাগতিয়াল যাবতীয় সৰঞ্জাম নিজৰ কাৰণে জোগাৰ কৰি ললে। নিজৰ পৰিবাৰকো এই কামত লগালে। তেখেতে প্ৰথম মাহত নিজে কটা সূতাৰে কাপোৰ বয় লাগতিয়াল যাৱতীয় বস্ত্ৰ ঘৰতে তৈয়াৰ কৰাই ললে। কাপোৰ চিলাই কৰিবলৈকো তেখেতে বাহিৰৰ সহায় লব লগা নহৈছিল। ঘৰতে চিলাই কল আছিল আৰু তেখেতৰ সুযোগ্যা পৰিবাৰেই সকলো কাম জানিছিল। মূৰৰ টুপী, গাৰ

ছোলা আৰু আন কি বস্ত্ৰ লৈ যোৱা মোনাও নিজে তৈয়াৰ কৰি লৈছিল। মুখ্যমন্ত্ৰীৰ দায়িত্ব লোৱাৰ দিনতো তেখেতে চিৰ অভ্যস্ত সেই যঁতৰ আৰু সূতা কাটিবলৈ এৰা নাছিল। অলপ সময়ৰ কাৰণে আহৰি পালেও, অকলশৰীয়া হ'ব পৰিলে শেহলৈ পচাতকৈ সূতাকেহে কাটিছিল। আমি কেতিয়াবা অকস্মাৎ ওলালেও সূতা কটা অৱস্থাতে পাওঁ আৰু কথা পাতি থাকোঁতেও যঁতৰটি হাতৰ পৰা নেৰে।

কৰ্মীসকলৰ যত্নত গোটেই দেশতে ক্ৰমে আন্দোলনৰ তীব্ৰতা বাঢ়িবলৈ ধৰিলে। লগে লগে কংগ্ৰেছ অনুষ্ঠানটো কাৰ্য্য পৰিচালনাৰ কাৰণে প্ৰতি জিলাত আৰু লাগতিয়াল ঠাইত নিয়মিতৰূপে কংগ্ৰেছৰ অফিচ স্থাপিত হবলৈ ধৰিলে। অফিচত যোগ্যতা অনুসাৰী কাৰ্য্যকাৰক নিযুক্ত হ'ল। অলপ দিনৰ ভিতৰতে ৺বৰদলৈদেৱ গুৱাহাটী জিলা কংগ্ৰেছ অফিচৰ চেক্ৰেটৰী নিযুক্ত হ'ল। প্ৰয়োজন মতে বাহিৰত সংগঠনৰ কাম কৰি আহি গুৱাহাটীত থকা সময়ত অফিচতে থাকি কংগ্ৰেছৰ কামকে কৰে। মুঠতে কায় মনোবাক্যে সততে কংগ্ৰেছৰ কামতে নিয়োজিত হ'বলৈ ধৰিলে—ঘৰ সংসাৰলৈ পিঠি দিয়াত পৰিল—তালৈ ভাবিবলৈকে সময় নাই যেন। এনে নিষ্ঠা কামত। বহুকালৰ পিচত মোহ নিদ্ৰাৰ পৰা ৰাইজ সকলো যেন ক্ৰমে সাৰ পাবলৈ ধৰিলে। তেওঁলোকে নিজে নিজেও কামত ধৰি দেশৰ ভাল হওক বুলি চেষ্টা কৰিবলৈ আগবাঢ়ি সময়মতে মুখিয়াললোক সকলক মাতি নি নিজৰ ভিতৰত সভা সমিতি পাতি কৰ্ম্মপন্থা বুজি লবলৈ ধৰিলে। সেই দৰে জিলা অফিচৰ পৰাও প্ৰয়োজন অনুযায়ী ঠায়ে ঠায়ে কাম কৰিবৰ কাৰণে কৰ্ম্মী পঠাব লগাত পৰিছিল। ক্ৰমে দূৰ-দূৰণিৰ পৰা ৰাইজৰ মাজৰ পৰা আহ্বান আহিবলৈ ধৰিলে—আহক আমাক কৰ্ম্মপন্থা বুজাই দিয়ক।

এবাৰ বৰদলৈক ডিগাৰু অঞ্চলৰ ৰাইজসকলে নিমন্ত্ৰণ কৰি এখন সভালৈ লৈ গ'ল। তেতিয়াৰ দিনত বাই-চাইকেলেই সুবিধাজনক যান আছিল। মটৰৰ প্ৰচলন তেতিয়া সিমান নাছিল। বৰদলৈদেৱে এখন বাইচাইকেলেৰে ঘূৰি আহোঁতে ডিগাৰু ষ্টেচনত সেই বাইচাইকেলৰ পৰা পৰি তেখেতৰ আঠুত জখম হ'ল। জখম ডাঙৰেই হৈছিল আৰু সেই ঠাইৰ মঙহ পৰ্য্যন্ত এৰাই গৈছিল। ততালিকে সহায় কৰিবলৈ ওচৰত কোনো মানুহ নাছিল। আঁতৰত এজন বুঢ়া মানুহে দেখা পাই কি হল বুলি লৰি আহিল আৰু সেইদৰে জখম হোৱা দেখি লৰমাৰি ওচৰৰে দুজন মানুহক মাতি আনিলে আৰু ধৰা ধৰি কৰি ষ্টেচনলৈ লৈ গল। তাতে তেওঁলোকে প্ৰথমে শুশ্ৰূষা কৰে আৰু ঘা ডোখৰ ধুই দিয়ে আৰু ওচৰৰ হাবিৰ মাজৰ পৰা কিবা বনৌষধ আনি বান্ধি দিয়ে আৰু পানীখাটী ষ্টেচনলৈ খবৰ পঠায়। সেই খবৰত তেখেতৰ সততে লগৰীয়া ৰীৰু মিকিৰ আৰু হুকি মিকিৰ (উভয়ে হাতী মাউত আছিল) আৰু চিকাৰী ৰামকিষণ লৰি আহিল আৰু সিহঁতে দেউতাকক ধৰি আনি ষ্টেচনৰ পৰা ৰেলত তুলি ৰাতি আঠ মান বজাত ঘৰ পোৱালে। সেই ঘা শুকাবলৈ তেখেতৰ এসপ্তাহমান লাগিছিল। তাৰ পিচতহে সম্পূৰ্ণ আৰোগ্য হয়। ইয়াৰ পিচৰ পৰা আকৌ কংগ্ৰেছ অফিচত নিয়মিত কামত আত্মনিয়োগ কৰিব পৰা হয়।

১৯২১ চনৰ শেষৰ ফালে এদিন তেখেতে দামৰাত (গোৱালপাৰা জিলাৰ) কপাহ কিনিবলৈ যাব লগাত পৰে। কপাহ ন'হলে নিজৰে সূতা কটা বন্ধ থাকে। আন দুৰ

ঠাইৰ পৰা অনাও বৰ অসুবিধা। কপাহ কিনিবলৈ গৈ তেখেতে সেই দিনা দামৰাতে থাকিব লগাত পৰে। ইফালে তেখেতৰ ঘৰত সেই দিনা ঘৰৰ আন মানুহৰ উপৰিও আলহী হিচাবে শ্ৰীনীল বৰুৱা, উকীল দেবেন বৰদলৈ আৰু এটা লগুৱা আছিল। পুলিচে বৰদলৈ দেৰক ধৰিবৰ কথা থকাত পুৱতি নিশাতে ঘৰ বেৰি লৈ তেখেতক ধৰিবলৈ আহিল। পুলিচে চাৰিওফালে ঘৰ বেৰি ধৰাত সকলোৱেই বিপদত পৰা যেন হলেও কোনেও ভয় কৰা নাছিল। সকলোৱেই বৰং ধৈৰ্য্য ধৰি থাকিল। পুলিচে বাহিৰৰ পৰা ফাকি দি মাতিবলৈ ধৰিলে—"বৰদলৈ উঠক, আলহী আহিছো।" ইমান পুৱাতে কোন আহিছে বুলি শ্ৰীযুতা বৰদলৈ আহি পুলিচে ঘেৰাও কৰা দেখি আচৰিত হল। তেওঁবিলাকে তেতিয়া ঘৰৰ সকলোকে বাহিৰ কৰি থৈ খানাতাল্লাচ কৰিলে আৰু কিছুমান কাগজ পত্ৰ লৈ গ'ল। বৰদলৈ এই যাত্ৰাত ধৰা নপৰিল।

দামৰাৰ পৰা ঘূৰি আহি ঘৰ খানাতাল্লাচৰ কথা শুনি বৰদলৈদেৱ অলপ সাৱধান হ'ল। পিচদিনা তেখেত আহমদাবাদ কংগ্ৰেছলৈ প্ৰতিনিধি হিচাবে যাব লাগে। পুলিচৰ চকুত ধূলি মাৰি তেখেতে কেনেকৈ যাব উপায় ঠিৰ কৰিলে। পিচদিনা পোহৰ নৌ হওঁতেই মূৰত বৰ পাগ এটা মাৰি চাইকেলত উঠি ভৰলুমুখ হৈ পাণ্ডুলৈ যায়। বাটত পুলিচে দেখিছিল যদিও চিনিব নোৱাৰি ধৰিব নোৱাৰিলে। মাল বস্তুবোৰ পিচত ঘৰৰ মানুহে গুৱাহাটী ষ্টেচনৰ পৰা ৰেলেদি পঠাই দিলে। পূৰ্ব্বৰ দিহা মতে পাণ্ডুৰ পৰা বাইচেকেল খন ঘৰলৈ অনা হয়। তেখেতে সেই দিনাই ৰেলত উঠি আহমদাবাদলৈ যায়। তাত বৰদলৈদেৱে অসমত কংগ্ৰেছৰ আন্দোলনৰ গতি বিধি সম্পৰ্কে বহলায় ব্যাখ্যা কৰে। ইয়াত উল্লেখ কৰিব পাৰি যে এদিন বৰদলৈ দেৱে অফিচত বহি কাম কৰি থাকোঁতেই পুলিচে আহি ওৱাৰেণ্ট দেখুৱালে। বৰদলৈদেৱে নিৰ্ব্বিবাদে কলে "যাব লাগে যদি ব'লা, আমি সদায় তৈয়াৰী হৈয়ে আছোঁ।" পুলিচৰ দাৰোগাই তেখেতক আটক কৰিলে আৰু বাহিৰে বাহিৰে জেললৈ নি হাজোতত থ'লে। সেই যাত্ৰাত তেখেতক হাজোতত তিনি দিন ৰাখি পিচত এৰি দিয়ে। ইয়াৰ পিচতহে তেখেতে দামৰাৰ পৰা কপাহ আনি পিচত আহমদাবাদলৈকে কংগ্ৰেছ অধিবেশনত যোগ দিবলৈ যায়।

আহমদাবাদৰ পৰা ঘূৰি আহোঁতে তেখেতে পোনে পোনে গুৱাহাটীলৈ ঘূৰা নাছিল। কাৰণ তেখেতে জানিছিল যে এইবাৰ ৰক্ষা নাই, ঘৰ পালেই পুলিচে আটক কৰিব আৰু জেইললৈ যোৱাটো অনিবাৰ্য্য। এইবাৰে কৰিব লগা কামখিনি যিমান দূৰ পাৰি বাহিৰে বাহিৰে কৰি যোৱা প্ৰয়োজন। সেই অনুসৰি তেখেতে গোৱালপাৰা, বকো, ছয়গাঁও আদি ঠাইত থাকি সভা সমিতি পাতি বাইজৰ মাজত কাম কৰি ক্ৰমে আগবাঢ়ি গুৱাহাটীৰ ফালে আহি আছিল। পলাশবাৰীত ডাঙৰ সভা এখন হৈছিল। সেই সভালৈ বহু দূৰণি ঠাইৰ মানুহ অহাত সিবিলাকক খুৱাব লগাত পৰিছিল। এইদৰে খুৱাবলৈ আয়োজন কৰাত বৰদলৈ দেৱেও সাধাৰণ কৰ্ম্মীৰ দৰে খাটিব লগাত পৰিছিল। সেই দিনা ভাত-আঞ্জা পৰিবেশন কৰি বহুতক খুৱাব লগা হোৱাত, বাল্টি দঙা-মেলা কৰাত বৰদলৈদেৱৰ কঁকালত বৰ বিষ হ'ল। এনে কি, শেষত ৩।৪ জন মানুহে মটৰত তুলিহে গুৱাহাটীলৈ আনিব লগাত পৰিছিল। কেইদিনমান চিকিৎসাৰ পিচতহে তেখেত আৰোগ্য হ'ল।

৺ফুকন ডাঙৰীয়া তেতিয়া প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি আৰু ৺নবীনচন্দ্ৰ বৰদলৈ তাৰ সম্পাদক আছিল আৰু লোকপ্ৰিয় বৰদলৈ আছিল জিলা কংগ্ৰেছৰ সম্পাদক। এইটো নুই কৰিব নোৱাৰি যে ৺ফুকন ডাঙৰীয়াই আন্দোলনত যোগ দিয়াৰ পৰা ইয়াৰ শক্তি বহুত গুণে বাঢ়িল আৰু কামো প্ৰচণ্ড গতিৰে দেশত চলিবলৈ ধৰিলে। এই ফুকন ডাঙৰীয়াৰ সোঁহাত স্বৰূপেই বৰদলৈদেৱে তেখেতৰ লগে লগে প্ৰচাৰ কাৰ্য্য কৰি গোটেই দেশতে ঘূৰি ফুৰিছিল। আগষ্ট মাহৰ পৰা তেখেতক গ্ৰেপ্তাৰ কৰা সময়লৈকে অৰ্থাৎ ডিচেম্বৰ মাহৰ ৬ তাৰিখলৈকে এখন্তেকো বিশ্ৰাম লোৱা নাছিল। অবিৰাম গাৱেঁ ভূঞেঁ ঘূৰি ফুৰিছিল অথচ তেতিয়াৰ দিনত ফুৰা কি কষ্ট! যান-বাহন পোৱা কিমান অসুবিধা! কামৰ এই প্ৰেৰণা যোগাইছিল কিহে?

৺ফুকনে চেপ্তম্বৰ মাহত ধুবুৰী অঞ্চলত প্ৰচাৰ কাৰ্য্য কৰোঁতে বক্তৃতাত ৰাজদ্ৰোহ প্ৰচাৰ কৰা অভিযোগত ১০৮ ধাৰা মতে মোকৰ্দ্দমা চৰকাৰৰ পক্ষৰ পৰা বিজু কৰে। নিৰূপিত দিনত মোকৰ্দ্দমাৰ বিচাৰ হয়। সেই বিচাৰ চাবলৈ গুৱাহাটীৰ পৰা বহুতো নেতৃস্থানীয় লোক ধুবুৰীলৈ গৈছিল। ৺বৰদলৈদেৱো তাৰে এজন অন্যতম। মোকৰ্দ্দমাৰ দিনা ধুবুৰীৰ কাছাৰি ঘৰ বিৰাট জনতাৰে পৰিপূৰ্ণ হৈ পৰিছিল। মানুহ ৰেইল, জাহাজ আৰু বাটেৰেও ২৫।৩০ মাইল দূৰৰ পৰাও ফুকনৰ বিচাৰৰ কি অৱস্থা হয় জানিবলৈ আহি ভৰি পৰিছে। হিন্দু-মুছলমান সকলোৱেই সমানে মোকৰ্দ্দমাত কি হয় জানিবলৈ উৎকণ্ঠিত।

আদালতত মোকৰ্দ্দমা চলিল। সেই মোকৰ্দ্দমাত অংশ গ্ৰহণ নকৰাই আছিল অসহযোগৰ নীতি। গতিকে ভিতৰ ফালে নেতাসকলৰ কাম নাছিলেই। বাহিৰত গোট খোৱা হাজাৰ-বিজাৰ মানুহে ৰাজহুৱা সভা পাতিলে। শ্ৰীৰোহিনী কুমাৰ চৌধুৰী, ৺বৰদলৈ দেৱ প্ৰভৃতিয়ে ফুকনে কোৱা কথাবোৰকে পুনৰায় কবলৈ ধৰিলে। ৰাইজেও তাতে হয়ভৰ দিলে। এইদৰে মোকৰ্দ্দমা চলি থকা দুদিন ধুবুৰী চহৰ বৰং অসহযোগৰ প্ৰকাণ্ড প্ৰচাৰ ক্ষেত্ৰ স্বৰূপ হৈ উঠিল। গৱৰ্ণমেণ্টৰ উদ্দেশ্য অৰ্থাৎ মোকৰ্দ্দমাৰ ভয় দেখুৱাই আন্দোলন দমাবৰ বিপৰীত ফল ফলিল। কৰ্ণেল প্লে ফেয়াৰ চাহাবে দুদিনকৈ সাক্ষী লোৱাৰ পিচত ফুকনৰ বিপক্ষে মোকৰ্দ্দমাৰ কোনো কাৰণ নাই বুলি খালাচ দিলে।

মোকৰ্দ্দমাৰ পৰা খালাচ পোৱাৰ পিচত ফুকন ডাঙৰীয়া ৰাইজৰ মাজত বেছি ভাৱে জড়িত হব লগাত পৰিল। লগে লগে আমাৰ বৰদলৈদেৱো তেখেতৰ সঙ্গী হল। দেশৰ চাৰিওফালৰ পৰা ফুকনলৈ আহ্বান আহিবলৈ ধৰিলে কংগ্ৰেছৰ কামৰ কাৰণে। ফুকনেও সেই আহ্বান উলঙ্ঘা কৰা নাছিল; পাৰ্য্যমানে তেখেতে দূৰ ঠাইলৈকো আৰু ভিতৰুৱা গাওঁলৈকো যাবলৈ হেলা কৰা নাছিল। আমাৰ মনত আছে শ্ৰীকুলধৰ চলিহাৰ লগত ফুকন যেতিয়া প্ৰথমবাৰ উত্তৰ লক্ষীমপুৰলৈ যায়—তাত মানুহৰ কি উদ্যম। লোতৰ নে ওঠৰওটা তোৰণেই সাজিছিল বেলেগ বেলেগ ঠাইত তেওঁবিলাকক অভ্যৰ্থনা কৰিবলৈ। চৰকাৰৰ দমন-নীতি প্ৰয়োগ কৰাৰ অভ্যাসৰ ফলত যি প্ৰতিক্ৰিয়াই দেখা দিলে শেষত দেখি শুনি বাধ্য হৈ চৰকাৰে সেই নীতি কিছু দিনলৈ স্থগিত কৰিব লগাত পৰিছিল।

ইয়াৰ পিচত ডাঙৰ সভা হয় মঙ্গলদৈৰ ছিপাঝাৰত। সেই সভালৈ আমাৰ বৰদলৈ দেৱ যাব লগা হৈছিল আৰু বক্তৃতা দিছিল। এই সভাৰ বিশেষত্ব হিচাবে প্ৰায় ৭।৮ হাজাৰ

তিৰোতা মানুহে সভাত যোগদান কৰিছিল। প্ৰথম বাৰৰ কাৰণে সূতা কটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল সেই মহিলাসকলৰ পক্ষৰ পৰাই।

নবেম্বৰ মাহৰ তৃতীয় সপ্তাহত ৺ফুকনে দীঘলীয়া কাৰ্য্যসূচী কৰি কামৰূপৰ দক্ষিণপাৰ, গোৱালপাৰাৰ পূব অঞ্চল আৰু বকো, ছয়গাওঁ আদিত ভ্ৰমণৰ দিহা কৰিলে। এইবোৰ অঞ্চলত বৰদলৈদেৱে ইতিপূৰ্ব্বে কংগ্ৰেছৰ সংগঠনৰ কাম কৰা বাবে তেখেতো লগত যাব লগা হ'ল। লগত আন আন স্বেচ্ছ-সেৱকো লোৱা হ'ল। প্ৰথমে নাৱেৰে নগৰবেৰালৈ যোৱা স্থিৰ হ'ল। তাৰ পিচত আন ব্যৱস্থা কৰি বেলেগ বেলেগ অঞ্চলত প্ৰচাৰ কাৰ্য্য চলাব।

নাৱেৰে যাওঁতে বাটত আন্দোলন সম্পৰ্কীয় কথা পাতিবৰ সুবিধা হৈছিল, কাৰণ বহুত সময় নাওৰতে গৈ থাকিব লগাত পৰিছিল। ৺বৰদলৈদেৱে ফুকনৰ জীৱনীতে ইয়াৰ যি আভাস দিছে ইয়াত তাৰে একাংশ তুলি দিলোঁ।—"ফুকন ডাঙৰীয়া ইয়াৰ ভিতৰতে আৰু এবাৰ মহাত্মা গান্ধীৰ লগত সাক্ষাৎ কৰি আহিছিলগৈ। আন্দোলন কি ভাবে চলিব প্ৰস্তাৱিত ৩১ ডিচেম্বৰৰ ভিতৰত স্বৰাজ কেনেকৈ পাব পৰা যাব, সেইটো জানিবলৈ আমি উৎসুক। আমাৰ লগত অহা স্বেচ্ছাসেৱক শ্ৰীমান কৃষ্ণকান্ত বৰুৱাই এনেকৈ স্বৰাজ পোৱা অসম্ভৱ বুলি তৰ্ক তুলিলে। সেই সময়ত নবেম্বৰ মাহৰ তৃতীয় সপ্তাহ পৰিছেহি। ফুকন কিন্তু তেতিয়াও এই আন্দোলনৰ সাৰ্থকতা সম্বন্ধে দৃঢ়; যুদ্ধৰ সৈন্যাধ্যক্ষৰ দৰে অলপো সঙ্কোচৰ পৰিচয় নিদিলে। কবলৈ ধৰিলে যে অলপ সংখ্যক লোকে ত্যাগ আৰু আত্মাহুতি দিবলৈ ৰাজী হলেই অসহযোগ সম্পূৰ্ণ হ'ব পাৰে। এনে অৱস্থাত চৰকাৰী বিষয়াবিলাকে তেওঁলোকৰ পদ ইস্তফা নিদি নোৱাৰিব। এই মহা আহুতিৰ কাৰণে যদি সেইদৰে মহলদাৰ, ঠিকাদাৰ ইত্যাদি লোকেও অসহযোগ কৰে তেন্তে বৃটিছ শাসন অস্থায়ী ভাৱে হ'লেও ভাৰতত অচল হ'ব আৰু আমাৰ দাবী গ্ৰাহ্য কৰিবলৈ বাধ্য হ'ব।" ইয়াৰ পিচত মহাত্মাজীয়ে কোৱা মতে আইন অমান্য আন্দোলন সম্পৰ্কে কথা কয় আৰু সিনো কেনে ধৰণৰ তাকো বুজাই দিয়ে। সেই ধৰণৰ আন্দোলন ইয়াৰ ন বছৰৰ পিচত "ধৰ্ষাণাত" লোন আইন অমান্য কৰাত দেখা পোৱা যায়। বৰদলৈদেৱে শেষত স্বীকাৰ কৰিছে যে "প্ৰকৃততে সংঘবদ্ধ হৈ আইন অমান্য আন্দোলনৰ নীতি মই প্ৰথমে ফুকন ডাঙৰীয়াৰ মুখৰ পৰাই শুনো।"

নাৱেৰে যাওঁতে দুয়োকাষে নদীৰ আৰু ওচৰৰ বা দৃশ্যমান অংশৰ নানান প্ৰাকৃতিক সৌন্দৰ্য্য চাই চাই পিচ দিনাহে নগৰবেৰা পালেগৈ। নৈৰ ঘাটত অসংখ্য মানুহ আহি আগৰে পৰা অভ্যৰ্থনাৰ কাৰণে বৈ আছিল। দলে দলে নেতাসকল গৈ পোৱা মাত্ৰেই জয়ধ্বনিৰে সমবেত ৰাইজে অভ্যৰ্থনা জনাই সিবিলাকক বাহৰলৈ লৈ গ'ল। তাত তিনি হাজাৰ মান মানুহৰ এখন ডাঙৰ সভা হ'ল। ফুকনৰ পিচত বৰদলৈদেৱেও ৰাইজ সভাত বক্তৃতা দিলে। সভাৰ পিচত সিবিলাক যাব লাগে দবংগিৰিলৈ। গোৱালপাৰা মহকুমাৰ ভিতৰত সেই ঠাইখন। ৰাইজে হাতী, নাও আদিৰ সুবিধা কৰি দিলে। তথাপি ফুকন ডাঙৰীয়াই খোজ কাঢ়ি যাবলৈহে স্থিৰ কৰিলে। তেখেতৰ কথাত আনে নুই কৰে কেনেকৈ? গতিকে আষোণবৰীয়া ধাননিৰ মাজে মাজে গৈ সন্ধ্যাৰ অলপ আগতে দবংগিৰি

পালে। তাতো বহুতো ৰাভা মানুহ উপস্থিত আছিল। ইয়াত মহাত্মা গান্ধী আৰু অসহযোগ নীতিৰ কথা ভাল দৰে বুজায় দিয়া হল।

ইযাৰ পৰা গোটেই দলটো বকোলৈ আহে। বকোত দুদিনীয়াকৈ সভা হবৰ কাৰণে আগৰে পৰা বিশেষ আয়োজন কৰিছিল। বহুত ঠাইৰ মানুহ তাতে ৰাতি থকাকৈ সিধা-পাতি লৈ আহিছিল আৰু মুকলি বকো নৈৰ পাৰত বন্ধা-বঢ়া কৰি খাই বৈ আছিল। কিছুমানে প্ৰকাণ্ড ৰভাৰ তলতে শুই আছিল। এই সভা আয়তনত যেনে বৃহৎ আছিল আলোচনাও হৈছিল অতি গুৰুতৰ আৰু দায়িত্বপূৰ্ণ। পৰবৰ্ত্তী কালত দেখা গৈছিল ৺ফুকনৰ প্ৰচাৰ কাৰ্য্যৰ কৃতকাৰ্য্যতা এই ঠাইতে বিশেষকৈ দেখা গৈছিল আৰু ইয়াতো সঙ্গী হিচাবে বৰদলৈদেৱ সততে আছিল। প্ৰথম দিনাৰ সভাত অসহযোগ নীতিৰ ব্যাখ্যা আৰু কাৰ্য্যসূচীৰ কাৰ্য্যকাৰিতা সম্বন্ধে আলোচনা হল। ৰাইজৰ ফালৰ পৰাও কথাবোৰ ভালকৈ বুজি লবৰ অভিপ্ৰায়ে প্ৰশ্ন সুধিলে আৰু ৺ফুকনে তাৰ যথাযথ উত্তৰ দিলে। ৰাইজৰ মুখীয়াল এজনে কলে "আমি আজি ৰাইজে মেল পাতি আলোচনা কৰি কালিৰ সভাত আমাৰ ৰাইজৰ মতামত প্ৰকাশ কৰিম।" সেই কথাৰ পিচত সেই দিনালৈ সভাৰ কাম বন্ধ হল।

দ্বিতীয় দিনাৰ সভাও বিশেষ উৎসাহ আৰু উদ্দীপনাৰ মাজত ঠিক সময়তে আৰম্ভ হল। এই দিনাৰ সভাতো যথেষ্ট লোকৰ সমাগম হৈছিল। সভাৰ আৰম্ভণিতে আগৰ দিনাৰ মুখীযাল লোক কেজনে সভাত জনালে যে ৰাইজে একমত হৈছে আৰু "পাৰ্য্যমানে ফুকনৰ আজ্ঞা পালন কৰিব।" অৰ্থাৎ অসহযোগ আন্দোলনত দেহে-কেহে যোগ দিব। ফুকন ডাঙৰীযাই সভাপতি হিচাবে সকলো ৰাইজৰ শলাগ ললে আৰু সেইদিনা "সংঘবদ্ধ ভাৱে গণ-অসহযোগ" ( Mass Civil Disobedience ) কাক বোলে কেনেকৈ কৰিব লাগে পৰিপাটীকৈ খৰচি মাৰি ফুকনে বুজাই দিলে। তাতে যি সাহ আৰু ধৈৰ্য্য লাগে যেনে অহিংসা ভাবে থাকিবৰ প্ৰযোজন হয বুজাই দিলে। তাৰ পিচতে ফুকনৰ আজ্ঞামতে বৰদলৈদেৱেও সংক্ষেপে কথাৰে ৰাইজক একমত হৈ কাম কৰি যাবলৈ উপদেশ দিলে আৰু এনে কৃতকাৰ্য্যতাৰ মাজত সভাৰ কাম শেষ হ'ল।

বকোৰ কাম শেষ কৰি তেওঁলোক আকৌ খোজ কাঢ়িয়েই ছয়গাওঁ পালেহি। ছয়গাওঁ তাৰ পৰা ১৪ মাইল দূৰত। আচৰিত কথা ইমান দৰে খোজ কাঢ়িও তেওঁলাকে ক্লান্ত বোধ কৰা নাছিল। তেতিয়াৰ দিনত উদ্যম ইমানেই প্ৰবল আছিল। ছয়গাওঁতো সভা হল; আৰু তাৰ পৰা তেওঁলাকে এখন মটৰ বাছ পাই তাতে উঠি গুৱাহাটীলৈ বুলি আহিল। বাটতে বাছখন বেয়া হোৱাত ফুকনে এখন গৰু গাড়ী বন্দোবস্ত কৰি আহিছিল; কিন্তু পিচদিনা বাছ ভাল হৈ অহাত বাটৰ পৰা ফুকনকো তুলি লৈ বাছখন গুৱাহাটী পালেহি।

বকোৰ সভাৰ কৃতকাৰ্য্যতাৰ খবৰ শ্বিলং পাহাৰ পালেহি। ফুকন ডাঙৰীয়াৰ বক্তৃতা বিলাকৰ বিকৃত ৰূপ গভৰ্ণমেণ্টৰ ওচৰত দাখিল হ'ল। সেই সময়ত গভৰ্ণৰ আছিল চাৰ উইলিয়াম মেৰিছ। তেখেতে ২ ডিচেম্বৰ তাৰিখে "ক্ৰিমিনেল এমেণ্ডমেণ্ট এক্ট" জাৰি কৰিলে আৰু তাৰ বলত ভলণ্টিয়াৰ দল বে-আইনী বুলি ঘোষণা কৰিলে। দমন নীতিৰ কাম আৰম্ভ হ'ল; আৰু সেই আইন জাৰি কৰাৰ কাৰণ দেখুৱা হ'ল,—কংগ্ৰেছ সংগঠনৰ নিমিত্ত

উদ্দেশ্য কাৰ্য্যতঃ দেখা হৈছে, মালখানা লুট কৰা আৰু শান্তিপ্ৰিয় লোকৰ ওপৰত জুলুম কৰা। চাওঁতে চাওঁতে ৬ ডিচেম্বৰ তাৰিখে ৺ফুকন ডাঙ্গৰীয়া, ৺নবীন বৰদলৈ ডাঙৰীয়া, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীৰোহিনী কুমাৰ চৌধুৰী, মৌঃ মহম্মদ তৈয়বুল্লা, মৌঃ মহিবুদ্দিন প্ৰভৃতি ছয়-সাত জন লোকক গ্ৰেপ্তাৰ কৰি গুৱাহাটী জেললৈ নি আটক কৰি ৰখা হ'ল।

ফুকন আৰু নবীন বৰদলৈ প্ৰভৃতি নেতাসকলক জেললৈ নিয়াৰ ১৬।১৭ দিনৰ পিচতহে আহমদাবাদ কংগ্ৰেছৰ অধিবেশন হয় আৰু সেই অধিবেশনত যোগ দিবলৈ গোপীনাথ বৰদলৈদেৱক নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ মেম্বৰৰূপে তালৈ পঠোৱা হয়। তেখেত কি ভাবে তালৈ গৈছিল আৰু কি কৰিছিল, ইতিপূৰ্ব্বে তাৰ আভাস দিয়া হৈছে। তেখেতে ফুকনৰ জীৱনীত এইদৰে লিখিছে : কংগ্ৰেছ মহাসভা মণ্ডপত দেখিলোঁ, যুদ্ধত মৃত লোকৰ লিষ্টি ৰখাৰ দৰে এখন ডাঙৰ লিষ্টি আঁৰি থৈছে। তাৰ সৰ্ব্বপ্ৰথম নামবিলাক অসমৰ নেতৃবৃন্দৰ—ফুকন, নবীন বৰদলৈ প্ৰভৃতি ডাঙৰীয়াসকলৰ নাম জল্‌জল্ পট্‌পট্ কৈ জিলিকি আছে।। ভাৰত মহাসভাত অসমীয়াৰ তেনে সন্মানৰ স্থান অধিকাৰ বোধকৰোঁ এয়ে প্ৰথম।"

ফুকন, নবীন বৰদলৈ প্ৰভৃতি নেতাসকলৰ বিচাৰ গুৱাহাটী জেলৰ ভিতৰতে হল। ফুকন ডাঙৰীয়া অভিযুক্ত হল ফৌজদাৰী আইনৰ ১০৮ ধাৰামতে বিদ্ৰোহী বক্তৃতাৰ বাবে আৰু এবছৰ বিনাশ্ৰম কাৰাবাসৰ হুকুম হল। নবীন বৰদলৈ'দৰক বিদ্ৰোহী বে-আইনী, দলৰ নেতা বুলি আৰু তিনি মাহ বেছি ফাটেক দিলে, মুঠতে তেখেতৰ হল এবছৰ তিনি মাহ। ফুকনক শিলচৰ জেইললৈ নিলে। শ্ৰীৰোহিনী চৌধুৰী, শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী শ্ৰীকালী প্ৰসাদ বৰুৱা প্ৰভৃতিক তেজপুৰলৈ নিলে। ৺নবীন বৰদলৈক যোৰহাটত ৰাখিলে। গুৱাহাটীত থাকিল ৺শিশিৰ বৰুৱা, শ্ৰীনীলকান্ত বৰুৱা প্ৰভৃতি। ৺গোপীনাথ বৰদলৈকো আহমদাবাদৰ পৰা ঘূৰি অহাৰ অলপ দিনৰ পিচত ধৰে। তেখেতৰো বিচাৰত এবছৰ বিনাশ্ৰম কাৰাদণ্ড হয়। তেখেতক গুৱাহাটী জেইলত ৰখা হয়।

বৰদলৈদেৱে ঘৰৰ মানুহবিলাকৰ মন বুজিবলৈ আৰু বিশেষতঃ দেশপ্ৰেমত উদ্বুদ্ধ হবলৈ তেখেতৰ জেলবাস হোৱাৰ আগতে ঘৰৰ সকলোকে এদিন ওচৰলৈ মাতি আনি সুধিছিল "মই দেশৰ কামত কাৰাগাৰলৈ যাবলৈ ওলালে বা যাব লগা হলে আৰু গলে তোমালোকে ভাল পাবানে বেয়া পাবা ?" সকলোৱে প্ৰায় একবাক্যে টপৰাই মাত দিলে "ভাল পাম।" শ্ৰীযুতা বৰদলৈয়ে অন্তৰত দুখ পাইছিল যদিও মুখ ফুটাই নিৰ্ভয়ে কৈছিল "ভালটো পামেই, সময়ত আমিও জেললৈ যাম।" এনে উত্তৰেই যে বৰদলৈদেৱে নিজ হাতে গঢ়ি তোলাৰ ফল স্বৰূপে তেখেতৰ পৰা বিচাৰিছিল তাত অকণো সন্দেহ আছেনে ?

গুৱাহাটীত সেই সময়ত ডেপুটি কমিছনাৰ আছিল মিঃ বেণ্টিক। এখেতৰ লগত বৰদলৈদেৱৰ যথেষ্ট বন্ধুতা আছিল। এই বন্ধুতাৰ কাৰণে ফুকনেই বেছি পৰিমাণে দায়ী আছিল। যি হওক, ইয়াৰ কাৰণেও হয়তো জেইলটো বৰদলৈৰ প্ৰতি অলপ সদয় ব্যৱহাৰ কৰিছিল। কিন্তু আন আন কাটেকীয়ালসকলক ব্যৱহাৰ বৰ বেয়া ৰকমে কৰিছিল। খোৱা বোৱাও আন কয়দীক বৰ বেয়াকৈ দিছিল। কিন্তু বৰদলৈক হলে অলপ সুকীয়াকৈ কৰি দিছিল। এই কথাত বৰদলৈদেৱে মনে মনে বৰ বেয়া পাইছিল আৰু

সেই কাৰণে নিজ ইচ্ছামতে নিজৰ খোৱা বস্তুখিনি আন আন কয়দীৰ লগত একেলগে মিহলাই লৈ সকলোৰে একেদৰে খাইছিল। জেইলত ৺বৰদলৈদেৱে মহত্মাজীৰ নির্দেশ মতে সকলো নিয়ম মানি চলিছিল। ইয়াতো অহিংসা মনোভাব ৰাখি সকলোকে সমান ভাবে ব্যৱহাৰ কৰি আৰু শৃঙ্খলা ৰক্ষা কৰি চলিছিল আৰু লগৰীয়া আন সকলকো চলাইছিল। মহাত্মা গান্ধীৰ লগত দুবাৰ দেখা হোৱাত তেখেতৰ লগত আলোচনা কৰি তেখেতৰ আদর্শ গ্ৰহণ কৰি আজি বৰদলৈদেৱ যেন এজন নতুন মানুহ—আগতকৈয়ো বেছি ধীৰ, শান্ত আৰু সৰল উদাৰ মনৰ বিশেষতঃ কায়মনোবাক্যে অহিংস। মুঠতে তেখেতৰ মিয়াদ কাল এবছৰ পুৰা মাত্ৰাই খাটি, সময়মতে জেইলৰ পৰা ওলাই আহিল। অহিংসাবাদৰ আদর্শ এই বন্দী জীৱনতো দেখুৱাব পাৰিলে।

অসহযোগ আন্দোলনৰ প্ৰবল ধুমুহা শান্ত হৈছে —যেতিয়া লোকপ্ৰিয় বৰদলৈ প্ৰথমবাৰ জেইলৰ পৰা খালাচ পায়। দেশত প্ৰায় শান্তভাৱ—প্ৰবল যুদ্ধৰ পিচত জিৰণিৰ দৰেই শান্ত। কংগ্ৰেছে ঘোষণা কৰা মতে এবছৰৰ ভিতৰত স্বৰাজ নাহিল। বহুতে যিবোৰ কামৰ বা যিবোৰ চৰ্ত্ত পূৰণ হলে স্বৰাজ হবৰ কথা সেই চৰ্ত্ত পূৰণ হৈছে নে নাই হোৱা বিচাৰ কৰি নাচায়ো কেৱল বিফলতাৰ ফালে চাইহে যেন হতাশৰ ভাৱ গ্ৰহণ কৰিছে। সেই সময়ত নেতৃস্থানীয় লোকসকলৰ কাম হল ভুল সংশোধন কৰি দেশৰ তথা আন্দোলনৰ প্ৰকৃত অৱস্থা বুজাই দিয়া। স্বৰাজ পোৱা নাযায় মানে যাতে অবিৰাম এনে যুদ্ধ চলিবৰ ব্যৱস্থা হয় তাৰ বিধানৰ কাৰণে মানুহক উদ্বুদ্ধ কৰা। অহিংসা যোদ্ধাৰ পক্ষে হতাশৰ ঠাই নাই। সেই বাবে নেতাসকলে কেনেকৈ সমূহ ৰাইজৰ মন যুদ্ধ ভাবাপণ্ন কৰি ৰাখিব পাৰি তাৰ চেষ্টা আৰু উপায় উলিয়াবলৈ যত্নবান হ'ল।

সেই বছৰ গয়াত কংগ্ৰেছ মহাসভাৰ অধিবেশন বহিছিল। তেতিয়া মহত্মা গান্ধী ফাটেকত। মহাসভাত পণ্ডিত মতিলাল নেহৰু, দেশবন্ধু চিত্তৰঞ্জন দাস, দেশভক্ত তৰুণৰাম ফুকন প্ৰভৃতি এটা দলে মত প্ৰকাশ কৰিলে যে গৱৰ্ণমেণ্টে সম্প্ৰতি আমাক ৰাজনৈতিক ক্ষমতা দিয়া হিচাবে শাসন পৰিচালনাৰ ভাৰ লবলৈ যি ব্যৱস্থাপক সভা আদি প্ৰৱৰ্ত্তন কৰিছে তাত সোমাই তাৰ ভিতৰৰ পৰা চেষ্টা কৰি আইনমতেই গভৰ্ণমেণ্ট অচল কৰিব লাগে। অৰ্থাৎ সিবিলাকৰ মতে গভৰ্ণমেণ্টে দিয়া আইনৰ দুৱাৰেদি তেওঁলোকৰ ঘৰৰ ভিতৰ সোমাই তাক ভাঙিবলৈ যত্ন কৰিব লাগে। আন এটা দলে কিন্তু তাৰ ঘোৰ বিৰোধিতা কৰিলে, অহিংস অসহযোগ নীতিৰ দোহাই দি। গয়া কংগ্ৰেছত দেশবন্ধু দাসৰ দল (সেই অধিবেশনত কিন্তু দেশবন্ধুৱেই সভাপতি আছিল) পৰাস্ত হলেও সিবিলাকে কাৰ্য্যৰ আঁচনি নেৰিলে। সুকীয়া কৰি "স্বৰাজ পাৰ্টি" নাম দি এটা দল গঠন কৰি লৈ গোটেই ভাৰতত প্ৰচাৰ কৰি সামূহিক অনুমোদন পাবলৈ চেষ্টা কৰিলে। এনে চেষ্টাৰ ফলত সিবিলাকে প্ৰায় সকলো প্ৰদেশৰ সমৰ্থন লাভ কৰিলে আৰু "স্বৰাজ পাৰ্টি" প্ৰতিষ্ঠিত হ'ল আৰু অবিৰাম চেষ্টাৰ ফলত পিচৰ বছৰ কংগ্ৰেছ মহাসভাৰো অনুমোদন লাভ কৰিলে। আৰম্ভণিতে আমাৰ বৰদলৈদেৱ ইয়াৰ পক্ষপাতী নাছিল যদিও ফুকন ইয়াৰ প্ৰধান সমৰ্থক আছিল। ফুকনৰ উদাৰতাৰ ফলত সাধাৰণ মতভেদ হলেও কাৰোবাৰ লগত কোনো বিষয়ত তেখেত কেতিয়াও বিচলিত নহৈছিল; বৰং মতভেদ থকাটো স্বাধীন মনোবলৰ চিন বুলিহে মানিছিল বদিহে তাত কোনো অভিসন্ধি দেখা নেযায়।



লোকপ্ৰিয় বৰদলৈ আৰু তেখেতৰ পৰিয়াল-বৰ্গ

১৯২৩-২৪ৰ নিৰ্ব্বাচনত স্বৰাজ পাৰ্টিৰ হৈ তেখেতে ব্যৱস্থাপক সভাত প্ৰৱেশ নকৰিলে যদিও পিচত তেখেতে অৱস্থা বুজি গুৱাহাটী লোকেল ব'ৰ্ড আৰু মিউনিচিপালিটিৰ সভ্য নিৰ্ব্বাচিত হৈছিল। ১৯২৪ চনত গুৱাহাটী লোকেল ব'ৰ্ডত কংগ্ৰেছৰ সভ্যৰ সংখ্যা সৰহ হোৱাত নন্ অফিচিয়েল চেয়াৰমেন হবলৈ প্ৰস্তাৱ গৃহীত কৰাইছিল আৰু দেশভক্ত তৰুণ ৰাম ফুকনেই তাৰ পোণ প্ৰথম চেয়াৰমেন নিৰ্ব্বাচিত হয়। সেই সময়ত আমাৰ লোকপ্ৰিয় বৰদলৈ তাৰ এজন সভ্য আছিল। তেতিয়াৰ দিনত এনেদৰে নন্ অফিচিয়েল চেয়াৰমেন পতাও কম কথা নাছিল, তালৈকো যথেষ্ট মনোবল লাগিছিল। নন্ অফিচিয়েল চেয়াৰমেন হোৱাত মানুহে লোকেল ব'ৰ্ডৰ পৰাও যে কিমান দেশ হিতকৰ কাম হব পাৰে ক্ৰমে বুজি-বলৈ ধৰিলে। একেবাৰে অসহযোগ কৰি আৰু হাত সাৱটি আঁতৰত থকা হলে মানুহৰ মন জয় কেনেকৈ কৰিলেহেঁতেন ? গতিকে এনে জয়েই আকৌ ভাবি আন্দোলনৰ পক্ষে সহায়ক নহয় নে ? অফিচিয়েল চেয়াৰমেন অৰ্থাৎ জিলাৰ ডেপুটি কমিচনাৰ চাহাব জনেই লোকেলবোৰ্ড পৰিচালনা কৰোঁতে গাওঁৰ মানুহৰ প্ৰকৃত অভাৱ বোৰলৈ সিমান চকু দিয়া নাছিল। এতিয়া আমাৰ দেশৰ মানুহে যেতিয়া দায়িত্ব গ্ৰহণ কৰিলে তেতিয়া গাওঁৰ আলি-বাট, স্কুল, হাস্পতাল, কুঁৱা আদি বেছি কৰি দিবলৈ যত্ন কৰিলে। ইয়াৰ দ্বাৰাই ৰাইজে সহজে বুজিব পাৰিলে যে "স্বৰাজ" হলে আমাৰ এইদৰে আন অসুবিধা বিলাকো দূৰ হব। অহিংস আন্দোলনত যাই বস্তুৱেই হল, মানুহৰ মনোবল। এই মনোবল জোগাবলৈ যি কামৰ প্ৰয়োজন সেইটো আমাৰ বৰদলৈদেৱে জানিছিল আৰু সততে অৱলম্বন কৰিছিল।

আন্দোলনৰ মাত্ৰা কম হলেও জাতীয় মহাসভা কংগ্ৰেছৰ কাম বছৰি ঠিকমতে চলি আছিল। সেইমতে ১৯২৬ চনত গুৱাহাটীৰ পাণ্ডুত জাতীয় মহাসভা কংগ্ৰেছৰ অধিবেশন হয়। কংগ্ৰেছ মহাসভা নিমন্ত্ৰণ কৰি অহাৰ পিচত গুৱাহাটীত ফুকন আৰু নবীন বৰ-দলৈক লৈ ডাঙৰ সভা পাতি ক'ত আৰু কেনেকৈ এই সভা পতা সম্ভৱ হব আলোচনা কৰা হ'ল। পোনতে ফুকন ডাঙৰীয়াই এনে সৰু প্ৰদেশত ব্যয়বহুল সভা পতা সম্ভৱ নহব বুলি মত প্ৰকাশ কৰিছিল। তেখেতৰ কথাত যে যুক্তি নাছিল এনে নহয়। তথাপি নিমন্ত্ৰণ কৰি আহি এতিয়া ভয় খাই নোৱাৰোঁ বোলাও বৰ বেয়া কথা হয়। এনে লোধোৰ মোধোৰ অৱস্থাত থাকোঁতে যি কেজন ডেকা কৰ্মীয়ে ভাঠি মত দি যেনেতেনে প্ৰকাৰে হলেও কংগ্ৰেছে অধিবেশন পাতিবই লাগিব বুলি মত দিছিল আৰু গুৱাহাটীৰ বাহিৰে অসমৰ আন ঠাইত সুবিধা ন'হব বুলিছিল তাৰে ভিতৰত অন্যতম আছিল গোপীনাথ বৰদলৈদেৱ। যেনেকৈ মত দিছিল সেইদৰে তেখেতে সহকাৰী সম্পাদকৰ দায়িত্ব লৈ ফুকন, বৰদলৈৰ সোঁহাত স্বৰূপে দিনে ৰাতিয়ে পৰিশ্ৰম কৰি কংগ্ৰেছৰ সফলতাৰ কাৰণে চেষ্টা কৰিছিল। মহাত্মা গান্ধীৰ সংস্পৰ্শলৈ আহি তেখেতৰ জীৱন কেনেদৰে পৰিৱৰ্ত্তিত হৈছিল তাৰ এটা টোকাতে এই অধিবেশনৰ কাৰ্য্য কেনেকৈ নানা দুৰ্ঘটনাৰ আৰু প্ৰাকৃতিক দুৰ্যোগেও ব্যাঘাত ঘটালে সেই সম্পৰ্কে লিখা কথা অন্য এটা অধ্যায় হিচাবেই দিয়া হৈছে। সেই কাৰণে ইয়াত পুনৰুক্তি কৰা নিস্প্ৰয়োজন। এইটো কথা সকলোৱে জনা-জাত যে সেই অধিবেশনত আমাৰ বহুতো টকা খাব লাগে আৰু ফুকন, বৰদলৈকে আদি

কৰি কেজনমানে নিজৰ পৰা ধাৰ মাৰিব লগাত পৰিছিল আৰু তাৰে এটা অংশ আমাৰ গোপীনাথ বৰদলৈৰ গাতো পৰিছিল। কাৰণ অধিবেশন পতাৰ দায়িত্ব পালন কৰি তাক কৃতকাৰ্য্য কৰাত তেখেতো অন্যতম কৰ্মীৰূপে নিয়োজিত আছিল।

এইটো কোনেও নুই কৰিব নোৱাৰে যে গুৱাহাটীত কংগ্ৰেছ অধিবেশনখন হোৱা কাৰণে আমাৰ দেশৰ লোকসকলে ভালেমান কথা নতুনকৈ শিক্ষা পালে আৰু ইয়াৰ পৰা যি নতুন প্ৰেৰণা পালে তাৰ ফলতে পৰবৰ্ত্তী স্বাধীনতা আন্দোলন বোৰত আমাৰ প্ৰদেশে যথেষ্টৰূপে উপযুক্ত স্থান অধিকাৰ কৰিব পাৰিলে। তাৰ বাবে অসমক মহাত্মা গান্ধীয়ে ইমান ভাল পাইছিল আৰু সদায় অসমৰ হকে প্ৰয়োজন খলত মাত দিছিল আৰু এই মাত দিওঁতা আছিল কালক্ৰমে সময়ত আমাৰ বৰদলৈ—বিশেষকৈ ১৯৩৬ চনৰ পৰা—যেতিয়া তেখেতে ৰাজনৈতিক কৰ্মী হিচাবে নেতৃত্ব লৈছিল।

১৯২৪ চনত বৰদলৈদেৱ প্ৰাদেশিক আইন সভালৈ নাহি মিউনিচিপালিটি আৰু লোকেল ব'ৰ্ড দুয়ো স্বায়ত্ব শাসিত অনুষ্ঠানত নিৰ্ব্বাচিত হৈ সোমাল। এই দুয়ো অনুষ্ঠানতে তেখেত ক্ৰমান্বয়ে নিৰ্ব্বাচিত হৈ ১৯৩৮ চনলৈকে আছিল আৰু যেতিয়া যুক্ত কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হৈ তেখেত প্ৰধান মন্ত্ৰী হ'ল তেতিয়াহে তেখেতে ১।১১।৩৮ তাৰিখে ইস্তফা দি ওলাই আহে দুয়ো ঠাইৰ পৰা। ১৯২৪ৰ পৰা ১৯৩০ চনলৈকে ডাক্তৰ জ্যোতিষ চন্দ্ৰ দাস ডাঙৰীয়া মিউনিচিপালিটিৰ চেয়াৰমেন আছিল। ১৯৩০ চনত কেইজনমান নতুন ডেকা সভ্য হিচাবে নিৰ্ব্বাচিত হৈছিল। তেওঁবিলাকৰ মতে একেজন মানুহেই সদায় চেয়াৰমেন হৈ থকা সুবিধা নহয়। সেই কাৰণে তেওঁবিলাকে পৰিবৰ্ত্তন বিচাৰিলে আৰু তলে তলে সেই অৰ্থে চেষ্টা কৰিবলৈ ধৰিলে। তেওঁবিলাকৰ মতে শ্ৰীগোপীনাথ বৰদলৈ উপযুক্ত লোক। তেতিয়া তেখেতে ওকালতি কৰি আছিল। বৰদলৈদেৱক তেওঁলোকে সেই কথা কোৱাত তেখেতে ক'লে যে একেবাৰে নিশ্চয় হ'ব নোৱাৰিলে তেখেতে প্ৰাৰ্থী হ'ব নোখোজে। ইফালে ডাক্তৰ দাস ডাঙৰীয়াকো ইতিপূৰ্ব্বে বহুতে কথা দি থৈছে। চেয়াৰমেন নিৰ্ব্বাচন হ'বৰ দিনা পুৱা বৰদলৈক শেষ কথা সুধিবলৈ যাওঁতে তেখেতে কলে—"তোমালোকৰ উদ্দেশ্য এজন নতুন মানুহক চেয়াৰমেন পতা নহয় জানো আৰু তেওঁ অৱশ্যে সকলোৰে আস্থাভাজন হ'ব লাগিব।" সেই সভ্যজনে "হয়" বুলি ক'লে। তেতিয়া বৰদলৈদেৱে ক'লে মই নিজে "পৱিত্ৰ বাবুৰ" নাম প্ৰস্তাৱ কৰিম। তুমি তেখেতক আগতে একেষাৰ কৈ থবা আৰু ২।৩ জনক এই বিষয়ে জনাবা। চাবা যাতে কথাটো বৰকৈ প্ৰকাশ নাপায়। দেখিবা মোৰ প্ৰস্তাৱ অথলে নাযায়। মোৰ নিজৰ বিষয়ত একোকে সঠিক হ'ব পৰা নাই। কিন্তু এইটো চালত সকলো 'বাগৰি' যাব দেখিবা। হলো সেয়ে। সভাৰ আৰম্ভণিতে অপ্ৰত্যাশিত ভাবে আমাৰ বৰদলৈদেৱে যেতিয়া প্ৰস্তাৱটো (পৱিত্ৰ বাবুৰ নামটো) পোনতে দাঙি ধৰিলে, সভাৰ সকলো অবাক। দিহা কৰি থোৱা মতে আন এজনে অনুমোদন কৰিলে। এতিয়া ডাক্তৰ দাসৰ পক্ষে প্ৰস্তাৱকেই নোপোৱা হ'ল। যাক আগৰ পৰা থিৰ কৰি থৈছিল তেখেতে ইমুখ সিমুখ কৰিবলৈ ধৰিলে। খণ্ডত ডাক্তৰ দাসে কিবাকিবি ক'লেও সভাত। সেইবাৰ গতিকে প্ৰতিদ্বন্দ্বী নোহোৱাকৈয়ে পৱিত্ৰ বাবুৱেই চেয়াৰমেন নিৰ্ব্বাচিত হ'ল। তেখেতে অৱশ্যে

সকলো সময়তে আমাৰ ৰবদলৈদেৱৰ পৰামৰ্শ লৈয়েই কাম কৰিছিল আৰু সকলোৰে মানত এজন ন্যায়পৰায়ণ লোক আছিল। ৰবদলৈদেৱৰ এনে সুতীক্ষ্ণ বুদ্ধি আৰু ত্যাগৰ ভাৱ আছিল। আনে কত চেষ্টা কৰিও চেয়াৰমেন হ'বলৈ বিচাৰে। তেখেতক উপযাচি আনে পাতিব খোজাতো "না" কৰি বৰং দূৰদৰ্শিতা গুণ আৰু বুদ্ধিৰে আন এজনক পাতি দিলে। পিচত অলপ সমালোচনা হ'লেও, আচলতে এই ব্যৱস্থাত সকলো সন্তুষ্ট হৈছিল।

১৯৩০ৰ পৰা ১৯৩৪ লৈ উক্ত পবিত্ৰ বাবুৱেই মিউনিচিপালিটিৰ চেয়াৰমেন থাকে। এইবাৰ সকলোৱে যেতিয়া আমাৰ ৰবদলৈদেৱৰ নাম ল'লে তেখেতে আপত্তি কৰিবৰ আৰু থল নাথাকিল। সেইমতে ১৯৩৪ৰ পৰা একেবাহে ১৯৩৮ চনৰ নবেম্বৰ মাহলৈকে গুৱাহাটী মিউনিচিপালিটিৰ চেয়াৰমেন আছিল। তেখেতৰ কাৰ্য্যকালত বিশেষতঃ যি কেইটা মাই কাম হৈছিল, ইযাত তাৰ উল্লেখ কৰা মাথোন হ'ল:

নগৰৰ মাই ৰাস্তাবোৰ তেখেতৰ দিনতে উন্নত কৰা হয়। মিউনিচিপালিটিৰ সীমা বহলাই দাঁতি কাষৰীয়া ঠাইবোৰ অন্তৰ্ভুক্ত কৰি উন্নত কৰিবলৈ চেষ্টা কৰা হয়। ইয়াৰ দ্বাৰা বহুতো মানুহৰ সুবিধাও বেছি হৈছিল। আগেযে ওৱাৰ্ড আছিল ৮ টা মাথোন। এতিয়া বঢ়াই ১২ টা কৰা হ'ল। তেখেতে বহুপুৰুষাৰ্থ কৰি টকা যোগাৰ কৰি পানী-কলৰ যথেষ্ট উন্নতি সাধন কৰিলে। তেখেতৰ দিনত মানুহে চৌব্বিচ ঘণ্টাই কলত পানী পাইছিল। আতাইটতৈ ডাঙৰ কাম কৰিলে হৰিজন ক'লনি স্থাপন। আগেয়ে বৰ বেয়া অৱস্থাৰে হৰিজন সকল থাকিব লগা আছিল—ঘৰ-বেঢ়া, চৌহদ বেঢ়া, আৰু হৰিজন সকলেও ঠাইৰ অভাৱত গাহৰিবোৰ ঘৰৰ লগতে ৰখাত বৰ অপৰিষ্কাৰ আছিল। ৰবদলৈদেৱে তেওঁলোকক নগৰৰ মাজৰ পৰা তুলি নি বাহিৰত আহল-বহল ঠাইত থকাৰ ব্যৱস্থা কৰি দিলে। ইয়াত বহুত টকা খৰচ হল হয়, কিন্তু যি কাম হ'ল, তাক সকলোৱে প্ৰশংসা নকৰি নোৱাৰিলে।

লোকেল ব'ৰ্ডৰ যোগেও যিমানদূৰ সম্ভৱ জনহিতকৰ কাম কৰিবৰ উদ্দেশ্যে ৰবদলৈদেৱ সেই ১৯২৪ চনতে সভ্য নিৰ্ব্বাচিত হয় আৰু একেবাহে ১৯৩৮ চনলৈকে তাৰ কাৰ্য্যত লিপ্ত থাকে। বোৰ্ডৰ চেয়াৰমেন দেশভক্ত তৰুণৰাম ফুকনৰ সোঁহাত স্বৰূপে সকলো কাম তেখেতেই চলাইছিল। তেতিয়াৰ পৰা তেখেতৰ অনুন্নত অঞ্চল আৰু জনজাতি লোক সকলৰ প্ৰতি সহানুভূতি থকা আৰু বিশেষতঃ তাৰ মাজত কাৰ্য্যতৎপৰতা দেখা যায়। গোৰেশ্বৰৰ জনজাতি অঞ্চলত ডাক্তৰ খানা, তাত স্কুল স্থাপন আৰু ৰাস্তা তেখেতৰ যত্নতে হয়। অনুন্নত ঠাই বকো, শিংৰা প্ৰভৃতি ঠাইত কেইবাটাও ৰাস্তা, ডাক্তৰখানা, স্কুল আদি পাতি প্ৰজাৰ বহুত উপকাৰ সাধিছিল। ইয়াতো জনজাতি বহুতো লোকৰ বসতি। ক্ষেত্ৰি, সোণাপুৰ, ডিমৰিয়া মৌজাতো বহুতো কাম কৰাই দিছিল, যেনে—কুঁৱা, স্কুল আৰু ক্ষেত্ৰিত ডাক্তৰখানা বিশেষতঃ গভৰ্ণমেণ্টক লাগি ভাগি দলংখন স্থায়ীভাৱে কৰাই দিয়ে।

লেখত লব লগা কামৰ ভিতৰত আছিল ১৯৩১ চনত "কানিংহাম চাৰ্কুলাৰৰ" প্ৰতিবাদ স্বৰূপে হোৱা দেশব্যাপী আন্দোলন। কুখ্যাত কানিংহাম চাৰ্কুলাৰ বুলিলেই অসমৰ সকলোৱেই কথাটো কি বুজি পাইছিল। তাৰ বহল আলোচনা ইয়াত কৰিব নালাগে। সেই সময়ত মিঃ কানিংহাম শিক্ষাবিভাগৰ ডিৰেক্টৰ আছিল। তেখেতে দেখিলে

যে জাতীয় আন্দোলন হ'লেই স্কুল কলেজৰ ছাত্ৰসকলে স্কুল বৰ্জন কৰি যায় আৰু আন্দোলনত যোগ দিয়ে। সেইটো বাধা দিবৰ কাৰণে চাৰ্কুলাৰ কৰিলে যে জুলাই মাহত স্কুল খোলাৰ লগে লগে লৰাবিলাকে স্কুলত নতুনকৈ ভৰ্ত্তি হ'ব লাগিব। সেইদৰে ভৰ্ত্তি হওতে লৰাই নিজে আৰু অভিভাৱকে লিখি দিব লাগিব যে তেওঁ কোনো ৰাজনৈতিক আন্দোলনত যোগ নিদিয়ে। এনে অন্যায চৰ্ত্ত পালন কৰা অধিকাংশ লোকৰ পক্ষেই অসম্ভৱ হৈ উঠিল। গোটেই দেশতে এনে চাৰ্কুলাৰ প্ৰত্যাহাৰ কৰিবলৈ অনুৰোধ কৰি প্ৰতি ঠাইৰ—নগৰ, চহৰৰ পৰা প্ৰতিবাদ সভাৰ প্ৰস্তাৱ গভৰ্ণমেণ্টলৈ আহিবলৈ ধৰিলে। কিন্তু গভৰ্ণমেণ্ট অটল, কাণষাৰ নিদিলে সেই প্ৰতিবাদ বিলাকত। ফলত ঠায়ে ঠায়ে ছাত্ৰসকলে লিখি দি স্কুলত নাম লগাবলৈ অমান্তি হ'ল। অভিভাৱক সকলৰ আৰু কথাই নাই। ছাত্ৰসকলৰ পঢ়াৰ সুবিধাৰ কাৰণে কিন্তু প্ৰায প্ৰতি নগৰতে নতুন হাইস্কুল স্থাপিত হ'বলৈ ধৰিলে স্থানীয ৰাইজৰ সহাযত। স্থানীয নেতাসকলেও এনে স্কুল স্থাপনত সাৰ্থকতা দেখি নেতৃত্ব গ্ৰহণ কৰিছিল।

বৰদলৈদেৱেও সেই চাৰ্কুলাৰৰ প্ৰতিবাদ স্বৰূপে অন্যতম অগ্ৰণী হৈ "কামৰূপ একাডেমী" নাম দি এখন হাইস্কুল স্থাপন কৰিলে। সেই স্কুলৰ মেনেজিং কমিটীৰ তেখেতেই সভাপতি হৈছিল। জাতীয ভাৱাপন্ন সকলোৱেই ইয়াত সহযোগ কৰিলে। সেই স্কুল আজিকোপতি আছে আৰু গৌৰৱৰ কথা যে তাৰ আলম লৈ আন এখন কলেজ তাত স্থাপিত হ'ল সেই খনেই হৈছে "বি, বৰুৱা কলেজ।" এই কলেজ স্থাপনতো বৰদলৈদেৱে কম চেষ্টা কৰা নাই। বহুদিন সেই স্কুলৰ "গভনিং বডিৰ" সভাপতি আছিল। তেখেতৰ যত্নতে তেতিযাৰ কলিকতা বিশ্ববিদ্যালযৰ পৰাও স্কুলে অনুমোদন লাভ কৰিলে। এতিয়াও সেই কলেজ ভাল দৰে চলি আছে।

বৰদলৈদেৱে "হৰিজন ক'লনি" সুকীযাকৈ স্থাপন কৰিবলৈ যি উদগণি পাইছিল সেইটো মহাত্মা গান্ধীৰ পৰাই পাইছিল। হৰিজন সকলৰ কল্যাণৰ কাৰণে তেখেতে ১৯৩৪ চনত যি ভ্ৰমণত আহিছিল তেতিযাই ইয়াৰ হৰিজন সকলৰ অৱস্থা দেখি বৰদলৈদেৱক নিৰ্দ্দেশ দিলে যাতে অচিৰে তেওঁবিলাকৰ বাসস্থান অন্ততঃ উন্নত ধৰণৰ হয। আপ্ৰাণ চেষ্টা কৰি বৰদলৈদেৱে সেই ক'লনি নিৰূপিত পদ্ধতিৰে কৰাই দিয়ে।

মুঠতে বৰদলৈদেৱে সকলো ৰাজহুৱা জনহিতকৰ কামতে সদায় আগভাগ লৈ কাম কৰিছিল আৰু সেয়ে তেখেতৰ স্বভাৱ আছিল।

# বিৰোধী দলৰ দলপতি বৰদলৈ

১৯৩৫ চনৰ ভাৰত শাসন সংশোধিত আইনৰ বলত বহুদিনৰ পিচত প্ৰাদেশিক আইন সভালৈ (আগতে কাউঞ্চিল আছিল; এতিয়া নাম হ'ল বিধান সভা আৰু এতিয়াৰ কাউঞ্চিল হ'ল উচ্চ-পৰিষদ) সভ্য নিৰ্ব্বচনৰ দিন কাষ চাপি আহিল। কংগ্ৰেছৰ পক্ষৰ পৰা এই নিৰ্ব্বাচনত প্ৰতিদ্বন্দিতা কৰা স্থিৰ হ'ল। সেই বিধান মতে আমাৰ প্ৰদেশতো এই নিৰ্ব্বাচন যুদ্ধত যোগ দিব লগাত পৰিছিল।

দেশত কিন্তু তেতিয়া অৱসাদৰ ভাব। কোনো আন্দোলনৰ পক্ষেই যেন ৰাইজ বিমুখ। এনে অৱস্থাত নেতৃস্থানীয় বহুতেই নিৰ্ব্বাচনৰ ফল ভাল পাব বুলি আশা পোষণ কৰা নাছিল। কিন্তু বিচক্ষণ বুদ্ধি সম্পন্ন ৺হেমচন্দ্ৰ বৰুৱাদেৱৰ কথা অন্যৰূপ হল। তেখেতে কলে, "আমি নিশ্চয় সকলো নিৰ্ব্বাচন কেন্দ্ৰত প্ৰতিদ্বন্দিতা কৰিম, হাৰিলেও কোনো কথা নাই। সঙ্কোচ কৰিবৰ কি আছে তাত?" মুঠতে তেখেতৰ উৎসাহ, উদগণি উপদেশ কোনেও নুই কৰিব নোৱাৰিলে। সমযত প্ৰাদেশিক কংগ্ৰেছ কমিটীত স্থিৰ হ'ল উপযুক্ত লোক পোৱা ঠাইত প্ৰতিদ্বন্দিতা কৰিব।

সেই সময় পৰ্য্যন্ত বৰদলৈদেৱৰ মনত কিন্তু দ্বিধা বোধ আছিল। তাৰ কাৰণ আছিল যে ৰোহিনী কুমাৰ চৌধুৰী আৰু ৺দেশভক্ত তৰুণৰাম ফুকনে আন এটা দল গঠন কৰি (মিলিত জনসঙ্ঘ) নিৰ্ব্বাচনত কংগ্ৰেছৰ প্ৰতিদ্বন্দিতা কৰিব; কাৰণ সিবিলাকৰ মতে কংগ্ৰেছৰ তেতিয়া মূল নীতি কোনো পদ নোলোৱা কথাত সিবিলাক নাৰাজ, দেশভক্ত ফুকন, যাৰ কথাত তেখেতে ইমান দিন কাম কৰি আছিল, চৌধুৰী আছিল আঁনফালে বন্ধু, এওঁবিলাকৰ বিপক্ষেও যে বৰদলৈ যাব লগা হয়, ৰাজনীতি ক্ষেত্ৰ হলেও বৰদলৈদেৱৰ সবল আৰু কোমল প্ৰাণে পোনতে এইটো গ্ৰহণ কৰিবলৈ নাৰাজ হল। কিন্তু শেহত তেখেতে কংগ্ৰেছৰ মনোনীত প্ৰাৰ্থী হিচাবে গুৱাহাটী নগৰ কেন্দ্ৰৰ পৰা উঠিবলৈ স্থিৰ কৰাত সকলোৱে আনন্দ পালে। সেই সময়ত তেখেতৰ প্ৰতিপত্তি কম নাছিল। কংগ্ৰেছ কৰ্ম্মী বুলিটো খ্যাতি আছিলেই তদুপৰি তেখেত এজন ভাল উকীল হৈ উঠিছিল। নিজ হাতে কটা সূতাৰে নিজৰ ঘৰত বোৱা কাপোৰ, ঘৰত হোৱা চিলাইৰ পৰিপূৰ্ণ পোচাক পিন্ধি বৰদলৈ আদালতলৈ আহিলে কেনে শোভন দেখা হৈছিল, সোণত যেন সুৱগা চৰাইছে—গুণ হিচাবেও তেখেতৰ ওকালতি বুদ্ধি আৰু জ্ঞানৰ বলত মোকৰ্দ্দমা বিলাকত জয়লাভ কৰিলে নাম নহৈ যাব কলৈ? এনে প্ৰতিপত্তি লৈ বৰদলৈদেৱ নিৰ্ব্বাচনত আকৌ ভৰি দিলে। আগৰ দৰেই অধিক সংখ্যক ভোট পাই তেখেতে জয়লাভ কৰিলে।

নিৰ্ব্বাচনৰ ধুমধাম পাৰ হৈ গ'ল। বিচক্ষণ নেতা হেম বৰুৱাৰ বহুতো কথা কানত এতিয়া কলিয়ালে। নিৰ্ব্বাচনত আমাৰ পক্ষ তেতিয়াৰ মতে আশাতীত ৰূপেই সাফল্য লাভ কৰিলে। প্ৰায়বোৰ কেন্দ্ৰতে কংগ্ৰেছৰ জয়লাভ হ'ল। তেতিয়া

শাসন সংক্ৰান্ত বিষয়ত শ্ৰীহট্ট আৰু কাছাৰ জিলাও অসমৰ অন্তৰ্ভুক্ত আছিল। সেই কাৰণে কংগ্ৰেছৰ নিৰ্দ্দেশ হ'ল যে শাসনকাৰ্য্য বিষয়ক (Parliamentary activities) কথাত উভয় উপত্যকাৰ লোকেই একেলগে কাম কৰিব। সেই হিচাবে আমাৰ উভয় উপত্যকাৰ তেতিয়া এচেম্বলীলৈ ৩৩ জন সভ্যই নিৰ্ব্বাচিত হ'ল। ১০৮ জনৰ ভিতৰত ৩৩ জনে মন্ত্ৰীসভা গঠন কৰিব নোৱাৰে। গতিকে কংগ্ৰেছ বিৰোধী দল গঠন কৰাৰহে কথা হ'ল। সেই অনুযায়ী এতিয়া প্ৰশ্ন উঠিল দলপতি হ'ব কোন? কোৱা বাহুল্য যে সেইবাৰ ১০৮ খন আসনৰ ভিতৰত মাথোন ৪১ খন আসনৰ বাবেহে প্ৰতিদ্বন্দিতা কৰা হৈছিল; তাৰ ভিতৰত ৩৩ খন আসন লাভ কৰা হল অৰ্থাৎ কংগ্ৰেছে ৮ খন আসনতহে হাৰ মানিব লগাত পৰিল।

১৯৩৭ চনৰ ২১ ফেব্ৰুৱাৰী তাৰিখে গুৱাহাটীত কংগ্ৰেছ পাৰ্টিৰ দলপতি আৰু অন্যান্য কৰ্ম্ম পৰিচালক নিৰ্ব্বাচন কৰিবৰ বাবে সভা পতা হ'ল। সেই সভাত সভাপতিত্ব কৰিছিল শ্ৰীহট্টৰ শ্ৰীব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে। কংগ্ৰেছৰ নীতি মতে উদাৰ ভাবৰ পৰাই সকলো কথা চাব লাগে কিন্তু তথাপি এইটো কোনেও নুই কৰিব নোৱাৰে যে তেতিয়া অসম আৰু সুৰমা উপত্যকাৰ ভিতৰত এটা অৰিয়া-অৰি মনোভাব লুকাই আছিল, আৰু এনে অৰিয়া-অৰি মনোভাবৰ পোষকতা কৰি উভয় পক্ষকে লগাই দি মাজতে "জোল" খাইছিল বিদেশী শাসক সকলে। কংগ্ৰেছে কিন্তু যেই হলেও তেওঁলোকৰ বুদ্ধিত "দঁাড়িত বান্দৰ নচা" দিয়া কোনো কথাতে বা কোনো অৱস্থাতে হোৱা নাছিল। সেই কাৰণে দলপতি নিৰ্ব্বাচনত বৰ সাৱধানতাৰে মীমাংসা কৰিব লগাত পৰিছিল। কৰ্ম্মবীৰ নবীন বৰদলৈ তেতিয়া জীবিত আছিল। ভিতৰুৱা আলোচনাত তেখেতেও যোগ দিছিল। আনন্দৰ কথা যে সৰ্ব্বসম্মতিক্ৰমে শ্ৰীগোপীনাথ বৰদলৈ দলপতি, শ্ৰীক্ষীৰোদচন্দ্ৰ দেৱ সহকাৰী দলপতি; শ্ৰীঅমিয় কুমাৰ দাস আৰু শ্ৰীদক্ষিণাৰঞ্জন গুপ্ত চৌধুৰী যুটীয়া সম্পাদক শ্ৰীদেৱেশ্বৰ শৰ্ম্মা প্ৰধান সৌকাধৰা (চিফ্ হুইপ্) আৰু শ্ৰীসিদ্ধিনাথ শৰ্ম্মা লগতে শ্ৰীহৰেন্দ্ৰ নাৰায়ণ চৌধুৰী যুটীয়া সৌকাধৰা আৰু শ্ৰীযোগেন্দ্ৰ নাথ বৰুৱা ধন-ভঁড়ালী নিৰ্ব্বাচিত হয়। তেতিয়াই এইটোও স্থিৰ কৰা হল যে ব্যৱস্থাপক সভাৰ স্পীকাৰ পদৰ কাৰণে (ব্যৱস্থাপক সভাৰ সভাপতি জনক ইংৰাজীত স্পীকাৰ বোলে] শ্ৰীবসন্ত কুমাৰ দাসকে কংগ্ৰেছী দলৰ পৰা ঠিয় কৰোৱা স্থিৰ কৰা হল। এইদৰে মিলা-প্ৰীতিৰেই উভয় উপত্যকাৰ ভিতৰত কামৰ দায়িত্ব ভাগ কৰি লোৱা হ'ল।

প্ৰথম অসম প্ৰাদেশিক ব্যৱস্থাপক সভা [এচেম্বলী] বহাৰ স্থিৰ হল ইং ১৯৩৭ চনৰ ৭ এপ্ৰিল তাৰিখৰ পৰা। সেইমতে ৪ তাৰিখেই শ্বিলঙত কংগ্ৰেছ পাৰ্টিৰ সভা বহিল। পোনতে তেতিয়াৰ নিয়মতে কংগ্ৰেছৰ আনুগত্য স্বীকাৰ কৰি শপত গ্ৰহণ কৰা হ'ল। পাৰ্টিৰ দলপতি বৰদলৈদেৱেই সভাপতিত্ব কৰিছিল। সেই কামত পোনতে আলোচনা হ'ল পাৰ্টিৰ মূল কাৰ্য্যনীতি নিৰ্দ্ধাৰণ সম্পৰ্কে অৰ্থাৎ সভাত

কি নীতি আৰু কাৰ্য্য পন্থাৰে কাম কৰিবলৈ চেষ্টা কৰিব। সেই বিষয়ে আলোচনা হ'ল আৰু যি সিদ্ধান্ত ললে বাহুল্য হলেও দেশৰ সেই দিনৰ প্ৰয়োজনীয় কথা কেইটাৰ বিষয়ে জানিবৰ উদ্দেশ্যে ইয়াত যথাযথ ভাবেই তুলি দিয়া হল। (১) দমন নীতি মুলক আইনবোৰ নিষেধ। (২) কনষ্টিটুয়েণ্ট এচেম্বলীৰ দাবী (উচ্চতম আৰু স্বাধীন আইন প্ৰণয়নকাৰী সভা) (৩) খাজানা আৰু লোকেল ৰেট হ্ৰাস (৪] ধাৰাবাহিক (পৰিপুৰক ভাবে) মাটি সংক্ৰান্ত আইন প্ৰণয়ন (৫) কানি নিবাৰণ (৬) ব্যয় হ্ৰাস (৭) যুক্ত-ৰাষ্ট্ৰৰ ভোটিত প্ৰণয়ন কৰিব খোজা আইনৰ চেষ্টাৰ বিপক্ষে প্ৰস্তাৱ গ্ৰহণ। [৮] স্পীকাৰ আৰু মন্ত্ৰীসকলৰ দৰমহা হ্ৰাস (৯) উচ্চ পৰিষদ প্ৰত্যাহাৰ দাবী (১০) পাৰ্ব্বত্য অঞ্চল বাদ দি শ্ৰীহট্ট আৰু কাছাৰ বিচ্ছেদ [১১] বাধ্যতা মুলক ভাবে শ্ৰমিক নিয়োগ নীতি বৰ্জন [১২] প্ৰজাস্বত্ব আইন [১৩] গাঁৱলীয়া মানুহৰ ওপৰত পৰা ঋণৰ বোজা পাতল কৰিবৰ চেষ্টা [১৪] স্থানীয় স্বায়ত্ব শাসন আইন আৰু মিউনিচিপাল আইন সংশোধন [১৫] বাধ্যতা মূলক প্ৰাইমাৰী শিক্ষা প্ৰবৰ্ত্তন [১৬] গাঁৱলীয়া আলি পদুলি, কুঁৱা, চিকিৎসা আদিৰ বহুল ব্যৱস্থা-বিশেষতঃ অনুন্নত জাতি আৰু পিচপৰা অঞ্চলত [১৭] নিবনুৱা সমস্যা সমাধানৰ চেষ্টা [১৮] গ্ৰেজিং টেক্স আইন আৰু জঙ্গলী আইন ৰদ [১৯] খিলং গুৱাহাটী ৰাস্তা দিয়া একচেতীয়া স্বত্ব ৰদ [২০] মন্ত্ৰীত্ব বা চাকৰিয়ালৰ ভিতৰৰ পৰা দুৰ্নীতি নিবাৰণ [২১] স্থানীয় লোকৰ সম্প্ৰসাৰণৰ কাৰণে মাটি সংৰক্ষণ [২২] আংশিক আৰু পুৰাকৈ শাসন বহিৰ্ভূত অঞ্চলৰ লোকৰ আসোৱাহ অসুবিধা দুৰ কৰি আৰু সৰহ সুবিধা বা ক্ষমতা দিবলৈ চেষ্টা।

চাৰ মহম্মদ ছাদুল্লাই পাঁচ জন মন্ত্ৰী সহ মন্ত্ৰীসভা গঠন কৰিলে। হিন্দু প্ৰধান অসমত মন্ত্ৰী হল তিনি জন মুছলমান, এজন হিন্দু আৰু এজন খৃষ্টিয়ান। তদুপৰি এইটোও মন কৰিবলগীয়া কথা যে আইনৰ বিধান মতে স্বকীয়া দল হিচাবে গৰিষ্ঠ কংগ্ৰেছৰ দলপতিক গৱৰ্ণৰে পোনতে মন্ত্ৰী সভা গঠন কৰিবলৈ আহ্বান কৰিব লাগিছিল। সেই সময়ত কংগ্ৰেছে মন্ত্ৰী পদ লোৱাটো খাটাং হোৱা নাছিল। তথাপি আইনৰ বিধান অনুযায়ী গৱৰ্ণৰে নিশ্চয় কংগ্ৰেছ দলৰ দলপতিক মন্ত্ৰী মণ্ডলী গঠন কৰিবলৈ আহ্বান কৰিব লাগিছিল আৰু তেখেতে মন্ত্ৰী সভা গঠন কৰিবলৈ অস্বীকাৰ কৰাৰ পিচতহে আনক সুবিধা দিব লাগিছিল। এই দৰে বিধান অমান্য কৰা আৰু চাৰ ছাদুল্লা চাহাবেও হিন্দু প্ৰধান প্ৰদেশত মাথোন এজন হিন্দু মন্ত্ৰী লোৱাৰ ফল শীঘ্ৰে প্ৰকাশ পালে। সেইটো সকলোৱে জানাজাত কথা।

পোনতে প্ৰমাণ হ'ল সভাৰ অধ্যক্ষ ( Speaker ) নিৰ্ব্বাচনতে কংগ্ৰেছ দলৰ পৰা সভাপতি পদৰ কাৰণে প্ৰাৰ্থী মনোনীত কৰা হল কংগ্ৰেছৰ। দলে আগেয়ে স্থিৰ কৰি থোৱা মতে শ্ৰীবসন্ত কুমাৰ দাসক আৰু গভৰ্ণমেণ্টৰ দলৰ ফালৰ পৰা দিলে খাঁ বাহাদুৰ কেৰামত আলিক। অধিক সংখ্যক ভোটত কংগ্ৰেছ মনোনীত প্ৰাৰ্থী শ্ৰীদাস অধ্যক্ষ নিৰ্ব্বাচিত হ'ল। ডেপুটী স্পীকাৰ পদত কংগ্ৰেছ মনোনীত প্ৰাৰ্থী মৌলবী মহম্মদ আমিৰুদ্দিন বি—এল নিৰ্ব্বাচিত হল। চৰকাৰ পক্ষৰ পৰাজয় এই আৰম্ভণিতে আৰম্ভ হ'ল।

এই অধিবেশনত মন্ত্ৰী মণ্ডলীয়ে বাজেট তৈয়াৰ কৰি পাছ কৰাবৰ সময় পোৱা নাছিল। এই অধিবেশনত যাৱতীয় কিছুমান কাম আৰু নিয়ম আদি প্ৰণয়নৰ কাৰ্য্যত শেষ হৈছিল। সভাৰ আৰম্ভণিৰ দিনাই দুটা সভা স্থগিতৰ প্ৰস্তাৱ দাঙি ধৰা হয়। [আইন মতে সভা স্থগিত প্ৰস্তাৱৰ অৰ্থ হল গভৰ্ণমেণ্টৰ কামত অসন্তুষ্ট হৈ গৰিহনা দিয়া। এনে গৰিহনা দিয়া প্ৰস্তাৱ গৃহীত হলে স্বাধীন ৰাষ্ট্ৰৰ গৱৰ্ণমেণ্টে ইস্তাফা দিব লগাত পৰে] তাৰে এটা প্ৰস্তাৱ আছিল, যোৰহাটৰ কিছুমান অঞ্চলত বা-মৰলি ধুমুহা হৈ ক্ষতিগ্ৰস্থ হোৱা লোক সকলক যথোপযুক্ত পৰিমাণে সাহায্য নকৰাত গভৰ্ণমেণ্টক গৰিহনা দিয়া আৰু দ্বিতীয়টো আছিল তেতিয়া প্ৰকাশিত ১৯৩৭-৩৮ চনৰ পৰা গভৰ্ণমেণ্টক স্কুলৰ মাচুল বঢ়োৱা প্ৰস্তাৱত প্ৰতিবাদ জনাই নিন্দা কৰা।

এই দুয়োটা কথাতে গভৰ্ণমেণ্টে সেও মানিলে আৰু গতিকে প্ৰস্তাৱ দুটা উঠাই লোৱা হল। প্ৰথমটোৰ বাবে গৱৰ্ণমেণ্টে অতি- শীঘ্ৰে যথোচিত ভাবে দুৰ্দ্দশাগ্ৰস্থ লোক সকলক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে আৰু দ্বিতীয়তে প্ৰস্তাৱিত স্কুলৰ মাচুল বঢ়োৱা প্ৰস্তাৱ প্ৰত্যাহাৰ কৰিবলৈ স্বীকাৰ কৰিলে।

এই দৰে দেখা যায় বৰদলৈদেৱৰ নেতৃত্বত সফলতাৰেই প্ৰাদেশিক ব্যৱস্থাপক সভাৰ কাম আৰম্ভ হ'ল।

বাজেট অধিবেশনেই এই ধৰণৰ ব্যৱস্থাপক সভাৰ গুৰুত্বপুৰ্ণ অধিবেশন। এই অধিবেশন বহিল ৩ আগষ্টৰ পৰা ১ চেপ্তেম্বৰলৈকে। পাৰ্টিয়ে কোন কোন বিষয়ত হস্তক্ষেপ কৰিব সেইটো আগতে নিজ পাৰ্টিৰ সভাত বহি স্থিৰ কৰি লৈছিল আৰু কাৰ্য্যত সেই দৰেই অনুসৰণ কৰিছিল। বৰদলৈদেৱৰ বুদ্ধি পৰামৰ্শ, দলৰ সৌকা ধৰাৰ আপ্ৰাণ চেষ্টা আৰু আন আন কাজুৱা সভ্যৰ চেষ্টাত কংগ্ৰেছ দলৰ অধিকাংশ যুক্তিযুক্ত কথাত সহযোগ কৰিবলৈ ধৰিলে। শ্ৰীহট্টৰ স্বাধীন দলৰ লোকসকলে (হিন্দু মেম্বৰ) এনেকি মুছলিম লীগ পাৰ্টিৰ কিছুমান সভ্য আৰু ইউনাইটেড মুছলিম পাৰ্টিৰ সভ্য সকলেও। যলত এই দৰে লগ হোৱা সভ্যৰ দ্বাৰা চৰকাৰ বহুতো কথাত পৰাস্ত হবলৈ বাধ্য হৈছিল। অতি দুখেৰে উল্লেখ কৰিব লগা হল যে বাজেট অধিবেশন হ'বৰ আগতে পাৰ্টিৰ উপদলপতি ৺ক্ষীৰোদ দেৱ জুন মাহত ঢুকায়। তেখেতে দলৰ এজন কাজুৱা বা সুতীক্ষ্ম বুদ্ধি আৰু খুহুতীয়া কথাৰে আমোদ দিব পৰা সদস্য আছিল। তেখেতৰ ঠাইত ৰবীন্দ্ৰ আদিত্যে সদস্য নিৰ্ব্বাচিত হৈ আহিল। উক্ত দেৱৰ ঠাইতে ডেপুটি লিডাৰ হিচাবে ৺ অৰুণ কুমাৰ চন্দ নিৰ্ব্বাচিত হল। তেওঁ যেনে বিদ্বান আৰু বক্তা তেনে বিনয়ী, নম্ৰ আৰু নিৰ্ভৰ যোগ্য কৰ্ম্মী আছিল।

ব্যয় মঞ্জুৰী পাবলৈ কৰা প্ৰস্তাৱবোৰত কংগ্ৰেছে নিৰ্দ্দিষ্ট বিষয় বিলাকত (cut motion) ব্যয় হ্ৰাসৰ বাবে নিয়মমতে জাননী দিবলৈ ধৰিলে আৰু শেহত দেখা গ'ল যে চৰকাৰ ১১টা তেনে প্ৰস্তাৱত হাৰিল আৰু আইনৰ বিধান মতে বুজা গ'ল যে ছিৰিলকৰ ওপৰত সভাৰ সৰহ সংখ্যক সভ্যৰ আস্থা নাই আৰু বিধানৰ নিয়ম মানি লৈ নিজ ইচ্ছা মতে ছিৰিলাকে মন্ত্ৰীপদ ইস্তাফা দিব লাগে। কিন্তু ছিৰিলাকে নিদিলে। তেতিয়া অন্যান্য প্ৰদেশৰ বাতৰি-কাঁকতৰ সম্পাদকীয়ত



১৯৩৭ চনৰ অসম ব্যৱস্থাপক পৰিষদৰ কংগ্ৰেছী দলৰ সদস্যসকলৰ সৈতে দলপতি বৰদলৈ

এনে কাৰ্য্যৰ তীব্ৰ সমালোচনা হবলৈ ধৰিলে। এনে কি কলিকতাৰ পৰা প্ৰকাশিত সততে গভৰ্ণমেণ্টৰ সমৰ্থক "ষ্টেটছমেন" কাকতেও তীব্ৰ মন্তব্য কৰিব লগাত পৰিল। তথাপি ছাদুল্লা মন্ত্ৰী সভা অচল।

যি কেইটা প্ৰধান কথাত চৰকাৰ পৰাস্ত হৈছিল উৎসুক মনৰ খোৰাকী হিচাবে সেই কেইটি তলত উল্লেখ কৰা হ'ল। প্ৰথমটি—কমিছনাৰ অফিচৰ ব্যয় নামঞ্জুৰ। এই বিষয়ত বৰদলৈদেৱৰ যি অখণ্ডনীয় যুক্তি আৰু প্ৰতিবাদৰ আসোঁৱাহ খণ্ডন সি অপূৰ্ব্ব আছিল। দ্বিতীয়টো হল আমাৰ, আমাৰ দৰে সৰু সৰু যথেষ্ট অৰ্থবল নথকা দেশৰ কাৰণে উচ্চ পৰিষদ উঠাই দিয়া প্ৰস্তাৱ। ইয়াৰ আলোচনাও হৃদয়গ্ৰাহী হৈছিল। উচ্চ পৰিষদৰ অনাৱশ্যকতা গৱৰ্ণমেণ্টেও মানি লৈছিল। কৃষিঋণ আদায় কৰা জুলুম, আইন, আদালতত দুৰ্নীতিৰ, শ্ৰীহট্ট মেডিকেল স্কুল স্থাপন নকৰা আৰু দমননীতি মূলক আইনৰ বিৰুদ্ধে প্ৰস্তাৱ দিয়া হৈছিল আৰু গৃহীত হৈছিল যদিও গৱৰ্ণমেণ্টে পাৰেমানে বিৰোধিতা কৰিছিল।

বৰদলৈদেৱৰ নেতৃত্বত কংগ্ৰেছ পাৰ্টিয়ে "লাইন প্ৰথা" তুলি দিবলৈ কৰা প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। এই প্ৰথা উঠাই দিলে বিদেশী মুছলমানৰ অহাৰ সোঁত আগতকৈয়ো বাঢ়িব। ছাৰ ছাদুল্লাই সদায় সপোন দেখিছিল মুছলমানক অবাধ গতিৰে অসমলৈ আনি তেওঁবিলাকক মাটি দি কেনেকৈ মুছলমান সংখ্যাগৰিষ্ঠ দেশ কৰিব পাৰে। এই সপোনৰ পোষকতা কৰিবৰ সুচল পালে যেতিয়া তেওঁ নিজ কৰ্ম্ম দোষত অনাস্থা প্ৰস্তাৱৰ ভয়ত নিজে পদচ্যুত হৈ "মুছলিম লীগত" যোগ দিলে। তেখেতে কিন্তু জীৱন আৰম্ভ কৰিছিল কংগ্ৰেছৰ সমৰ্থক হিচাবে। এই বিষয়ত তেখেতৰ মন্ত্ৰীসভাৰ ভিতৰতে মতভেদ দেখা গৈছিল। তেখেতৰ দলৰ শ্ৰী ৰোহিনী কুমাৰ চৌধুৰীয়ে কিন্তু লাইন প্ৰথা বদ কৰা এই প্ৰস্তাৱটো কেতিযাও বিৰোধিতা কৰা নাছিল। শেষত প্ৰস্তাৱটো মৌঃ মনৱাৰ আলিক এটা কমিটী পাতি তদন্ত 'কৰিবলৈ স্বীকৃতি দিয়াত প্ৰস্তাৱটো উঠাই লবলৈ কৰা সভাৰ অনুমোদন বিচাৰ কৰাত অৰ্থাৎ ব্যৱস্থাপক সভাত উত্থাপিত কোনো বিষয় উঠাই লব লাগিলে সভাৰ অনুমতি লাগে। সেই অনুমতি অধ্যক্ষই বিচৰাত এইবাৰ এই কথাত বৰদলৈদেৱে আপত্তি কৰিছিল। এনে আপত্তি আচলতে বৰ বিৰল। দলপতি বৰদলৈদেৱে আপত্তি কৰিলে। আৰু যাই কাৰণ হ'ল যে তেনে কমিটী পতাৰ কোনো সাৰ্থকতা নাই বৰং সভাতে তাৰ বিষয় আলোচনা কৰি শেষ সিদ্ধান্ত হ'ব লাগে। কিন্তু তেখেতৰ সেই প্ৰস্তাৱ নৰজিল। কংগ্ৰেছী দল হাৰিল। খাজানা-হ্ৰাসৰ প্ৰস্তাৱত কিন্তু কংগ্ৰেছী দল সদায় জয়ী হৈছিল; কিন্তু ছাদুল্লা মন্ত্ৰী সভাই নানা অজু হাত দেখুৱাই তাক কোনোমতে কাৰ্য্যকাৰী নকৰিছিল অৰ্থাৎ খাজনা হ্ৰাস নকৰিছিল।

আইন প্ৰণয়নাদি বিষয়ত কংগ্ৰেছৰ সদায় আদৰ্শ আছিল যে যিমানলৈকে দুখীয়া মানুহক সকাহ দিব পাৰি, মাটিৰ খাজনা, টেক্স আদিৰ বোজাৰ পৰা, প্ৰজাস্বত্ব আইনৰ দ্বাৰা অধিকাৰ আৰু সুবিধা দান, সাধাৰণ বায়তক, স্বায়ত্ব শাসিত অনুষ্ঠানৰ ক্ষমতা

বৃদ্ধি অৰু শাসন কাৰ্য্যত ইয়াৰ বাবে যথেষ্ট চেষ্টা আৰু আইন আদি প্ৰণয়ন কৰাও হৈছিল। বহুত ক্ষেত্ৰত কৃতকাৰ্য্য হৈছিল, কেতিয়াবা হাৰিছিলও। স্পীকাৰৰ দৰ্ম্মহা, মন্ত্ৰীসকলৰ দৰ্ম্মহা আৰু সভ্যসকলৰ দৰ্ম্মহা আইনেৰে নিৰ্দ্ধাৰণ কৰিব লাগে। সেই বিলাকত কংগ্ৰেছৰ আদৰ্শ স্থাপনৰ দ্বাৰা কমাবলৈ সংশোধনী প্ৰস্তাৱ দিয়া হৈছিল কিন্তু এটাও ৰজাব পৰা নহ'ল।

বিৰোধীদলৰ দলপতি হিচাবে বৰদলৈদেৱে যি সাময়িক প্ৰত্যুৎপন্নমতিত্ব, কৌশল অৰু দক্ষতা দেখুৱাইছিল আনকালে আলোচনা প্ৰসঙ্গত যুক্তিযুক্ত কথাৰে বিপক্ষ দলপতিকো মোহিত কৰিব পাৰিছিল। এনেকি তাৰ দ্বাৰাই বিপক্ষ দলৰ লোক সকলৰ মাজতো বিশেষ ভাবে তেখেত আদৃত হব পাৰিছিল। এতিয়াৰ পৰাই তেখেতৰ গুণ বিশেষ প্ৰকাশিত হয় আৰু সমাজতো এই নাম-যশৰ বলত প্ৰতিষ্ঠা বাঢ়িবলৈ ধৰে। এই সময়ত তেখেতে নিজৰ নিৰ্ব্বাচন কেন্দ্ৰত ফুৰিছিল আৰু ৰাইজৰো অভাৱ-অভিযোগৰ সন্ধেদ ৰাখি সেইবোৰৰ প্ৰতিকাৰ কৰে যথাসাধ্য চেষ্টা কৰিছিল।

নবেম্বৰ মাহত কংগ্ৰেছ সভাপতি পণ্ডিত জৱহৰলাল নেহৰু অসম ভ্ৰমণলৈ আহিল। বৰদলৈদেৱে ধুবুৰীৰ পৰা ডিগবৈলৈকে তেখেতৰ লগে লগে ফুৰিছিল। পণ্ডিতজীয়ে সেইবাৰ অসম ভ্ৰমণত ৭ দিন কটাইছিল আৰু ৰেল, মটৰ, নাও আদিয়েদি প্ৰায় ২০০০ মাইল ফুৰিছিল। সুৰমা উপত্যকাত ফুৰোঁতে তেখেতৰ লগত আছিল ৺অৰুণকুমাৰ চন্দ। এই ভ্ৰমণত তেখেতে তিনিটা অসমৰ স্বকীয়া সমস্যাৰ বিষয় মতামত প্ৰকাশ কৰি গৈছল (১) কানি নিবাৰণ (২) লাইন প্ৰথা ৰদ (৩) শ্ৰীহট্ট বিচ্ছেদ। কানি-নিবাৰণ তেখেতৰ মতে শীঘ্ৰে আৰু সম্পূৰ্ণৰূপে হব লাগে। কংগ্ৰেছে এই বিষয়ত সদায় চেষ্টা কৰিব লাগে। লাইন প্ৰথা উঠি যাব লাগে কিন্তু স্থানীয় মাটিহীন লোকেহে আগতে মাটি পাব লাগে। দেশৰ মাটিহীন, লোকক মাটি দি জোৱামৰাৰ পিচতহে আৰু মাটি আগলি থাকিলেহে আনঠাইৰ পৰা অহা বিদেশীয়ে পোৱা উচিত। শ্ৰীহট্ট জিলাৰ বিচ্ছেদ বিষয়ত তেখেতে কয় যে সেইটো শ্ৰীহট্টবাসী সকলোৰ নিজৰ ইচ্ছাৰ কথা যদিহে সিবিলাকে বঙ্গদেশৰ লগলৈ যাব খোজে তাত আনে আপত্তি কৰিব নালাগে। অৰ্থনৈতিক ফালৰ পৰা চালে সিবিলাকৰ পক্ষে বঙ্গদেশৰ লগত সঙ্গতি একে হব যিহেতু উভয়েই চিৰস্থায়ী বন্দোবস্তৰ ঠাই আৰু বহুতো কথাৰ মিল আছে।

ডিচেম্বৰ মাহৰ ৮ তাৰিখে ব্যৱস্থাপক সভাৰ অধিবেশন বহিল। অন্যান্য কামৰ ভিতৰত বৰদলৈদেৱৰ আইন-সভা বিধানত সঙ্গতি মূলক এটি বিৰ্তক বিশেষ উল্লেখযোগ্য। বিষয়টো হল এই যে :— যোৱা বাজেট অধিবেশনত অধিক ভোটত কমিছনাৰৰ অফিচ খৰচৰ বাবদ প্ৰায় ৭৯ হাজাৰ টকা নামঞ্জুৰ কৰা হৈছিল। এই অধিবেশনত চৰকাৰে সেই টকা পুনৰ মঞ্জুৰিৰ বাবে (Supplementary Demand) পৰিপূৰক দাবী উপস্থিত কৰিলে। ইয়াতে, বৰদলৈদেৱে আপোঁৱাহ ধৰিলে যে যি বিষয় এই সভাই এবাৰ এটা দাবী নামঞ্জুৰ কৰিলে তাৰ বাবে

আকৌ এনে দাবী ইমান শীঘ্রে আকৌ উপস্থিত কৰা নিশ্চয় অসঙ্গত। এই বিষয়ত তেখেতৰ যি বক্তৃতা তাৰ দ্বাৰা তেখেতৰ আইনত কিমান বহল জ্ঞান আছিল তাৰ পৰিচয় পোৱা যায়। গভৰ্ণমেণ্টৰ পক্ষৰ পৰা যুক্তি দিয়া হ'ল যে চাকৰি আইনমতে স্থায়ীভাবে কাম কৰি থকা চাকৰিয়াল সকলক অব্যাহতি দিবলৈ তিনি মাহৰ জাননী (Notice) দিব লাগে। এই দাবী সেই তিনিমাহৰ জোখাই দিব লগা দৰমহাৰ টকাৰ দাবীহে।

ইয়াৰ পিচত যি বিতৰ্ক আৰম্ভ হ'ল সি যেনে যুক্তি-যুক্ত তেনে জ্ঞান-গৰ্ভ। তাত অংশ গ্ৰহণ কৰিছিল ৰায় বাহাদুৰ প্ৰমোদ চন্দ্ৰ দত্ত, শ্ৰীকামিনী কুমাৰ সেন, ৺অৰুণ কুমাৰ চন্দ প্ৰভৃতিয়ে। স্পীকাৰে সেই দিনাই ইয়াৰ সমিধান নিদিলে। পিচদিনা যি ৰুলিং বা সিদ্ধান্ত দিলে সিও পাণ্ডিত্যপূৰ্ণ আৰু অনান্য ঠাইৰ উদাহৰণৰে ভৰপূৰ। কিন্তু সিদ্ধান্ত হ'ল কংগ্ৰেছ দলৰ বিপক্ষে অৰ্থাৎ নিতান্ত আৰু অপৰিহাৰ্য্য প্ৰয়োজনত তাক সঙ্গত বুলি ৰায় দিলে।

এইটো মনত ৰাখিব লাগিব যে বিৰোধিতাৰ সাৰ্থকতা অকল তাত সততে জয়লাভতে নহয় বৰং সেই বিষয়ৰ প্ৰতি দৃষ্টিভঙ্গী আৰু কৰ্ম্মতৎপৰতাৰে নীতি অনুসৰণত। এই নীতি অনুসৰণত বৰদলৈদেৱক কেতিয়াও হোঁহকা-পিচলা কৰা দেখা নাযায়।

এই অধিবেশন অন্ত পৰে ২১ ডিচেম্বৰত। তাৰ অলপ দিনৰ পিচতে ৺যোগেন্দ্ৰ নাথ বৰুৱা ঢুকায়। কংগ্ৰেছৰ পক্ষে ই এটা গুৰুতৰ ক্ষতি। তেখেত এজন নীৰৱ কৰ্ম্মী আছিল। তেখেতে কথা কৈছিল কম কিন্তু কাম কৰিছিল বেছি। আজিৰ দিনত তেনে লোক বিৰল দেখা যায়।

যিহওক, এখেতৰ ঠাই পূৰাবলৈ উপযুক্ত মানুহ বিচাৰ কৰা হল। শ্ৰীমেধিয়ে এইবাৰ সাৰিব নোৱাৰিলে। তেখেতক যেনে তেনে মান্তি কৰাই এছেম্ব্লীলৈ নিৰ্ব্বাচিত কৰি অনা হ'ল আৰু আনন্দৰ কথা যে আজি তেখেতেই দেশৰ কৰ্ণধাৰ, স্বাধীন সাৰ্ব্বভৌম ৰাষ্ট্ৰ এখনৰ মুখ্য মন্ত্ৰী।

এই অধিবেশনত ছাৰ ছাদুল্লাই তেখেতৰ মন্ত্ৰী সভা স্থায়িত্বৰ কাৰণে পুৰ্ন গঠিত কৰিলে। আগৰ দুজন মুছলমানক মন্ত্ৰী আঁতৰাই তিনি জন আন মুছলমান আৰু এজন অনুন্নত সম্প্ৰদায়ৰ সুৰমা উপত্যকাৰ হিন্দু ললে। মুঠতে আগতকৈ দুজন মন্ত্ৰী বঢ়াই ললে। কিন্তু জানিব লাগে যে গুণেহে সংসাৰ তৰে; সংখ্যাৰে কৃপ সনালে কি হব?

১৯৩৮ চনৰ বাজেট অধিবেশন আৰম্ভ হ'ল ফেব্ৰুৱাৰীৰ ১৫ তাৰিখৰ পৰা। এই অধিবেশনত কংগ্ৰেছৰ অনুমোদন ক্ৰমে মৌলবী আবদুল ৰহমানে ছাৰ ছাদুল্লা মন্ত্ৰী সভাৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ দাঙি ধৰে। এই প্ৰস্তাৱৰ আলোচনা প্ৰসঙ্গত বৰদলৈদেৱে ইউৰোপীয় দলক সম্বোধন কৰি অনুৰোধ কৰিছিল যে এনে প্ৰস্তাৱত তেওঁলোক নিৰপেক্ষ থকাই যুক্তিসঙ্গত। আপোনালোকে শাসক সম্প্ৰদায়ৰ লোক যেতিয়া কোনো পক্ষৰ সমৰ্থন নকৰা নীতিয়েই

যুক্তিসঙ্গত। আপোনালোকে আপোনালোকৰ স্বাৰ্থ সংৰক্ষণৰ কাৰণেহে বিশেষ যত্নশীল দেখা যায়। দেশৰ সমূহীয়া স্বাৰ্থৰ বেলিকা আপোনোলোকে ৰবং কোনো পক্ষকে সমৰ্থন কৰিব নালাগে; নিতান্ত পক্ষেও এনে বিষয়ত নিৰপেক্ষ থকাই বাঞ্চনীয়। তাৰ উত্তৰত ইউৰোপীয় দলৰ নেতাই কলে যে সিবিলাকৰ নীতি সদায় চলিত গভৰ্ণমেণ্টক সমৰ্থন কৰা সেইমতেই নীতিত ইমান দিন তেওঁবিলাক চলি আহিছে আৰু আগলৈকো চলিব। কিন্তু সিবিলাকৰ এই কথা পিচলৈ নাৰাখিলে যেনে ১৯৩৮ চনৰ ডিচেম্বৰ অধিবেশনত কংগ্ৰেছ মন্ত্ৰী সভাৰ বিপক্ষে অনা অনাস্থা প্ৰস্তাৱত সিবিলাকে তেতিয়াৰ বিৰোধী দলকহে সমৰ্থন কৰিছিল অৰ্থাৎ কংগ্ৰেছৰ বিপক্ষে ভোট দিছিল। নিজৰ স্বাৰ্থ ৰক্ষাত 'যেতিয়া যেনে তেতিয়া তেনে' নীতি।

যি হওক এইবাৰৰ অনাস্থা প্ৰস্তাৱত ছাদুল্লা মন্ত্ৰীসভা ৰক্ষা পৰিল। মাথোন এটা ভোটত অনাস্থা প্ৰস্তাৱ অগ্ৰাহ্য হল। কিন্তু এইটো প্ৰকাশ পালে যে সেই মন্ত্ৰী সভা পতনৰ আৰু সৰহ পলম নাই। এনে কি চৰকাৰ পক্ষ সমৰ্থনকাৰী সকলৰ ভিতৰতে (সেই অধিবেশনতে) কেনা ধৰা যেন বুজা গ'ল।

এই অধিবেশনত কংগ্ৰেছী দলক মাথোন শ্ৰীহট্ট টাউন প্ৰজাস্বত্ব আইনখন পাছ কৰাব পাৰিলে। বাকীবোৰ আইন যেনে মিউনিচিপাল আৰু লোকেল বোৰ্ড সংশোধিত আইন পাছ কৰাব নোৱাৰিলে। ইয়াৰ দ্বাৰা এই শায়ত্বশাসিত অনুষ্ঠান দুটাত ভালেখিনি ক্ষমতা বঢ়াই প্ৰস্তাৱ কৰা হৈছিল।

ব্যৱস্থাপক সভাৰ শৰৎ কালীন অধিবেশন আৰম্ভ হল চেপ্তেম্বৰ মাহৰ ৫ তাৰিখৰ পৰা। সেই সভাৰ প্ৰাৰম্ভতে আজিৰ দিনৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীযাই নিৰ্ব্বাচিত হৈ শপত গ্ৰহণ কৰে।

যোৱা বাজেট অধিবেশনত কোনোমতে এটা ভোটত যদিও, ছাদুল্লা মন্ত্ৰী সভা ৰৈ গ'ল এতিয়া সিবিলাকৰ [সেই মন্ত্ৰী সভাৰ] কিছুমান কামত সেই পক্ষৰ লোকেই অসন্তুষ্ট হবলৈ ধৰিলে। লেখত লবলগীয়া কথাৰ ভিতৰত লোকেলবোৰ্ড বিলাকত যেনে লোক চৰকাৰে মনোনয়ন কৰিলে সিও আসোঁহাযুক্ত, কমাচিয়েল কেৰিং কোম্পানীক আকৌ নতুন বন্দোবস্ত দিয়াত বহুতে বেয়া পালে। স্থানীয় মানুহৰ দ্বাৰা নবগঠিত অনুষ্ঠানক এই দৰে নেওঁচা দিয়াত দেশব্যাপি প্ৰতিবাদ হল। মন্ত্ৰীসভাই বিশেষতঃ আন কোনো লেখত লবলগীয়া কাম কৰিও দেখুৱাব নোৱাৰাত পতনৰ সূচনা হোৱা স্বাভাৱিক। মানুহৰ মনত তিক্ততা বঢ়াৰ উমানত কংগ্ৰেছে চল চাই কঠিয়া পাৰিবৰ সুযোগ নেৰিলে। তেওঁ বিলাকৰ চেষ্টা, সামৰ্থ্যৰ টনা আঁজোৰা যুক্তি আলোচনা, কন্দীৰ চক্ৰ সকলো প্ৰয়োগ কৰি দেশত নতুন প্ৰেৰণা যোগাবলৈ যুক্ত মন্ত্ৰীসভা গঠনৰ আলচ কৰিলে। সেই সময়ৰ ৰাষ্ট্ৰপতি সুভাষ বসুক আৰু ভাৰতীয় পালিয়ামেণ্টৰী কমিটীৰ সভ্য মৌলানা আবুল কালাম আজাদক খিলঙলৈ মাতি অনা হ'ল।

১৩ চেপ্তেম্বৰ তাৰিখে ছাদুল্লা মন্ত্ৰী সভাৰ বিপক্ষে অনাস্থা প্ৰস্তাৱ দিয়া হ'ল।

চতুৰ চাৰ ছাদুল্লাই যেতিয়া দেখিলে যে এইবাৰ ৰক্ষা পাবৰ আৰু কোনো উপায় নাই। তেতিয়াই বাধ্য হৈ প্ৰস্তাৱ আলোচনা হবলৈ নিদি আগতে নিজেই ইস্তাফা দিলে। সেই দিনাই সন্ধ্যা ৫—৩০ বজাত গৱৰ্ণৰে কংগ্ৰেছ দলৰ নেতা বৰদলৈদেৱক মতাই নি মন্ত্ৰী সভা গঠন কৰিবলৈ আহ্বান জনালে।

ইয়াৰ পিচত এসপ্তাহলৈকে খিলং নগৰত কি ঘটিছিল ৰাষ্ট্ৰপতি সুভাষ চন্দ্ৰ বসুৰ চমু বিবৃতিৰ পৰাই সহজে বুজা যাব।

ৰাষ্ট্ৰপতি শ্ৰীসুভাষ চন্দ্ৰ বসু আৰু মৌলানা আবুল কালাম আজাদ ভাৰতীয় ব্যৱস্থা পৰিষদৰ ছাব কমিটীৰ সভ্যই অসম প্ৰদেশৰ মন্ত্ৰী সভা গঠন আৰু সঙ্কটৰ বিষয়ে দিয়া বৰ্ণনা ইয়াত দিয়া হল :

"অসম ব্যৱস্থাপক সভাৰ কংগ্ৰেছ দলৰ নেতা সকলৰ লগত পৰামৰ্শ কৰি সিদ্ধান্ত কৰা হল যে তিনিজন মুছলমান আৰু পাঁচজন হিন্দু সভ্যৰে মুঠ ৮ জন মন্ত্ৰীৰে ইয়াৰ মন্ত্ৰী সভা গঠন হব। এইটো স্থিৰ কৰা হল যে হিন্দু পাঁচজন মন্ত্ৰী এতিয়াই নিৰ্ব্বাচন কৰা হব কিন্তু মুছলমান তিন জন মন্ত্ৰী কাক বচা হব সেইটা সম্প্ৰতিলৈ স্থগিত ৰখা হৈছে। ইয়াৰ দ্বাৰা আমি মুছলমান সৰু সৰু উপদলৰ লোকক কংগ্ৰেছৰ নীতি আৰু কাৰ্য্য পদ্ধতি মানি লবলৈ সময় আৰু সুযোগ দি অপেক্ষা কৰা হৈছে। সিবিলাকৰ পক্ষৰ পৰা কেনে ধৰণৰ সমৰ্থনৰ আভাস আছে চাই সেইমতে পিচত কিন্তু শীঘ্ৰে মন্ত্ৰী বাচি লোৱা হব।

অসম প্ৰাদেশিক কংগ্ৰেছ বিধান সভাৰ সদস্য দলৰ নেতা শ্ৰীগোপীনাথ বৰদলৈদেৱে আজি সন্ধ্যা ৫॥ বজাত গভৰ্ণৰৰ ওচৰলৈ গৈছিল আৰু তেখেতৰ মন্ত্ৰী সভাৰ পাঁচজন হিন্দু সদস্যৰ নাম দাখিল কৰি আহিছে আৰু গৱৰ্ণৰে সেই সকলৰ নাম গ্ৰহণ কৰিছে। সেই সকল সদস্যৰ নাম হল শ্ৰীগোপীনাথ বৰদলৈ (প্ৰধান মন্ত্ৰী) শ্ৰীকামিনীকুমাৰ সেন, শ্ৰীৰূপনাথ ব্ৰহ্ম শ্ৰীঅক্ষয়কুমাৰ দাস আৰু শ্ৰীৰামনাথ দাস।

আমি আশা কৰোঁ আৰু বিশ্বাস স্থাপন কৰোঁ যে অসম ব্যৱস্থাপক সভাৰ সভ্যসকলে আৰু তথা অসমৰ জন সাধাৰণেও সম্পূৰ্ণ সহযোগ কৰিব আৰু এই মন্ত্ৰী সভাক সহায় কৰিব। এই ক্ষমতীয়া মন্ত্ৰী সভাৰ সভ্য সকলেও সিবিলাকৰ কাম আৰু জনসেৱা ভাৰত কৰ্ত্তব্য সমাধা কৰি সিবিলাকৰ নিৰ্ব্বাচনৰ মৰ্য্যাদা আৰু কংগ্ৰেছৰো আদৰ্শ স্থাপনত বেন যুক্তি যুক্ততা প্ৰমাণ কৰি দেখুৱায় আৰু কংগ্ৰেছৰ সন্মান অটুট ৰখাত সহায়তা কৰে। ১৭।৯।৩৮। :

কংগ্ৰেছ সভাপতি শ্ৰীযুত বসুৱে আকৌ জনালে :

ছাৰ ছাদুল্লা মন্ত্ৰীসভাৰ ঠাইত যি সংযুক্ত মন্ত্ৰীসভা নতুনকৈ গঠিত তাৰ বিৰুদ্ধে মিছাকৈয়ে বিবোৰ গুজৱ খিলং নগৰত প্ৰচাৰিত হৈছে সেইবোৰ শুনি আমি অতিশয় দুঃখিত হৈছোঁ। বাইজে খাতাং ভাবে জানক যে আসাম প্ৰাদেশিক কংগ্ৰেছ বিধান সভাৰ দলপতিয়ে তেখেতৰ মন্ত্ৰীসভা গঠন কৰি এই প্ৰদেশৰ শাসনকাৰ্য্য চলা-

ৰৰ দায়িত্ব গ্ৰহণ কৰিছে আৰু তাত আন আন দলৰ লোককো গ্ৰহণ কৰিছে। সেই অৰ্থে গৱৰ্ণৰৰ হাতত কেইজনমান মন্ত্ৰীৰ নাম দাখিল কৰিছে আৰু গৱৰ্ণৰে সেই নাম গ্ৰহণ কৰিছে। বাকী কেইজন সহিত নতুন মন্ত্ৰীসভাৰ লোকসকলে অহা ১৯ তাৰিখ সোমবাৰে শপত গ্ৰহণ কৰিব বুলি স্থিৰ হৈছে।

সুভাষ চন্দ্ৰ বসু
১৭।৯।৩৮"

এনে বিবৃতিৰ প্ৰয়োজনীয়তাই বুজাব সেই সময়ত শ্বিলঙৰ ৰাজনৈতিক আৱহাৱা কেনে ধৰণৰ আছিল। তেখেতে আকৌ এইদৰে লিখিলে :

"ছাদুল্লা মন্ত্ৰী সভাই ১৩ চেপ্তেম্বৰ তাৰিখে ইস্তফা দিয়ে আৰু সেই দিনা সন্ধ্যাই কংগ্ৰেছ পাৰ্লিয়ামেণ্টাৰি পাৰ্টিৰ দলপতি শ্ৰীগোপীনাথ বৰদলৈদেৱে গভৰ্ণৰৰ আহ্বান মতে তেখেতৰ লগত দেখা কৰে। গৱৰ্ণৰে বৰদলৈদেৱক মন্ত্ৰীমণ্ডল গঠন কৰিবলৈ কোৱাত তেখেত সন্মত হল কিন্তু কংগ্ৰেছ পাৰ্লিয়ামেণ্টাৰি ছাব কমিটীৰ লগত পৰামৰ্শ কৰিবলৈ সময় বিচাৰিলে। সেইমতে বৰদলৈদেৱে ১৭ তাৰিখে আবেলি ৫-৩০ বজাত গৱৰ্ণৰৰ লগত সাক্ষাৎ কৰে আৰু ৫ জন মন্ত্ৰীৰ নাম দাখিল দিয়ে। গৱৰ্ণৰে সেইটো গ্ৰহণ কৰিলে আৰু বৰদলৈদেৱক জানিবলৈ দিলে যে অহা ১৯ তাৰিখ সোমবাৰে পুৱা বা ভাটিবেলা মন্ত্ৰীমণ্ডলীৰ শপত গ্ৰহণ কৰা উৎসৱ বা অনুষ্ঠান পতা হব। ১৭ তাৰিখে সন্ধ্যা মোৰ আৰু মৌলানা আবুল কালাম আজাদৰ এটা যুটীয়া বিবৃতিত ভেতিয়ালৈকে হোৱা আটাইখিনি কথা প্ৰচাৰ কৰা হয়। পিচদিনা অৰ্থাৎ ১৮ তাৰিখে এই বিবৃতিৰ লগত মোৰো আন এটি চমু বিবৃতি ছপা কৰি শ্বিলঙত প্ৰচাৰ কৰা হয়। পিছৰ বিবৃতিত মই কৈছিলো যে যি কেইজন মন্ত্ৰীৰ নাম বৰদলৈদেৱে দিছিল সেইকেইটি নাম গৱৰ্ণৰে গ্ৰহণ কৰিছে আৰু পিচদিনা ১৯ তাৰিখে সোমবাৰে সিবিলাকৰ শপত গ্ৰহণ কৰা হব। মই এইদৰে ছুনাই বিবৃতি দিবৰ কাৰণ এইয়ে আছিল যে শ্বিলঙত সেইদিনা গুজৱ ওলাইছিল যে গৱৰ্ণৰে মন্ত্ৰী পৰিষদৰ নামবোৰ গ্ৰহণ কৰা নাই আৰু খবৰ ওলোৱা মতে সোমবাৰে শপত গ্ৰহণো হব নোৱাৰে। আচলতে মই শ্বিলং আহি পাবৰে পৰা এই কথাটোকে মনেপতি শুনি আছো কংগ্ৰেছৰ বিপক্ষদলৰ লোকৰ পৰা যে কংগ্ৰেছ দলে মন্ত্ৰীসভা গঠন কৰিব নোৱাৰে আৰু ছাদুল্লা মন্ত্ৰীসভাই পুনৰ প্ৰতিষ্ঠিত হব। কংগ্ৰেছ যুক্ত মন্ত্ৰী সভাৰ দলত যোগ দিবলৈ ইচ্ছুক বহুত এম, এল, এক বোলে চোকা পহৰা দি আউঁৰাই ৰখা হৈছে আৰু বহুতক প্ৰাণৰ ভয়ো দেখুৱা হৈছে। বাহিৰৰ পৰা অহা বহুতো লোক এই গুজৱৰ গুৰি। এতিয়া বাধ্য হৈ লোকসকলৰ কাৰ্য্যৰ বিৰুদ্ধে স্বীকাৰক কোৱা হৈছে আৰু গৱৰ্ণমেণ্টৰ কৰ্ম্মচাৰীকো জনোৱা হৈছে।

কালি আবেলি দেখা গল যে কেইজনমান মুছলমান এম-এল-এৰ চহীৰে শ্বিলঙত ছপা কৰা কিছুমান কাকত বিলাই দিয়া হৈছে তাত মই প্ৰকাশ কৰা মতে বৰদলৈদেৱে দাখিল কৰা মন্ত্ৰীৰ নাম গ্ৰহণ আৰু সোমবাৰে ১৯ তাৰিখে শপত গ্ৰহণ কৰাৰ দিন ধাৰ্য্য কৰাৰ কথা মিছা বুলি যেনেমাৰি প্ৰতিবাদ কৰিছে। ছপা কৰা

এনে কাগজ এখন ৰবদলৈদেৱে গৱৰ্ণৰ বাহাদুৰলৈ পঠাই দিছে আৰু আন এখন চিঠিৰে জানিবলৈ ইচ্ছা প্ৰকাশ কৰিছে যে তেখেতে পূৰ্ব্বৰ মন্ত্ৰীসকলৰ নামখিনি গ্ৰহণ কৰা আৰু অহা সোমবাৰে শপত গ্ৰহণ কৰা হব বুলি দিয়া কথা যেন পুনৰায় সমৰ্থন কৰি পঠায় ।

কালি গৱৰ্ণৰ বাহাদুৰৰ পৰা ৰবদলৈদেৱৰ সেইখন চিঠিৰ কোনো প্ৰত্যুত্তৰ পোৱা নগ'ল কিন্তু আজি পুৱা ১০।। বজাত শ্ৰীৰবদলৈদেৱক গৱৰ্ণৰে মতাই নিছিল আৰু তেখেতক জানিবলৈ দিলে তেখেতৰ নাম দিয়া মন্ত্ৰীসকলৰ নাম গ্ৰহণ কৰিছে আৰু আজি ১২।। বজাতহে শপত গ্ৰহণ কৰা হব । অৰ্থাৎ আগৰ কথা মতে ১০।। বজাত নহয় ।

ব্যৱস্থাপক সভাৰ অধিবেশন ১১ বজাত বহিল । শ্ৰীবসন্তকুমাৰ দাসৰ সভাপতিত্বত । সভা বহাৰ আগতে গেজেটৰ এটা অতিৰিক্ত সংখ্যা প্ৰকাশিত হ'ল । তাত প্ৰকাশ কৰিছিল যে গৱৰ্ণৰ বাহাদুৰ পূৰ্ব্বৰ মন্ত্ৰীসকলৰ ইস্তফা পত্ৰ গ্ৰহণ কৰিলে ( নং ৩৯৮৯ জি, এচ ) এই সকল মন্ত্ৰীক ১৯৩৮ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখৰ ৩৯০ জি, এচ নোটিচ মতে গ্ৰহণ কৰা হৈছিল । ইয়াৰ পৰিবৰ্ত্তে এতিয়া শ্ৰীগোপীনাথ বৰদলৈ, শ্ৰীঅক্ষয় কুমাৰ দাস, শ্ৰীৰূপনাথ ব্ৰহ্ম, শ্ৰীৰামনাথ দাস আৰু শ্ৰীকামিনী কুমাৰ সেনক মন্ত্ৰী সভাত গ্ৰহণ কৰা হব । ইবিলাক আজি ১২।। বজাত শপত গ্ৰহণ কৰিয়েই নিজৰ দায়িত্ব গ্ৰহণ কৰিব । লগে লগে গৱৰ্ণমেণ্টৰ ইস্তাহাৰ প্ৰকাশিত হল বাহুল্যকৈ, কি ভাবে সিবিলাকে এই দায়িত্ব গ্ৰহণ কৰিব, এই অনুষ্ঠানত যোগ দিবলৈ বহুতো ভদ্ৰ লোকলৈ নিমন্ত্ৰণি চিঠিও পঠোৱা হ'ল ।

ইফালে ব্যৱস্থাপক সভা ১১ বজাত আৰম্ভ হোৱাৰ লগে লগে স্পীকাৰে কংগ্ৰেছ দলৰ দলপতি ৰবদলৈদেৱেক প্ৰশ্ন কৰিলে যে কাৰ্য্যসূচী অনুযায়ী এতিয়া এই সভাৰ কাম কেনে দৰে চলোৱা হব ? ৰবদলৈদেৱে নিজৰ দলৰ কথা কৈ লগতে কলে যে নতুনকৈ গঠিত হোৱা গভৰ্ণমেণ্টে আগৰ নীতি মতে এই সভাত প্ৰশ্ন, প্ৰস্তাৱ বা আইনাদি প্ৰণয়ন কাৰ্য্যপন্থা অনুযায়ী চলিব নোখোজে । সিবিলাকে নতুন নীতি গ্ৰহণ কৰাৰ পক্ষপাতী । সেই কাৰণে সেই সকলোবোৰ দিহা পৰামৰ্শ যুগুত কৰি সভাৰ কাৰ্য্য চলাব পৰা হবলৈ সিবিলাকক সময় লাগিব । ইতিমধ্যে এই সভাৰ কাৰ্য্য স্থগিত ৰাখিব লাগে অনিৰ্দ্দিষ্ট কাললৈ । এই বিষয়লৈ বহুতো আলোচনা হল অৰ্থাৎ ইয়াৰ বিৰুদ্ধে মত প্ৰকাশ কৰিলে বিৰোধী দলে । শেষত স্পীকাৰে ঘোষণা কৰিলে এই সভাৰ অধিকাৰ সংৰক্ষণৰ ভাৰ তেখেতৰ হাতত । এতেকে সভাৰ যাবতীয় কাৰ্য্য আগলৈ স্থগিত ৰখা ভাল নব । তাকে কৰিবৰ হলে তেখেতৰ পক্ষে অনিৰ্দ্দিষ্ট কাললৈ সভা স্থগিত ৰখাই কৰ্ত্তব্য । পূজাৰ বন্ধৰ পিচত তেখেতে প্ৰধান মন্ত্ৰীৰ লগত আলোচনা কৰি আকৌ সভাৰ তাৰিখ আৰু কাৰ্য্যক্ৰম নিৰ্দ্ধাৰণ কৰিব । অৱশ্যে যদিহে গভৰ্ণৰ বাহাদুৰে এই অধিবেশন একেবাৰে খতম কৰিব খোজে তেতিয়া হলে এতিয়া বৰ্ত্তমান কাৰ্য্যসূচী মতে বাকী

থকা আটাইবোৰ কাম নোহোৱা হব এইটো ইচ্ছা কৰিলে গভৰ্ণৰ বাহাদুৰে কৰিবও পাৰে ।

এইদৰে যেতিয়া কাৰ্য্য অনিৰ্দ্দিষ্ট কাললৈ স্থগিত ৰখা হল আৰু নিৰ্দ্দিষ্ট ৰখা মতে নতুন প্ৰস্তাৱিত মন্ত্ৰীসকল কন্সটিটিউচন হললৈ' শপত গ্ৰহণ কৰিবলৈ ৰাওনা হল ।

সিবিলাক গৈ 'হল' পোৱাৰ লগে লগে খবৰ ওলাল যে গবৰ্ণৰ বাহাদুৰ অহাত ২০ মিনিট পলম হব । কেই মিনিটমান পিচত চীফ চেক্ৰেটৰী আহি আকৌ জনালে যে গবৰ্ণৰ বাহাদুৰে শপথ গ্ৰহণ কৰা অনুষ্ঠান বন্ধ কৰি দিছে আকৌ তেখেতে বৰং শ্ৰীবৰদলৈদেৱক মাতি পঠাইছে । বৰদলৈদেৱ তেতিয়াই গবৰ্ণৰ বাহাদুৰক দেখা কৰিবলৈ গ'ল । সিবিলাকৰ ভিতৰত হোৱা কথা বতৰাত গবৰ্ণৰ বাহদুৰে জানিবলৈ দিলে যে স্পীকাৰে হঠাতে ব্যৱস্থাপক সভাৰ অধিবেশন অনিৰ্দ্দিষ্ট কাললৈ বন্ধ কৰি দিয়াত তেখেত বৰ অসন্তুষ্ট হৈছে । বৰদলৈদেৱে ততালিকে উত্তৰ দিলে যে সেইটো মীমাংসাৰ গৰাকী স্পীকাৰ, তেখেত নহয় । গবৰ্ণৰ বাহাদুৰে তেতিয়া কলে যে শপত গ্ৰহণ কৰা অনুষ্ঠান পতাৰ আগতে তেখেতে স্পীকাৰে কৰা এই কামৰ আইন সঙ্গত যুক্তি যুক্ততা বিচাৰ কৰি চাব । বৰদলৈদেৱে মন্ত্ৰীসকলক এনেদৰে ব্যৱহাৰ কৰাৰ প্ৰতিবাদ জনাই গৱৰ্ণৰ বাহাদুৰক কলে যে সকলো আগ পিচ গুণি চাইহে শপত গ্ৰহণ অনুষ্ঠান পাতিব লাগিছিল আৰু সময় নিৰুপণ কৰিব লাগিছিল । লগতে এইটোও ডাঠি কলে যে স্পীকাৰৰ ব্যৱস্থাপক সভা অনিৰ্দ্দিষ্ট কাললৈ স্থগিত ৰখাৰ লগত মন্ত্ৰীসকলৰ শপত গ্ৰহণ কৰা কাৰ্য্যৰ লগত একো সমন্ধ নাই ।

এইটো আটাইতকৈ মন কৰিব লগীয়া কথা যে শপত গ্ৰহণ অনুষ্ঠান বন্ধ কৰা হল বুলি খবৰ ওলোৱা মাত্ৰকে কিছুমান কৰ্ম্মচাৰীয়ে আগৰ প্ৰকাশিত অতিৰিক্ত সংখ্যাৰ গেজেট ( যত আগৰ মন্ত্ৰীসকলৰ ইস্তাফা পত্ৰ গ্ৰহণ কৰি নতুন কৈ পাঁচজন মন্ত্ৰী নিয়োগৰ কথা ঘোষণা কৰা হৈছিল ) আৰু শপত গ্ৰহণ অনুষ্ঠান ক্ৰম পদ্ধতি সমন্বিতে ওলোৱা সুকীয়া ছপা কাকতবোৰৰ কপিবোৰ সংগ্ৰহ কৰাত যেনে খৰখেদা দেখা গল সি উপভোগ্য ।

এনেবোৰ উত্তেজনাপূৰ্ণ ঘটনাৰ অন্তৰালত এটি কথা ফটফটীয়াকৈ দেখা যায় যে ইতিমধ্যে মুছলমান সদস্যসকলৰ দল আৰু ইউৰোপীয় দলৰ লগত এটা চৰ্ত্ত সহিতে একগোট হৈছে আৰু সিবিলাকৰ প্ৰথম যাই কথা হৈছে যে অসমত মুক্ত কংগ্ৰেছী মন্ত্ৰী সভা হবলৈ নিদিয়ে । এই দলবিলাকৰ এখন যুটীয়া সভা বহিছিল আৰু অনাস্থাৰ প্ৰস্তাৱ উভয় মুছলমান আৰু ইউৰোপীয় সদস্য দুজনে আজি পঠাইছিল কিন্তু তাক অগ্ৰাহ্য কৰা হল এই যুক্তিৰে যে মন্ত্ৰীসকলে এতিয়াও কাৰ্য্যভাৰ গ্ৰহণ কৰা নাই । তদুপৰি আজি কেইদিনমানৰ পৰা এইটো লক্ষ্য কৰা হৈছে যে উভয় দলৰ এম-এল-এ কেজনমানে ঘনে ঘনে গবৰ্ণৰ বাহাদুৰৰ ওচৰলৈ যাতায়াত কৰি আছে ।

এইবোৰ ঘটনাৰ ভিতৰত গবৰ্ণৰ বাহাদুৰৰ সম্পৰ্কৰ বা হস্তক্ষেপৰ বিষয়ে আমি ইয়াৰ পিচত কবলগীয়া কথা থাকিব। এই অৱস্থাত মই ইয়াকে কব খোঁজো যে তেখেতৰ কাৰ্য্যই আমাৰ মনত ঘোৰতৰ সন্দেহ ওপজাইছে আৰু যেতিয়ালৈকে তেখেতৰ পৰিষ্কাৰ বুজনিৰে এই ভাব আঁতৰাই নিদিয়ে তেতিয়ালৈকে সেই সন্দেহ ভাব আমাৰ মনত থাকিয়েই যাব।

সামৰণিৰ আগতে আৰু এটি কথা মই কম। অতিৰিক্ত সংখ্যা গেজেট মতে গবৰ্ণৰ বাহাদুৰে আগৰ মন্ত্ৰী কেজনৰ ইস্তাফা গ্ৰহণ কৰিলে আৰু তাৰ ঠাইত আন ৫ জন মন্ত্ৰী নিযুক্ত কৰিলে। কিন্তু ইবিলাকক এতিয়ালৈকে শপত গ্ৰহণ কৰি দায়িত্ব দিয়া নাই। তেন্তে এইটো নহলনে যে সেই অতিৰিক্ত সংখ্যা গেজেট প্ৰকাশৰ দিনৰ পৰা এতিয়ালৈকে অসম প্ৰদেশ অৰাজক হৈছে, কোনো গভৰ্ণমেণ্ট নাই। মই গবৰ্ণৰ বাহাদুৰক সুধিব খোজোঁ যে চৰকাৰৰ এনে হীন অৱস্থাত যে আমি অসমত এই কেইদিনেই আছোঁ ইয়াৰ বাবে দায়ী কোন?"—(সুভাষ বসু)

১৯৩৮ চনৰ চেপ্তেম্বৰ মাহৰ ২১ তাৰিখে আবেলি শ্ৰীগোপীনাথ বৰদলৈদেৱে লগত আন চাৰিজন মন্ত্ৰীৰে শপত গ্ৰহণ কৰাৰ লগে লগে জানিবা সেই চৰকাৰহীন অৰাজকতাৰ অন্ত পৰিছে। এইদৰে কংগ্ৰেছী যুক্তমন্ত্ৰী সভা গঠিত হোৱাত গোটেই দেশতে অভূতপূৰ্ব্ব আনন্দৰ চিন দেখা পোৱা গল। এই মন্ত্ৰী সভাৰ আন তিনিজন মুছলমান মন্ত্ৰীয়ে পিচত সময়মতে শপত গ্ৰহণ কৰিলে। এইদৰে পলম হবৰ কাৰণ হল যে কংগ্ৰেছৰ নেতাজন মুছলমান। অন্যান্য দললৈকো এই যুক্ত মন্ত্ৰীসভাত তিনিজন মন্ত্ৰীয়ে যোগদান দি দেশৰ শাসন কাৰ্য্য চলাবলৈ আহ্বান জনাইছিল কিন্তু সিবিলাকে সহযোগিতাৰ হাত আগ বঢ়াবলৈ অস্বীকাৰ কৰিলে।

এনে উত্তেজনাপুৰ্ণ ঘটনাবহুল কাৰ্য্যাবলীৰ পিচত আমাৰ দেশত কংগ্ৰেছী যুক্তমন্ত্ৰী সভা গঠিত হল। ৰাষ্ট্ৰপতিয়ে যোগ্যৰূপে সমৰ্থন নকৰা হলে এনে মন্ত্ৰী সভা গঠন হবৰ সম্ভাৱনা কম আছিল। এতিয়াৰ পৰা বৰদলৈদেৱ বিৰোধীদলৰ দলপতি নাথাকি নিজে এতিয়া চৰকাৰৰ কৰ্ণধাৰ হল, প্ৰধান মন্ত্ৰী হিচাবে।

# প্ৰধানমন্ত্ৰী বৰদলৈ

ছাদুল্লা মন্ত্ৰীসভা পতনৰ পিচত যি কংগ্ৰেছ যুক্তমন্ত্ৰী সভা গঠিত হল তাৰো বৰদলৈকে নেতাৰূপে মানি লৈ প্ৰধানমন্ত্ৰীৰ বাব দিলে। তেখেতে এই বাব ললে বছৰৰ শেষৰ ফালে ছেপ্তেম্বৰ মাহত। তেতিয়া সিবিলাকৰ নীতি অনুসৰণ কৰি বাজেটৰ ৰূপ সলাবৰ সময় নহয়। গতিকে পুৰ্ব্বৰ মন্ত্ৰীমণ্ডলীয়ে তৈয়াৰ কৰা বাজেট অনুযায়ী বাকী চাৰিমাহ কাম কৰিব লগাত পৰিল। কিন্তু ইয়াৰ ভিতৰতো এই নকৈ গঠিত হোৱা মন্ত্ৰীসভাই যি কেইটা কাম বৰদলৈদেৱৰ নেতৃত্বত হাতত লৈছিল সিও উল্লেখ যোগ্য আৰু তাৰ দ্বাৰাই ভবিষ্যত আশাজনক আৰু ৰাইজৰ কল্যাণ-জনক কামৰো ইঙ্গিত পোৱা যায়।

প্ৰধান মন্ত্ৰীৰ দায়িত্ব লোৱাৰ লগে লগে বৰদলৈদেৱে গৱৰ্ণমেণ্টৰ সকলো চাকৰিয়াললৈকে এখন চিঠিৰে আহ্বান জনালে যে সিবিলাকে বৰ্ত্তমানে নতুন পৰিবৰ্ত্তনৰ প্ৰেৰণা আৰু আদৰ্শবাদৰ লগত খাপ খুৱাই যেন দেশৰ শাসনকাৰ্য্য পৰি-চালনা কৰে আৰু দায়িত্ব পালন কৰে। আৰু লগতে এইটি কথাও উপলব্ধি কৰিবলৈ জনালে যে সকলোৱেই যেন সেৱা ভাবত উদ্বুদ্ধ হৈ সকলো কাম কৰে। আগৰ চাকৰিয়ালসকলৰ মনোবৃত্তি যেন পৰিত্যাগ কৰে।

দ্বিতীয়তে ততালিকে মন্ত্ৰীসকলে দৰমহা ৫০০৲ টকাকৈ আৰু ঘৰৰ এলাৱেঞ্চ হিচাবে মাহে ২০০৲ কৈ লবলৈ মাথোন সিদ্ধান্ত ঘোষণা কৰিলে। এইদৰে কমাই লওঁতে যিখিনি টকাৰ ৰাহি হব সেইখিনি টকা বানপানী পীড়িত লোকৰ সাহায্যাৰ্থে খৰচ কৰিবলৈ স্থিৰ কৰিলে। কিন্তু পিচৰ বছৰ বাজেটত হোৱা ৰাহি টকাৰে অনুন্নত অঞ্চলত শিক্ষা বিস্তাৰ কাৰ্য্যত খৰচ হব বুলি ঘোষণা কৰি থলে।

সেই বছৰ বানপানীয়ে আমাৰ প্ৰদেশৰ কেইবাখনো জিলাত ভয়ানক ক্ষতি কৰিছিল। তেতিয়ালৈকে মানুহৰ দুৰ্গতিৰ অন্ত হোৱা নাছিল। সেইকাৰণে এতিয়া পুৰ্ব্বৰ মন্ত্ৰীসকলতকৈও বহুল ভাবে সহায় কৰিবৰ দিহা কৰিলে আৰু সেই সাহায্য দান কৃষিঋণ আৰু খাজানা মাফ হিচাবেই দিয়া হৈছিল ক্ষতিগ্ৰস্ত অঞ্চলৰ লোকসকলক।

আটাইতকৈ ডাঙৰ কাম কৰিলে ১৯৩৮—৩৯ চনৰ বাবে মাটিৰ খাজানা হ্ৰাস কৰি। কংগ্ৰেছৰ মুলনীতি আছিল দুখীয়াৰ ওপৰৰ পৰা খাজনাৰ বোজা পাতলাই দিব লাগে। প্ৰয়োজন হলে ধনীৰ ওপৰত নতুন কৰ বহুৱাবও পাৰে। কংগ্ৰেছী সদস্যসকল ব্যৱস্থাপক সভাত টকাত ।।০ অনা খাজনা মাফ্ দিব লাগে বুলি প্ৰস্তাৱ কৰা আছিল। ছাদুল্লা মন্ত্ৰী সভাৰ দিনত শতকৰা ৩৩৲ টকা মাফ্ দিবৰ কথা গভৰ্ণমেণ্টে স্বীকাৰ কৰিছিল যদিও কাৰ্য্যত খটোৱা নাছিল। এইবাৰ যেতিয়া কংগ্ৰেছে নিজে দায়িত্ব ললে নিশ্চয় এই বিষয়ত পোনতে হস্তক্ষেপ কৰা উচিত হৈছিল।

অৱশ্যে অৱস্থা অনুযায়ী খাজনা মাফ্ দিয়াৰ পৰিমাণ কম-বেছি আছিল। কোনো কোনো ক্ষেত্ৰত শতকৰা ৫০্ টকা ৰেহাই দিছিল আৰু সবাতোকৈ কম আছিল শতকৰা ১৫্ টকা শ্ৰীহট্ট, জয়ন্তীয়া পৰগনা আৰু ইলামত।

সিবিলাকৰ পুৰ্ব্ব ঘোষিত নীতিমতে ৰাজনৈতিক বন্দীসকলক ইয়াৰ ভিতৰতে মুক্তি দিবৰ ব্যৱস্থা হ'ল।

এনে ধৰণৰ জনপ্ৰিয় কাৰ্য্যবিলাক কৰাত আৰু কিছুমান কৰিবলৈ হাতত লোৱাত দেশৰ ৰাজনৈতিক পৰিস্থিতিয়ে নতুন ৰূপ ললে। পীড়িত ৰাইজে কিছু পৰিমাণে স্বস্তিৰ উশাহ ললে। কংগ্ৰেছ যুক্ত মন্ত্ৰীসভা ক্ৰমে জনপ্ৰিয় হবলৈ ধৰিলে।

পুৰ্ব্বতে কোৱা হৈছে যে মন্ত্ৰীত্ব সলনিৰ সময়ত ব্যৱস্থাপক সভাৰ অধিবেশন স্পীকাৰে অনিৰ্দ্দিষ্ট কাললৈ বন্ধ ৰাখিছিল। এতিয়া তাৰ এখনি অধিবেশন পাতি সভাৰ বাকী থকা কামখিনি শেষ কৰিব লাগে আৰু নব-গঠিত বিৰোধী দলেও সিবিলাকৰ শক্তি জুখি চাবৰ সুযোগ পাব লাগে। সেইমতে সেই স্থগিত অধিবেশনৰ কাম পহিলা ডিচেম্বৰ তাৰিখে আৰম্ভ হৈ ৯ ডিচেম্বৰ তাৰিখে শেষ হৈছিল। এই সুযোগতে বিৰোধী দলে ভিন্ ভিন্ কৈ আঠোটা অনাস্থা প্ৰস্তাৱ দাখিল দিছিল। সেই সকলোবিলাক প্ৰস্তাৱ এটা বুলি ধৰি আলোচনা হল কিন্তু কংগ্ৰেছ যুক্ত-মন্ত্ৰীসভাই চাৰিটা ভোট বেছিকৈ পোৱাত জিকিল। এইবাৰলৈ মন্ত্ৰীসভা ৰক্ষা পৰিল।

এই সময়তে ৰাষ্ট্ৰপতি সুভাষ বসু দ্বিতীয়বাৰ এই প্ৰসঙ্গত শ্বিলঙলৈ আহে আৰু প্ৰাদেশিক পাৰ্লিয়ামেণ্টৰি চব কমিটীৰে সৈতে পৰামৰ্শ কৰি যুক্ত-মন্ত্ৰীসভাৰ আগন্তুক কাৰ্য্যক্ৰম নিৰ্দ্ধাৰণ কৰি দিছিল। কংগ্ৰেছৰ মুল নীতি যাতে ৰক্ষা পৰে তালৈ বিশেষ মন দিয়া হৈছিল। মুঠতে সেই সময়ত যাই অভিযোগ আৰু অভাৱলৈ লক্ষ্য আৰু সংগঠন মুলক কাৰ্য্যৰ আঁচনিৰে দেশক আগুৱাই নিবলৈকে কাৰ্য্যপদ্ধতি স্থিৰ কৰা হৈছিল।

১৯৩৯—১৯৪০ চনৰ যি বাজেট দাখিল কৰা হৈছিল দেশাত্মবোধ পৰিচায়ক সেই খনেই পোন প্ৰথম আমাৰ প্ৰদেশৰ জনপ্ৰিয় মন্ত্ৰীসভাৰ বাজেট। ইয়াৰ ভিতৰতে দেশৰ কল্যাণৰ হকে সংগঠনমুলক কামৰ আঁচনি আৰু জনপ্ৰিয় গভৰ্ণমেণ্টৰ মনোভাৱ সহ কাৰ্য্যসুচীৰ যোগে স্বদেশ প্ৰিয়তাৰ সন্ধান পোৱা যায়। সেই কাৰ্য্যসুচীৰ আভাস দিয়াৰ আগতে এটা বিশেষ মন কৰিবলগীয়া কথা হল সকলোৰে মুলত অৰ্থ সঙ্গতিৰ কথা। সেই সম্পৰ্কে ইমানকে কব পাৰি যে আগৰ মন্ত্ৰীসভাই গতানুগতিক সেই বিদেশী শাসনৰ ঠাঁচত কামবোৰ কৰি থওঁতেও কেইবা লাখো টকাৰ ঘাটি দেখুৱাব লগাত পৰিছিল। কিন্তু নেতা বৰদলৈদেৱৰ মনোবল আৰু লগৰীয়া সহমন্ত্ৰী সকলৰ উৎসাহ আৰু সহযোগিতাত কংগ্ৰেছৰ কাৰ্য্য-প্ৰণালী বন্ধ নাৰাখিবলৈ আৰু যেনে তেনে চলাবলৈ স্থিৰ কৰিলে। সিবিলাকে যাই উপায় স্বৰূপ নতুন নতুন কৰ ধাৰ্য্য কৰাৰ প্ৰস্তাৱ লৈছিল কিন্তু সদায় দৃষ্টি ৰাখিছিল যাতে সেই কৰৰ বোজা কোনো দুখীয়া মানুহৰ ওপৰত নপৰে। দ্বিতীয়তে কোনো কোনো ক্ষেত্ৰত ব্যয় সঙ্কোচ কৰিও কিছু টকা ৰাহি কৰিবৰ ব্যৱস্থা কৰিছিল।

যি কেইটা থাই বিষয়ত কৰ ধাৰ্য্য কৰি আয় বঢ়াবৰ চেষ্টা কৰিছিল তাৰে কেইটামান ইয়াত উল্লেখ কৰা হল :

(১) ৩০০০ টকাৰ ওপৰত লাভ কৰা খেতিয়কৰ ওপৰত কৃষি আয়কৰ।

(২) কিছুমান বস্তুৰ ওপৰত বিক্ৰীকৰ যেনে পাটৰ কাপোৰ, প্ৰধান সামগ্ৰী কিছুমান, টাৰ্মিনাল টেক্স, জুইশলা কৰা কাৰখানাৰ ওপৰত, লিমিটেড কোম্পানীৰ ওপৰত টেক্স ।

(৩) ঘোঁৰ দৌৰৰ খেল, আমোদ কৰ ।

(৪) ক্ৰুদ অয়েলৰ ওপৰত অধিক ৰয়েলটি কৰ ।

সেই সময়ত মৌঃ ফকৰুদ্দিন আলি আহমদ বাৰ-এট-ল ডাঙৰীয়া বিত্ত মন্ত্ৰী আছিল। কৃষি আয়কৰ বিলখনে চাহ খেতিয়কসকলৰ ওপৰত বেছিকৈ বোজা দিবৰ প্ৰস্তাৱ থকাত ইউৰোপীয় চাহ খেতিয়কসকলে মুখেৰে ইয়াৰ নীতিগত কথাত আপত্তি নকৰিলেও যথেষ্ট বিৰোধিতা কৰিছিল আৰু প্ৰতিপদে ইয়াক গ্ৰহণ কৰাত বাধা দিছিল। সেই বাধাদান কাৰ্য্যত সহায়তা কৰিছিল মুছলীম লীগে। বৰদলৈদেৱে ইয়াৰ যথোচিত সমিধান দিছিল। ব্যৱস্থাপক সভাত আলোচনা প্ৰসঙ্গৰ শেষত জানিবা ব্যৱস্থাপক সভাত কোনোমতে আইনখন পাছ হৈ সৰকি গ'ল, কিন্তু উচ্চ পৰিষদত খালে থেকা। উচ্চ পৰিষদ ধনীৰ মেল আৰু সেইখন পতাৰ কথাও আছিল সেয়ে। তাৰ উদ্দেশ্য এতিয়া সফল হ'ল। আইনৰ বিধানমতে দুয়োখন আইন সভাৰ যুটিয়া বৈঠক পাতিহে কোনোমতে সেই আইন 'পাছ কৰা হল। তাৰ আয় তেতিয়াই ৩০লাখ হব বুলি ধৰা হৈছিল। আজিকালি সেই আইনৰ বলত আমাৰ চৰকাৰে ৮০ লাখ মান টকা পায় আৰু সৰহ ভাগেই চাহ খেতিৰ পৰা আহে। মন কৰিবলগীয়া যে বহুতো চাহ বাগিচাই হাজাৰ হাজাৰ একৰ মাটি বিনা খাজানাই ইমান দিন ভোগ কৰি আছিল আৰু কোনো ৰকমৰ টেক্স বা খাজানা প্ৰায়েই ভৰা নাছিল। তেওঁলোকৰ ওপৰত এই প্ৰথম আক্ৰমণত বেয়া পোৱা বা প্ৰতিবাদ কৰা স্বাভাৱিক।

এইদৰে ৰাজহ গোটাই (সেই বছৰ ৪৩ লক্ষ টকা অন্ততঃ বঢ়াই পাব বুলি আশা কৰিছিল) যি কেইটা থাই কাম কৰিছিল তাক আগতে উল্লেখ কৰা হৈছে। ইয়াত বাকী কেইটা থাই কথাৰ মাথোন উল্লেখ কৰিম। এই কাৰ্য্যবিলাকেই নেতাজনৰ কৰ্মশক্তি আৰু অনুপ্ৰেৰণাৰ চিনাকি দিয়ে।

## কানি নিবাৰণ

মাদক দ্ৰব্য বৰ্জন কংগ্ৰেছৰ গঠনমূলক কামৰ অন্যতম প্ৰধান কাম। এই কামত বৰদলৈ যুক্ত মন্ত্ৰীসভাই কাম হাতত ললে। এনে বৰ্জনত এফালে আয় বন্ধ হ'বই—তদুপৰি সেই আইনমতে কামটো চলাবলৈ অধিক খৰচো লাগে। তথাপি ইতিপূৰ্বে শ্ৰীকুলধৰ চলিহা এম-এল-এ (কেন্দ্ৰীয়) দেৱৰ পভাপতিত্বত পাতি দিয়া কানি

নিবাৰণী তদন্ত কমিটীৰ স্নুপাৰিশ মতে এখন এখনকৈ জিলাত ধৰি ক্ৰমে সম্পূৰ্ণ নিবাৰণ কৰিবৰ বিধান যুগুত কৰিলে। তাৰে বিনা বেতনে কমিশ্যনাৰ নিযুক্ত হ'ল শ্ৰীঅমিয় কুমাৰ দাস আৰু পোনতে ডিব্ৰুগড় আৰু শিৱসাগৰত সম্পূৰ্ণৰূপে কানি বন্ধ কৰিবলৈ দিহা কৰিলে। সেই অঞ্চলত কানি একেবাৰে বন্ধ কৰাটো আৰু লগতে চিকিৎসাৰ ব্যৱস্থা থকাৰ কাৰণে এজন কানিয়াৰো প্ৰাণ হানি হোৱা নাছিল। এইদৰে দুবছৰৰ ভিতৰতে গোটেই দেশতে কানি বন্ধ কৰাৰ নীতি ধাৰ্য্য কৰিলে। সেই সময়ত অনুমান কৰা হৈছিল যে ইয়াৰ বাবে ৬ লাখ টকা খৰচ পৰিব। ইয়াৰ উপৰিও সেই সময়ত চাহ বাগিচাবোৰত থকা মদৰ দোকানবোৰো বন্ধ কৰি দিয়া হ'ল। প্ৰতি দেওবাৰে মদৰ দোকান সম্পূৰ্ণ বন্ধ ৰখাৰ বিধান কৰিলে আৰু যাতে আবকাৰী বিভাগৰ চলিত দোষ কিছু কমে তাৰ বাবে স্থানীয় মানুহক মদ ভাঙৰ দোকান দিবলৈ পূৰ্বে একেবাহে তিনিবছৰ বা তাতোকৈ বেছিদিন মদ ভাঙৰ মহল পোৱা মানুহক দুনাই নিদিবলৈ স্থিৰ কৰে। গতিকে নতুন মানুহ মহলদাৰ হবৰ এতিয়া সূচনা হল আৰু আশা কৰা হল যে এতিয়াৰ পৰা সেই বিভাগত দোষবোৰ কমি যাব।

## শিক্ষা-বিস্তাৰ

এই বিভাগত আগতকৈ ২ লাখ ৮০ হাজাৰ টকা বেছিকৈ খৰচ কৰিবলৈ ধৰা হৈছিল। অনুন্নত আৰু জনজাতিৰ মাজত শিক্ষা বিস্তাৰৰ প্ৰাইমাৰী, শিক্ষা বহলাবৰ বাবে আৰু নিৰক্ষৰতা দূৰ কৰিবৰ কাৰণে আৰু ৱাৰ্দ্ধা পদ্ধতিৰ শিক্ষাৰ বাবে পৰীক্ষামূলক ব্যৱস্থা আৰু স্কুল বিলাকত হিন্দুস্থানী শিক্ষা প্ৰবৰ্ত্তনৰ দিহা কৰা হৈছিল।

ৰায়তসকলৰ স্বাৰ্থ সংৰক্ষণৰ বাবে প্ৰজাস্বত্ব আইন বাহাল কৰিবলৈ দিহা কৰিছিল। চাহবাগিচাৰ বনুৱা সকলৰ স্বাৰ্থ সংৰক্ষণৰ বাবে আইন আৰু তেওঁবিলাকৰ কাৰণে সুযোগ সুবিধা চাবলৈ নতুন অনুষ্ঠান পাতিলে।

এই সময়ত আটাইতকৈ ডাঙৰ দুৰ্ঘটনা হল—ডিগবই ধৰ্মঘট। আকৌ একে সময়তে কেইখাখনো বাগিচাত বনুৱাৰ ধৰ্মঘট হৈছিল। সেই বিলাকত বৰদলৈদেৱে যথেষ্ট অংশ গ্ৰহণ কৰি বনুৱা আৰু কোম্পানী উভয় পক্ষৰে স্বাৰ্থ যাতে হানি নহয় তালৈ দৃষ্টি ৰাখিছিল যদিও প্ৰকৃততে সহানুভূতি আছিল বনুৱাসকললৈ আৰু গভৰ্ণমেণ্টৰ পক্ষৰ পৰা কৰিব পৰা খিনি চেষ্টা বৰদলৈদেৱে কৰিছিল।

লিখা বাহুল্য যে বৰদলৈদেৱে মন্ত্ৰীত্বৰ দায়িত্ব লৈ আগতকৈ অধিক পৰিশ্ৰম কৰিব লগাত পৰিছিল। দৈনিক অফিচৰ কাগজ পত্ৰ চোৱাৰ উপৰিও মানুহক দেখা শুনা কৰা, অভিযোগৰ উত্তৰ দিয়া কাম আৰু সকলো কথাতে যাতে উচিত মতে কামবোৰ পৰিচালিত হয় তালৈ দৃষ্টি ৰখা ইত্যাদি। মাজে সময়ে মফচললৈ গৈ ৰাইজৰ মাজত চৰকাৰ পক্ষৰ আচল কথাবোৰ ফঁহিয়াই বুজাই দিয়া আৰু সিবিলাকেও যে শাসন কাৰ্য্য চলোৱাত সহযোগ কৰিব লাগে সেই বিষয়ে সজাগ কৰি দিয়া প্ৰভৃতি কামো কৰিব লগাত পৰিছিল।

যুক্ত মন্ত্ৰীসভাৰ কাম সুখ্যাতিৰে সৈতে সকলো দলৰ লোকৰ আস্থা ভাজন হৈ চলাই থাকোঁতেই আহিল দ্বিতীয় মহাযুদ্ধ। পূৰাকৈ মাথোন এবছৰ কাল ইবিলাকে শাসন কাৰ্য্য চলাইছেহে। এই মহাযুদ্ধ লাগিল ইউৰোপত জাৰ্মানীৰ বিৰুদ্ধে। ভাৰত গভৰ্ণমেন্টে সেই যুদ্ধত যোগ দিলে ইংৰাজৰ হৈ। আমাৰ দেশৰ কোনো মতামত নললে। ভাৰতবাসীৰ আত্ম সন্মানত আঘাত পৰিল। গতিকে সেই মহাযুদ্ধৰ লগত সহযোগ ত্যাগ কৰাই উচিত বুলি কংগ্ৰেছে মত প্ৰকাশ কৰিলে আৰু সেইমতেই স্থিৰ হল যে প্ৰাদেশিক ব্যৱস্থাপক সভাৰ মন্ত্ৰীসকলে অসহযোগ কৰি ওলাই আহিব লাগে। সেই হুকুমৰ পৰা বাদ পৰিল কেৱল সিন্ধু প্ৰদেশ। সেই হুকুম মতে আমাৰ প্ৰদেশৰ যুক্ত মন্ত্ৰীসভায়ো পদত্যাগ কৰি ওলাই আহিব লগাত পৰিল। কিন্তু দূৰদৃষ্টিসম্পন্ন বৰদলৈদেৱে সিন্ধু প্ৰদেশৰ দৰে আসামেও সেই বিধানৰ পৰা ৰেহাই পাব লাগে বুলি কংগ্ৰেছৰ নেতৃবৃন্দৰ ওচৰত দাবী জনালে। চেষ্টাও বহুত কৰিলে। মহাত্মাজীৰ মন সেই কথাত কোমল হৈছিল যদিও শেষত মৌলানা আবুল কালাম আজাদে আপত্তি কৰি কলে—এইদৰে যদি বেলেগ বেলেগ প্ৰদেশবোৰক বাদ দিয়া যায় তেন্তে আমাৰ অসহযোগৰ শক্তি বহুত কমি যাব। এতেকে অসমক ৰেহাই দিব নোৱাৰি; কিন্তু এইটো কথা দিয়া থাকিল যে পিচত অসম প্ৰদেশৰ বিষয়ে (স্বাৰ্থ ৰক্ষাৰ) প্ৰয়োজনমতে বিশেষৰূপে দৃষ্টি ৰখা যাব।"

গতিকে সকলো চেষ্টা ব্যৰ্থ হল। দিল্লীৰ পৰা ঘূৰি আহিয়েই বৰদলৈদেৱে আৰু আন আন মন্ত্ৰীসকলে মন্ত্ৰীপদ ইস্তাফা দি ওলাই আহিল। যুক্ত মন্ত্ৰীসভাই মাথোন ১৩ মাহ কাল পূৰাই শাসনকাৰ্য্য পৰিচালনা কৰিবলৈ পালে। এইটো কোনেও নুই কৰিব নোৱাৰে যে সাময়িক অতি লাগতিয়াল কামবোৰ নিয়াৰিকৈ কৰি যাব পৰাত আৰু গঠনমূলক কাৰ্য্যৰ যোগে ৰাইজৰ মাজত প্ৰেৰণা জোগাব পৰাত কংগ্ৰেছ মহাসভাৰ প্ৰতিষ্ঠা সেই সময়ত আমাৰ দেশত ভালদৰেই দৃঢ় হৈছিল।

ইয়াৰ পিচত "ব্যক্তিগত সত্যাগ্ৰহ কৰিবৰ" আহ্বান আহিল। আমাৰ প্ৰদেশত বৰদলৈদেৱেই প্ৰথম সত্যাগ্ৰহী। তেখেতে গুৱাহাটীৰ কাছাৰী ঘৰৰ ওচৰত সত্যাগ্ৰহ কৰি প্ৰচাৰ কৰে "ধনে জনে কোনেও বৃটিছক যুদ্ধত সহায় নকৰিব।" নিচেই কম কিন্তু মৰ্মস্পৰ্শী কথাৰে গোট খোৱা হাজাৰ হাজাৰ লোকক উপদেশ দিলে। যুদ্ধ যে কেৱল সাম্ৰাজ্যবাদী সকলৰ স্বাৰ্থ সংৰক্ষণৰ কাৰণে সেইটোও বুজাই দিলে কথাৰে। গণতন্ত্ৰত আগৰে পৰা গুৰিলৈকে বিশ্বাসী বৰদলৈদেৱে প্ৰাণৰ পৰাই সেই কথা কব পাৰিছিল। গুণমুগ্ধ ৰাইজেও সত্যাগ্ৰহী বৰদলৈক হেপাহ পলুৱাই সন্মান দেখুৱালে। সেই সময়ত সত্যাগ্ৰহী সকলক ৰাইজ গোটখাই নানা প্ৰকাৰ সন্মান দেখুৱাৰ অৰ্থ আছিল যে ৰাইজৰো সত্যাগ্ৰহীৰ কাৰ্য্যত সমৰ্থন আছিল। বিহওক তেখেতক এবছৰ বিনাশ্ৰম কাৰাদণ্ড দিয়ে আৰু সত্যাগ্ৰহীৰ যাবতীয় নিয়ম পালন কৰি মহাত্মাজীৰ নিৰ্দ্দেশ মানি পূৰ্ণকাল দণ্ড ভোগ কৰে। বিচাৰ কালত কোনো সত্যাগ্ৰহীয়েই নিজৰ পক্ষ সমৰ্থন কৰি কোনো কথা কোৱা তেতিয়া নিয়ম নাছিল। গতিকে আদালতত বিচাৰৰ বাবে বেচি সময় নালাগিছিল। কেইজনমান চৰকাৰৰ পক্ষৰ মানুহে বা ধৰি অনা দাৰোগাজনে সাক্ষী কলেই আধা ঘন্টাৰ ভিতৰতে বিচাৰ শেষ হয়। বিচাৰ গুৱাহাটী জেলৰ অফিচ ঘৰত হৈছিল।

এইদৰে সত্যাগ্ৰহ কৰি গোটেই দেশৰ বিভিন্ন ঠাইৰ মুখীয়াল কংগ্ৰেছ্ কৰ্মীসকল আৰু ব্যৱস্থাপক সদস্য সকল বন্দীশালত আৱদ্ধ হোৱাত পুনৰ ছেগ বুজি ছাৰ ছাদুল্লাই আকৌ মন্ত্ৰীসভা গঠন কৰিলে। এই মন্ত্ৰী সভাই প্ৰথমতে কিন্তু কংগ্ৰেছ্ যুক্ত মন্ত্ৰীসভাই কৰি যোৱা যাবতীয় জনহিতকৰ কামবোৰ একেবাৰে নাকচ কৰিবলৈ সাহ কৰা নাছিল; তথাপি আন্তৰিকতাৰ অভাৱত বহুতো জনহিতকৰ কাম প্ৰায় বন্ধৰ দৰেই থাকিল আৰু সুবিধা বুজি এইবাৰ মুছলীম লীগ পৰিচালিত মন্ত্ৰী সভাই (অৰ্থাৎ এতিয়াৰ পৰা ছাৰ ছাদুল্লাই নিয়মিত ৰূপে মুছলীম লীগত যোগ দিলে) সিবিলাকৰ সপোন বাস্তৱত ৰূপ দিবলৈ লাগি গ'ল অৰ্থাৎ অবাধ গতিৰে বাহিৰৰ পৰা প্ৰধানতঃ মুছলমান পমুৱা সকলক আহিবলৈ আৰু আহি বসতি কৰি থাকিবলৈ সুবিধা কৰি দিলে। এই অৰ্থে প্ৰয়োজন বুজি গ্ৰেজিং ৰিজাৰ্ভ বা ফৰেষ্ট ৰিজাৰ্ভ পৰ্য্যন্ত খুলি দিয়াত লাগিল। বিৰোধী দল প্ৰায় নাছিলেই। যিবা দুই এজন আছিল তেওঁলোকৰ ক্ষীণ প্ৰতিবাদলৈ তেলাহি কৰিবৰ সিবিলাকৰ প্ৰয়োজন নাছিল। এনে ভাবে মহতিয়াই যাবলৈ কৰা প্ৰচেষ্টাত আকৌ বাধা দিবলৈ যত্নপৰ হল কংগ্ৰেছ্ আৰু ১৯৪১ চনৰ ডিচেম্বৰত ছেগ বুজি আকৌ মন্ত্ৰীসভাৰ বিপক্ষে অনাস্থাৰ প্ৰস্তাৱ দিয়া হ'ল। কোৱা বাহুল্য যে সেই সময়ত বহুত কংগ্ৰেছ সদস্য জেইলৰ পৰা মুকলি হৈ আহিছিল। প্ৰকাশ কৰা বেয়া নহব যে প্ৰস্তাৱ দিয়াৰ দিনা আবেলি তিনি বজাৰ পৰা শ্ৰীনবকুমাৰ দত্ত প্ৰমুখ্যে দিয়া অনাস্থা প্ৰস্তাৱ কংগ্ৰেছ্ সদস্য কেইজনমানৰ ভিতৰত আলোচনা হ'ল। চতুৰ ছাৰ ছাদুল্লাই গতি বুজি আগতে ইস্তাফা দিলে আৰু সিবিলাকৰ পক্ষৰ পৰা এটা বিবৃতি দি সভা সদনৰ পৰা ওলাই গ'ল। অনাস্থা প্ৰস্তাৱৰ পক্ষে সেইদিনা ভোট হৈছিল ৫৬টা আৰু বিপক্ষ দল আগতে ওলায়ে গৈছিল। গতিকে ভোট আনে কোনে দিব ?

আকৌ কংগ্ৰেছ দলৰ ভিতৰত তেতিয়া মন্ত্ৰীসভা গঠন লৈ বহুতো জল্পনা কল্পনা চলিল। ভিতৰি টনা খোৰাওঁ হোৱাৰ কথা জনাজাত। ছাৰ ছাদুল্লাৰ ওপৰত অনাস্থাৰ পিচত কেনেকৈ মন্ত্ৰীসভা গঠনলৈ আহ্বান কৰে? শ্ৰীৰোহিণী কুমাৰ চৌধুৰীৰ প্ৰতি গৱৰ্ণৰৰ মনৰ নাটনি আছিল। গতিকে তেখেতৰো কায়দা নাখাটিলে। এমাহ দুমাহকৈ হোঁহোকাৰ পিচত উপায়ন্তৰ হৈ গৱৰ্ণৰে ভাৰত শাসন আইনৰ ৯৩ ধাৰামতে প্ৰদেশৰ শাসনভাৰ নিজৰ হাতলৈ ললে। এইদৰে ১৯৪২ চনৰ আগষ্ট মাহলৈকে চলাৰ পিচত আকৌ ছাৰ ছাদুল্লাই চেপ্তেম্বৰত মন্ত্ৰীসভা গঠন কৰি শাসন ভাৰ হাতত ললে। কাৰণ এই সময়ত বিৰোধী দল আকৌ বন্দীশালত । এইবাৰ কোনো বাহিৰত নাই। বিয়াল্লিশৰ "ভাৰত ত্যাগ" প্ৰস্তাৱ নিখিল ভাৰত কংগ্ৰেছ্ কমিটীৰ বোম্বাই অধিবেশনত গৃহীত হোৱাৰ লগে লগে নেতাসকল ততালিকে আটক বন্দীৰূপে গ্ৰেপ্তাৰ হল। আমাৰ বৰদলৈদেৱ আৰু লগতে শ্ৰীসিদ্ধিনাথ শৰ্মাক বাটতে ধুবুৰীত গ্ৰেপ্তাৰ কৰে। ৯ তাৰিখেই গুৱাহাটীত মৌঃ তৈয়বুল্লা প্ৰাদেশিক কংগ্ৰেছৰ প্ৰমুখ্যে বহুতকে গ্ৰেপ্তাৰ কৰিলে। দেশত আকৌ তীব্ৰ আন্দোলনে দেখা দিলে—যাৰ নাম আজি বুৰঞ্জীবিদ্ সকলে দিছে "বিয়াল্লিশৰ বিদ্ৰোহ।" এইবাৰ বৃটিছ্ চৰকাৰে ভাবিছিল নেতাসকলক বন্দীশালত থৈ বিভ্ৰান্ত ৰাইজক চেপি খুন্দি চেপেটা পেলাব—কি ভুবিবুৰি কৰিব পাৰিব? কিন্তু সেইবিলাকৰ সেই আশা পূৰণ

নহল। যিমানেই দমনৰ হেচা বেছি কৰিলে সিমানেই আন্দোলনৰ তীব্ৰতা বৰং বাঢ়িব-লৈহে ধৰিলে। দেশবাসী এই আন্দোলনত সেই সময়ৰ চৰকাৰ ত্ৰস্তমান হৈ উঠিল।

বন্দীশালত থাকোঁতে (এইবাৰ প্ৰায় দুবছৰ একেলগে) বৰদলৈদেৱে কেনেকৈ সময় কটাইছিল বা কি কাম কৰিছিল তাৰ বিবৰণ এটা বেলেগ অধ্যায়ত দিয়া হৈছে। মুঠতে বন্দীশালতো বাহিৰৰ দৰেই সকলোৱে তেখেতৰ নেতৃত্ব মানি চলিছিল। তেখেতক আন আন নগৰীয়া মুখীয়াল কৰ্মীসকলৰ সৈতে যোৰহাট জেইলত ৰাখিছিল আৰু লিখ-কৰো সৌভাগ্য যে সেই সময়ত বৰদলৈদেৱৰ নিচেই কাষ চাপি থাকিব পৰাত তেখেতৰ অন্তৰৰ প্ৰকৃত সৌন্দৰ্য্যৰ আভাস পাবলৈ সমৰ্থ হওঁ আৰু নিয়মানুবৰ্ত্তিতা হিচাবে নহয় প্ৰকৃত হিয়া ভৰা শ্ৰদ্ধা ভাবেই তেতিয়াৰ পৰা মনত দৃঢ়ৰূপে থাপনা পাতিলো। সেই জেইলত তেতিয়া ৭০০ জনৰ ওপৰ ৰাজনৈতিক বন্দী আছিল। সেই সকলক শৃঙ্খলাৰে ৰাখিবলৈ বৰদলৈদেৱৰ নেতৃত্বৰ নিশ্চয় প্ৰয়োজন আছিল। কিন্তু তথাপি মদগৰ্বী উচচ কৰ্মচাৰীৰ প্ৰৰোচনাত সেই জেইলৰ ভিতৰত যি অমানুষিক অত্যাচাৰ হ'ল ৰাজবন্দী সকলৰ ওপৰত সেই দিনাও বৰদলৈদেৱৰ ধৈৰ্য্য দেখি আমি অবাক হৈছিলোঁ। সেই ঘটনাৰ বিস্তৃত বিবৰণ আন ঠাইত দিয়া হেতুকে ইয়াত দিয়া নহ'ল। বন্দীশালৰ দক্ষিণফালে সুকীয়া এটা ঘৰত ৰাজনৈতিক বন্দীসকলক ৰখা হৈছিল। সেইদিনা সন্ধ্যাৰ পিচতে কিছুমান লোকে খোৱা ঘৰত সোমাই খাবলৈ বহিছে। কিছুমান নিজ নিজ ঘৰত আছে। আমাৰ তেতি-য়াও খাবৰ হোৱা নাছিল। এনেতে হঠাৎ শুনা গ'ল 'জুই জুই' আমি কেইজনমানে কিহৰ জুই বুলি চাবলৈ যাব খুজি দেখোঁ গেটত তলা চাবি বন্ধা। লগে লগে ধুপ-ধাপ শব্দ আৰু মৰিলোঁ ঔ, খালে ঔ প্ৰভৃতি চিঞৰ বাখৰৰ খলকনি। সেই অত্যাচাৰ প্ৰায় ১৫ মিনিট। গোটেই হুলস্থুল। আমাৰ ওলাবৰ শক্তি নাই। দুই এজনে ভীষণ বিৰক্তিৰ ভাব প্ৰকাশ কৰিলে আৰু কোনোবা দুই এজনে উত্তেজিত হৈ নানা কথা কলেও। বৰদলৈদেৱ নিস্পন্দ—অবাক। শেষত কলে "উত্তেজিত হৈ লাভ নাই। সহ্য কৰাই ভাল। আমাৰ কৰিবৰ কোনো ক্ষমতা নাই যেতিয়া।"

জেইলত থাকোঁতেই বৰদলৈদেৱৰ চকুৰ আজাৰ ক্ৰমে বেছি হবলৈ ধৰিলে। তেজৰ চাপ বেছি হৈ মাজে মাজে কষ্ট পাই আছিল। শেষত ১৯৪৪ চনৰ ২৬ জানুৱাৰী তাৰিখে গভৰ্ণমেন্টে তেখেতক মুক্তি দিলে। কোৱা বাহুল্য যে এই মুক্তি তেখেতৰ নিতান্ত অবাঞ্ছিত আৰু তাৰ বাবে বৰং বৰ বেয়াহে পাইছিল আৰু সেই কথা ওলাই আহি তেখেতে প্ৰকাশ্যে কৈছিল।

কিন্তু আটাইতকৈ বেয়া পাইছিল ২ বছৰৰ পিছত ওলাই আহি দেশৰ দুৰৱস্থা দেখি। যুদ্ধৰ প্ৰকোপত দেশ জুৰুলা। খাবলৈ নাই। দেশত চোৰাই কাৰবাৰ, অন্যায় দুৰ্নীতি ইত্যাদি। তদুপৰি বিৰোধী দলৰ অভাৱত ছাৰ ছাদুল্লাৰ লীগমন্ত্ৰী শাসিত গৰ্বৰ্ণমেন্টে নিজৰ যাৱতীয় সুবিধাৰ কাৰণে শাসন কাৰ্য্য চলাই যোৱাত ৰাজনৈতিক পৰিস্থিতি অতি ভয়াবহ হৈ উঠিছিল। মাটি নীতি যি ভাবে প্ৰবৰ্ত্তন কৰিছিল সি সম্পূৰ্ণৰূপে দেশৰ স্বাৰ্থৰ বিপক্ষে। তেখেত নীৰৱে নাথাকিল। মহাত্মাজীয়েও স্বীকাৰ কৰিলে যে অসমৰ কাৰণে সুকীয়া ব্যৱস্থা আগতেই কৰিব লাগিছিল। যি হওক, তেতিয়া অনুতাপ কৰি লাভ



নেতাজী সুভাষচন্দ্র বসুৰ লগত শ্বিলঙত বৰদলৈ আৰু অন্যান্য লোকসকল (১৯৩৮ চন)

নাই। মহাত্মাৰ পৰামৰ্শ অনুযায়ী বৰদলৈদেৱে আকৌ সুবিধা বুজি বিৰোধী দল সংগঠন কৰি ব্যৱস্থাপক সভাৰ যোগে কাম কৰিবলৈ দিহা কৰিলে। কেইবা ঠাইলৈকো গৈ ৰাইজক আশ্বাস দিলে। সেই স্বাস্থ্য লৈয়ে বৰদলৈদেৱ আকৌ কামত লাগিল। কিন্তু ব্যৱস্থাপক সভা তো সদায় নবহে। গতিকে বাকী সময়ত কাম কৰিবলৈ তেখেতে যুগুত উপায উলিয়ালে। তেখেত এতিয়া আকৌ বিৰোধী দলৰ নেতা হ'ল। তেখেতে ১৯৪৪ চনৰ ১০ নবেম্বৰৰ অধিবেশনত দলে বলে যোগদান দিয়ে আৰু ১৪ তাৰিখে দলৰ পক্ষৰ পৰা এটি বিবৃতি দিয়ে। তাৰ যোগেদি গভৰ্ণমেন্টৰ সেই সময়ৰ যাৱতীয় নীতিবোৰ আৰু কাৰ্য্যবোৰৰ চোকা সমালোচনা কৰিছিল, বিশেষকৈ মাটি নীতি আৰু মুছলমান সংস্থাপন।

আমাৰ প্ৰদেশত সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে বহুত দিনৰে পৰা আন্দোলন চলি আছিল। ছাৰ ছাদুল্লাই ইয়াৰ বিৰোধিতা নকৰিছিল কিন্তু সদায় টকাৰ নাটনিকে দেখুৱাই ক্ষান্ত আছিল। সেই কাৰণে এই অৱসৰতে বৰদলৈদেৱে গুৱাহাটী বিশ্ববিদ্যা-লয়ৰ কাৰণে চান্দা তুলি টকা গোটাবলৈ স্থিৰ কৰি কামত আগ বাঢ়িল। সময় আৰু সুযোগ বুজি তেখেতে আন লগৰীয়াৰে বেলেগ জিলাত ভ্ৰমণ কৰি প্ৰায় ৭ লাখ টকা তুলি ট্ৰাষ্ট বোৰ্ড গঠন কৰি টকাটো ভাল দৰে ৰাখি দিলে। এইটো সঁচা যে এইদৰে টকা নোতোলাহেঁতেন আমাৰ প্ৰদেশত অকল গভৰ্ণমেন্টৰ টকাৰে সহজে বিশ্ববিদ্যালয় পাতিব নোৱাৰিলেহেঁতেন। সময়ৰ শৰ মাৰি বৰদলৈদেৱৰ অক্লান্ত চেষ্টাৰেই কালক্ৰমে ই ফলৱতী হলগৈ। বিশ্ববিদ্যালয় স্থাপিত হল।

এই সময়ত মুছলীম লীগে পাকিস্থানৰ দাবী উত্থাপন কৰিলে আৰু তাত অসমৰ নামো অন্তৰ্ভুক্ত হব লাগে বুলি দাবী জনালে। ছাদুল্লা চৰকাৰেতো অধিক সংখ্যক মুছলমান পমুৱা আমদানী কৰিলেই, তদুপৰি যেতিয়া একেবাৰে প্ৰদেশখনকে গ্ৰাস কৰিবলৈ মুখ মেলিলে তেনে অৱস্থাত কাৰো পক্ষে নীৰৱে থকা অসম্ভৱ। সেই দাবী যে অসাৰ আৰু যুক্তিহীন সেইটো প্ৰতিপন্ন কৰাৰ প্ৰয়োজন হ'ল। তাকে কৰিবৰ কাৰণে বৰদলৈ-দেৱে তেতিয়াৰ "অসমীয়া" কাকতৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা দেৱক পুস্তিকা লেখিবলৈ অনুৰোধ কৰিলে। যিমান পাৰে তাৰ বাবে সম্বল আৰু বুদ্ধি পৰামৰ্শ দিলে। শেষত তাত নিজৰ টোকা (Foreword) লিখি মন্তব্য কৰিলে। সেই মন্তব্যৰ দুই এটি অংশ বা কথা তুলি দিলেই কিতাপখনৰ প্ৰয়োজনীয়তা বুজা যাব। সকলো ভাৰতীয় নেতাই এই কিতাপ পঢ়াব লাগিব বুলি ঠিৰাং কৰি তাক ইংৰাজীত লিখা হৈছিল। তাত লিখিলে: তেখেতে বুৰঞ্জীমূলক গোটাদিয়েক অধিসম্বাদি আৰু আৱশ্যকীয় ঘটনাৰ বিষয়েহে কিতাপখনত সন্নিবেশ কৰিছে আৰু প্ৰতিপন্ন কৰি দেখুৱাইছে যি যে কেইটা নীতিৰ ওপৰত নিৰ্ভৰ কৰি মুছলীম লীগে সুকীয়া প্ৰদেশৰ পাকিস্থান গঠনৰ দাবী কৰে সেইবোৰ খণ্ডন কৰি প্ৰমাণ কৰিছে যে অসম কেতিয়াও কোনো কাৰণতে পাকিস্থানৰ ভিতৰত পৰিব নোৱাৰে।" আন ঠাইত লিখিছে: "অসমৰ সমস্যাৰ বিষয় বিলাক প্ৰচাৰৰ অভাৱত আন আন প্ৰদেশৰ লোকসকলে একো নাজানে। গতিকে সমাধানৰ বাবে

বাহিৰৰ পৰা সহায় পোৱা নাযায়। কেইজনমান কৃতবিদ্য পণ্ডিতৰ বাহিৰে এই সকু প্ৰদেশখনৰ পুৰণি গৌৰৱময় বুৰঞ্জী ইয়াৰ জাতি, ভাষা, সাহিত্যৰ বিষয়ে এনে কি বৰ্ত্তমানে নিজৰ সৰ্বস্ব লুপ্ত হবৰ উপক্ৰম হোৱা এই অৱস্থাৰ কথাও কোনেও নাজানে। ইয়াৰ বাবে অসমৰ মানুহেই দায়ী। অৰ্থাৎ এই পুথিখন প্ৰকাশ কৰি পুৰণি সভ্যতাৰে পুৰণি অতীত গৌৰৱেৰে পৰিপূৰ্ণ নিৰিহ জাতিটোৰ প্ৰদেশখনৰ প্ৰতি সকলো চিন্তাশীল লোকৰ দৃষ্টি আকৰ্ষণ কৰাৰ ব্যৱস্থা কৰা হ'ল। মই জনাত এই উদ্দেশ্য সম্পূৰ্ণৰূপে সফল হল আৰু পিছৰ কালত ইয়াৰ পৰা আমাৰ বহুতো উপকাৰত আহিল। গ্ৰন্থকাৰে নিজে প্ৰাৰম্ভতে লিখিছে—"মুছলীম লীগৰ পাকিস্থানৰ বাবে দাবী বিশেষতঃ তাৰ ভিতৰত কেইজনমান নেতাৰ এনেকি মিঃ এম-এ-জিন্না চাহাবৰো সেই দাবী সমৰ্থন কৰি কোৱা কথাৰ বাবেই মই এই সকু পুস্তিকাখন লিখি তাৰ অসাৰতা আৰু যুক্তিহীনতা ফঁহিয়াই দেখুৱাবলৈ বাধ্য হলোঁ।" এই কিতাপখনৰ ইংৰাজী নাম "Reflections on Assam Cum Pakistan —পাকিস্থান আৰু অসম সম্পৰ্কত মন্তব্য। ইয়াৰ দ্বাৰা আমাৰ প্ৰদেশ যে ভাৰতীয় ইউনিয়নৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিব তাকে প্ৰকাশ কৰা হৈছে। তৎকালিক ফল হাতে হাতে নাপালেও কালক্ৰমে যে ইয়াৰ দ্বাৰা আমাৰ নেতা সকলৰ বিশেষতঃ নিখিল ভাৰত কংগ্ৰেছৰ কাৰ্য্যকৰী কমিটীৰ সদস্য সকলৰ বহুতো কথা বুজিবৰ সুচল হ'ল, সন্দেহ নাই।

তেতিয়াও অধিক সংখ্যক নেতা বন্দীশালত। সেই বছৰ "শান্তি নিকেতনৰ" বাৎসৰিক সমবৰ্ত্তন উৎসৱত পণ্ডিত জৱাহৰলালজীয়ে বক্তৃতা দিবৰ কথা আছিল। উৎসৱৰ সময় চাপিল কিন্তু তেখেত বন্দীশালত। তেতিয়া তাৰ অধ্যক্ষ আৰু গুৰিয়াল সকলে ৺বৰদলৈদেৱক সেই সন্মান দি নিমন্ত্ৰণ কৰি নিলে। ৺বৰদলৈদেৱেও সেই নিমন্ত্ৰণ সাদৰে গ্ৰহণ কৰিলে। সেই উৎসৱত উপস্থিত হৈ ৺বৰদলৈদেৱে যিটো বক্তৃতা দিলে সি এফালে যেনে পাণ্ডিত্যপূৰ্ণ আনফালে তেনে মৰ্মস্পৰ্শী। বৰদলৈদেৱে গুৰুদেৱ ৰবীন্দ্ৰনাথ, ৰেভাৰেণ্ড চি-এফ এনড্ৰুজ মহাত্মাজীৰ বিষয়ে যেতিয়া উল্লেখ কৰি কথা কৈছিল, সকলো . মানুহেই অন্তৰত প্ৰেৰণা অনুভৱ কৰিছিল। মুঠতে তেখেতৰ বক্তৃতা সকলোৱে শলাগিছিল আৰু যদিও লিখি নিবলৈ সময় পোৱা নাছিল পিছত সকলো কাগজে পত্ৰে আৰু সমালোচনা প্ৰকাশিত হৈছিল। এইদৰে দেখা যায় এই সময়ত বৰদলৈদেৱৰ খ্যাতি সকলোৰে পক্ষে জনাজাত হৈ পৰিছিল। ভাৰতৰ দৰবাৰত তেখেতৰ প্ৰতিষ্ঠা অসংশয়ে এইদৰেই ক্ৰমে দৃঢ়তৰ হৈ উঠিছিল।

এই সময়ৰ পৰা ১৯৪৫ চনত নিৰ্বাচনৰ সময়লৈকে বৰদলৈদেৱে বিৰোধী দলৰ নেতা হিচাবেই কাম চলাই আছিল আৰু যাৱতীয় কৰ্ত্তব্য পালন কৰিছিল। তেখেতে সততে দেশৰ কামকে কৰিছিল। নিজৰ পৰিয়ালৰ কথা, তেওঁলোকৰ কাৰণে বিশেষ চিন্তা কোনো দিনে কৰা দেখা নাযায়। কেতিয়াবা কোনোৱে কিবা কলেও কয়—"ঈশ্বৰে জন্ম দিছে তেৱেঁই চলাব—"। তেওঁ কাকো পৰ ভাব নকৰিছিল। সেই কাৰণে বিপক্ষৰ মানুহেও তেওঁক শ্ৰদ্ধা কৰিছিল। পৰৰ কথাত হয়ভৰ দিয়া বিধৰ লোক তেখেত নাছিল। নিজৰ বিবেক অনুসৰিহে সকলো কাম কৰিছিল। ক্ষমতা প্ৰয়োগ কৰি

মানুহৰ অনিষ্ট কৰিবৰ কথা তেখেতৰ চিন্তাৰো অতীত আছিল। তেখেতৰ মন্ত্ৰীত্ব কালত এনে বিশেষত্বকে সাধাৰণতঃ আগলৈ দেখা পাওঁ।

দ্বিতীয় মহাসমৰ শেষ হৈছে। ইফালে প্ৰাদেশিক ব্যৱস্থাপক সভালৈ নিৰ্বাচনৰো ধূম চলিছে। এনে এটা বিপৰ্য্যয়পূৰ্ণ আন্দোলনৰ পিচত কংগ্ৰেছ যে নিৰ্বাচনত বিপুল জয়লাভ কৰিব সন্দেহ নাছিল। অসমৰ কংগ্ৰেছ দলে ৯৯টা নিৰ্বাচন কেন্দ্ৰৰ ভিতৰত ৬১টাত জয়লাভ কৰে। ১০৮টা সমষ্টিৰ ভিতৰত ৯টা সমষ্টি আছিল চাহ খেতিয়ক সকলৰ ভিতৰত; তেতিয়া তাত সাধাৰণ ৰাইজে ভোট দিব নোৱাৰে আৰু নালাগেও। ১০৮ৰ ভিতৰত ৬১ জন সদস্য নিৰ্বাচিত হোৱাত কংগ্ৰেছী দলেই সংখ্যা গৰিষ্ঠতা লাভ কৰে। কংগ্ৰেছে তেতিয়া আকৌ মন্ত্ৰীত্ব গ্ৰহণৰ প্ৰস্তাৱ লয়। গতিকে ১৯৪৬ চনত যি মন্ত্ৰীসভা গঠিত হ'ল সেইটো সম্পূৰ্ণৰূপে কংগ্ৰেছী মন্ত্ৰীসভা হ'ল আৰু ৺বৰদলৈদেৱ আকৌ দলৰ নেতা হিচাবে প্ৰধানমন্ত্ৰী নিয়োজিত হ'ল। এই দায়িত্ব লৈ কাম কৰি থকাৰ ভিতৰতে ১৯৫০ চনৰ আগষ্ট মাহত অৰ্থাৎ প্ৰায় চাৰে চাৰি বছৰ কাম কৰাৰ পিছত ইহলীলা ত্যাগ কৰে।

এইবাৰ সম্পূৰ্ণ কংগ্ৰেছী মন্ত্ৰীসভা গঠিত হ'ল। নেতা হ'ল লোকপ্ৰিয় বৰদলৈ,— মহাত্মাৰ প্ৰিয় শিষ্য। এই কেই বছৰতে যিখিনি জনহিতকৰ কাম আমাৰ দেশত হৈছিল তাৰ চমু বিৱৰণেই বৰদলৈদেৱৰ জীৱন কথা। এনে ঐকান্তিক দেশাত্মবোধেৰেই তেখেতে শাসনকাৰ্য্য পৰিচালনা কৰিছিল।

১৯৪৬ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনা ৭ জন মন্ত্ৰীৰে পোনতে মন্ত্ৰীসভা গঠিত হয় আৰু সেই গঠনৰ কাৰণে সেই সময়ৰ জাতীয় মহাসভাৰ সভাপতি মৌলানা আবুল কালাম আজাদ শ্বিলঙলৈ আহি সহায় কৰিছিল। এনে মন্ত্ৰীসভা গঠনত দেশবাসী অত্যন্ত আনন্দিত হৈছিল আৰু আশা কৰিছিল যে ইমান দিনৰ পৰা চলিত শাসনৰ নামত পীড়নৰ এতিয়া অন্ত পৰিব আৰু যুদ্ধৰ সময়ত হোৱা অন্ন-বস্ত্ৰৰ অভাবত ৰাইজৰ যি কষ্ট হৈছিল সিও কিছু পৰিমাণে লাঘৱ হব। এনে আশাতেই এই নৱ-গঠিত মন্ত্ৰীসভাৰ ওপৰত সমগ্ৰ দেশবাসীৰ পক্ষৰ পৰা নানা জনে নানা ঠাইৰ পৰা শুভবাণী আৰু সহ-যোগৰ আশ্বাস-বাক্য পঠাবলৈ ধৰিলে। কংগ্ৰেছ দলৰ অফিচ এনে শুভেচ্ছা জ্ঞাপন কাকতেৰে উপচি পৰিল।

কংগ্ৰেছে যি কাৰ্য্যসূচীৰ, আঁচনিৰে নিৰ্বাচন ইস্তাহাৰ প্ৰচাৰ কৰি ৰাইজৰ আগত থিয় দিছিল সেই মতেই ব্যৱস্থাপক সভাৰ কাৰ্য্যসূচী অনুসৰণ কৰিব লগাত পৰিল। দৰাচলতে সেই মতে কাম আৰম্ভ হ'ল। পোন প্ৰথমতে তেতিয়ালৈকে যি সকল জেইলত ৰাজনৈতিক বন্দী আছিল সেই সকলোকে খালাচ দিলে। পাইকাৰী জৰীমনাৰ পৰা যি টকা পাইছিল তাক এতিয়া ঘূৰাই ৰাইজক দিয়া হ'ব বুলি ঘোষণা কৰিলে। জব্দ কৰা বন্দুকবিলাক, সম্পত্তি বা চাইকেল আদিও ঘূৰাই দিয়া হ'ল। সেই সময়ত প্ৰচলিত দুৰ্নীতি, চোৰাই-বজাৰ, অধিক লাভ, ঘোচ গ্ৰহণ প্ৰভৃতি দোষবোৰ টান মুঠিয়াকৈ ধৰি নিৰ্মূল কৰিবলৈ যত্ন কৰিব বুলি গভৰ্ণমেণ্টে ঘোষণা কৰিলে। গোটেই প্ৰদেশৰ পৰা কানি বন্ধ কৰিবলৈ দিহা হ'ল আৰু ইতিমধ্যে আগৰ গভৰ্ণমেণ্টৰ দিনত বিৰোধ

বিজ্যার্ভ গাৰ বলেবে বেদখল কৰি আছিল তাৰ পৰা বেদখলকাৰীক উচ্ছেদ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। যদিও মুছলীম লীগৰ পক্ষৰ পৰা পিচত ইয়াৰ বিপক্ষেই বিশেষ আন্দোলন চলোৱা হৈছিল।

কিন্তু এই সময়ত সবাতকৈ ডাঙৰ কথা আছিল ভাৰতীয় গণ-পৰিষদত যোগদান (Constituent Assembly)। কংগ্ৰেছ মহাসভাই ইমান দিনে যিহৰ বাবে আন্দোলন কৰি আহিছিল তাকে দিবৰ কাৰণে বৃটিছ পালিয়েমেন্টৰ পৰা মিঃ ক্ৰীপচ্ আহি ঘোষণা কৰি গ'ল। সেই ঘোষণাৰ বলত আইন প্ৰণয়নকাৰী ভাৰতীয় গণ-পৰিষদ সভা পাতিবলৈ দিহা দিলে। সেই সভাই বৃটিছৰ লগত সম্পৰ্ক নৰখাকৈয়ো শাসন আইন প্ৰবৰ্ত্তনৰ ব্যৱস্থা কৰিব পৰা ক্ষমতা পালে। আমাৰ প্ৰদেশৰ দহজন সদস্যৰ ঠাই হ'ল। তাৰ ভিতৰত ৭ খন আসনকে কংগ্ৰেছে অধিকাৰ কৰিব পাৰিলে। ইয়ালৈ ৺বৰদলৈদেৱ নিৰ্বাচিত হ'ল আৰু স্বভাৱতে তাৰো নেতৃত্ব তেখেতেই লব লগাত পৰিল। তেওঁ ইয়াৰ ভিতৰতে আমাৰ পক্ষে বিধি পথালি দিলে প্ৰদেশ বিলাকৰ মাজত গ্ৰুপিং প্ৰস্তাৱে। বিধান সভাৰ লগৰীয়া হিচাবেই এই ব্যৱস্থা অৰ্থাৎ ভাৰতীয় বেলেগ বেলেগ প্ৰদেশবিলাক জোটাশালী মাৰি (ক) (খ) (গ) এই তিনিটা বিভাগ কৰা হ'ল। বিভাগীয় শাসন বিধান সেই সেই বিভাগৰ অধিক সংখ্যক ভোটৰ দ্বাৰা নিৰূপিত হ'ব। কেন্দ্ৰত মাথোন গোটাদিয়েক বিষয় লৈ যুক্তৰাষ্ট্ৰ গঠিত হ'ব। এইদৰে আমাৰ প্ৰদেশ পৰিল (গ) বিভাগত, ভোটত আমাৰ প্ৰদেশ কেতিয়াও কোনো বিষয়তে জয়লাভ কৰিব নোৱাৰিব, কাৰণ আমাৰ সদস্য মুঠে ১০ জন আৰু সিফালে তেনে তিনি গুণ-সদস্য থাকিব সদায় সকলো কথাতে।

গতিকে গ্ৰুপিঙৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ আৰম্ভ হ'ল। প্ৰাদেশিক কংগ্ৰেছ কমিটীয়েও এই প্ৰস্তাৱত আপত্তি জনালে। কিন্তু সবাতকৈ দেহেকেহে লাগিল ইয়াৰ বিৰুদ্ধে ৺বৰদলৈদেৱ। দিনে ৰাতিয়ে ভাত পানী নোহোৱাকৈ সময়ত ইয়াৰ বিপক্ষে লাগি গ'ল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিয়ে এনে বিভাজনত (গ্ৰুপিঙত) প্ৰায় মত দিছিলেই। উপায়ান্তৰ হৈ ৺বৰদলৈদেৱে মহাত্মাজীৰ আশ্ৰয় বিচাৰি গ'ল। তেওঁ প্ৰাদেশিক কংগ্ৰেছৰ প্ৰতিনিধি দল এটাকো কাৰ্য্যকৰী সমিতিৰ ওচৰলৈ পঠালে। বৰদলৈদেৱৰ হাতৰ লাখুটিৰ দৰে সেই সময়ত কাম কৰিছিল শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীদেৱে। প্ৰতিনিধি হিচাবে নিৰ্বাচিত হৈ যোৱা শ্ৰীঅমিয় কুমাৰ দাস, শ্ৰীসিদ্ধিনাথ শৰ্মাৰ দ্বাৰাও সেই কথাত যথেষ্ট কাম হ'ল। ভাৰতীয় বিধান সভালৈ নিৰ্বাচিত হৈ যোগ দিয়া সদস্য সকলেও হাত উজনি দিলে। এইদৰে সকলোৰে চেষ্টাৰ ফলৰ মূৰকত কংগ্ৰেছৰ বৰমূৰীয়া সকলৰ মত পৰিবৰ্ত্তিত হ'ল, গ্ৰুপিং নালাগে বুলি খাটাং মত প্ৰকাশ কৰিলে।

৺বৰদলৈদেৱে প্ৰাদেশিক ব্যৱস্থাপক সভাত ভাৰতীয় বিধান সভালৈ নিৰ্বাচিত সভ্যসকলৰ প্ৰতি নিৰ্দ্দেশমূলক প্ৰস্তাৱ পাছ কৰাই লৈ তেনে জোটাশালী মৰা সভাত যোগ দিব নোৱাৰিব বুলি সদস্য সকলক নিৰ্দ্দেশ দিলে। মুঠতে সেই বিষয়ৰ কাৰ্য্যাৱলীৰ বিৱৰণ অন্যত্ৰ ৺বৰদলৈদেৱৰ নিজ কথাতে প্ৰকাশিত হৈছে। ইয়াত তাৰ আভাস মাথোন দিয়া হ'ল। মঠতে অগ্ৰণী হিচাবে বৰদলৈদেৱৰ আপ্ৰাণ চেষ্টাৰ ফলত সেই

গ্ৰুপিং প্ৰস্তাৱেই সম্পূৰ্ণৰূপে নাকচ হ'ল আৰু পিচত নানা অৱস্থাৰ পিচতে দেশ বিভাগ হৈ কেনেকৈ আৰু কিয়—হিন্দুস্থান পাকিস্থান হোৱা স্থিৰ হ'ল সেইটো বুৰঞ্জীৰ কথা।

১৯৪৬ চনৰ ২৬ আগষ্ট তাৰিখ লীগৰ পক্ষে আন্দোলন কৰাৰ দিন Direct Acticn Day বুলি ঘোষণা কৰিলে। কি ভাবেনো সেই প্ৰস্তাৱ মতে কাম কৰি গভৰ্ণমেন্টক পাকিস্থান প্ৰস্তাৱ মানি লবলৈ বাধ্য কৰিব, আগতে কোনেও সেই কৰ্মপন্থা বুজিব পৰা নাছিল। কিন্তু সেইদিনা বিশেষতঃ কলিকতা, নোৱাখালিত তাৰ পিচত বিহাৰত যি ভয়াবহ আৰু বিভৎস হত্যাকাণ্ড অনুষ্ঠিত হ'বলৈ ধৰিলে তাত কঠিন হৃদয়ৰ মানুহো বিচলিত নহৈ নোৱাৰে। হত্যা, লুটপাত, অগ্নি-সংযোগ, বলৎকাৰ, অৱৰ্ণনীয় ভাৱে মৰা-কটা কৰি অত্যাচাৰ আৰম্ভ এনেকৈ হ'ল যে পৃথিবীত বোধহয় এনে বিভৎস এই বাৰেহে প্ৰথম অনুষ্ঠিত হৈছিল। এনে কাণ্ডত সভ্য জগতে তলমূৰটো কৰিবই লাগিব, বোধহয় এজন পাষণ্ডয়ো প্ৰতিবাদ নকৰি নোৱাৰে। ইয়াৰ ফলত কলিকতাত থকা অসমীয়া ছাত্ৰসকল বিপন্ন হ'ল—তেওঁলোকক আমাৰ গভৰ্ণমেন্টৰ পক্ষৰ পৰা যথেষ্ট সহায় কৰা হ'ল। তেনে উৎপীড়ণত নোৱাখালি, ত্ৰিপুৰা প্ৰভৃতি ঠাইৰ পৰা অহা ভগনীয়া হাজাৰ হাজাৰ লোকক আশ্ৰয় দিবলৈ বৰদলৈ গভৰ্ণমেণ্টে ব্যৱস্থা কৰিলে। এই অৰ্থে প্ৰদেশৰ সকলো বিভাগীয় মুখিয়াল কৰ্মচাৰীক ইতিকৰ্ত্তব্যতাৰ বিষয়ে নিৰ্দ্দেশ দি ইস্তাহাৰ জাৰি কৰা হ'ল। বিপন্ন আৰু আতুৰক যেন যথোপযুক্ত ভাৱে আশ্ৰয় দিবৰ দিহা কৰা হল। এই কাৰ্য্যৰ কাৰণে বাইজৰ পৰাও সহানুভূতি গভৰ্ণমেণ্টে বিচাৰিছিল আৰু ৰাইজেও মুক্তহস্তে সহায় কৰিছিল। এনে অভূতপূৰ্ব ঘটনাত নিজৰ প্ৰদেশত কোনো প্ৰতিক্ৰিয়াই দেখা নিদিয়াকৈ ৰাখিব পৰাটো সেই সময়ৰ বৰদলৈ মন্ত্ৰীসভাৰ পক্ষে কম কৃতিত্বৰ কথা নহয়।

বিৰোধী দলৰ নেতা হৈ থাকোঁতেই ১৯৪৫ চনতে বৰদলৈদেৱে যুক্তিৰে লীগ মন্ত্ৰী-সভাকো মনাব পাৰিছিল যে (নবেম্বৰ অধিবেশন—১৯৪৫ চন) গভৰ্ণমেন্টৰ বিনা হুকুমে গাৰ বলেৰে চৰকাৰী ৰিজাৰ্ভবোৰ বা আন চৰকাৰী মাটি বেদখল কৰি বহা অন্যায় হৈছে আৰু সেইবিলাকক আইনমতে উঠাই দিব লাগে। সমূহৰ কল্যাণৰ কাৰণে বক্তৃতা প্ৰসঙ্গতো তেখেতে মিনতিৰ সুৰেৰে কবলৈকো দ্বিধা বোধ কৰা নাছিল। সেই মিনতিত যুক্তি-যুক্ততা দেখি ছাৰ ছাদুল্লাই চলিত মাটি নীতি অধিক শস্য উৎপাদনৰ কাৰণে কৰা কাৰ্য্যৰ বিষয়ে আলোচনা কৰিবলৈ উভয় দলৰ এটা যুটীয়া বৈঠক বহি (বিৰোধী দল আৰু গভৰ্ণমেণ্ট) পৰা পক্ষত এটা সুমীমাংসালৈ আহিবলৈ স্বীকাৰ কৰিলে। এতিয়া কংগ্ৰেছে ক্ষমতা পাই—আগেয়ে কৰা অন্যায় বন্ধ কৰিবলৈ দৃঢ়তাৰে আগবাঢ়িল। যাৱতীয় অপপ্ৰচাৰ, মিছা ৰটনালৈ ভয় নকৰি অন্যায় ভাৱে বেদখলকাৰী সকলক উচ্ছেদ কৰিবলৈ তাৰো আকৌ উভয় পক্ষৰ সন্মতিক্ৰমে স্থিৰ কৰা হ'ল।

কংগ্ৰেছে মন্ত্ৰীত্ব লোৱা বছৰটোত দেশৰ খাদ্য পৰিস্থিতি অতিশয় বেয়া আছিল। ভয় হৈছিল গোটেই দেশতে দুৰ্ভিক্ষই দেখা দি আকৌ ৪২-৪৩ চনৰ ঘটনা ঘটাবনে কি? সেই সময়ত বিশেষতঃ বঙ্গদেশ আৰু দক্ষিণ ভাৰতৰ খাদ্য বস্তু পাবৰ অৱস্থা একেবাৰে বেয়া আছিল। সকলোৰে সমবেত চেষ্টা আৰু গভৰ্ণমেন্টৰ সাময়িক কাৰ্য্যৰ বাবে সেই

যাত্ৰাত যানিবা আমাৰ দেশত অনাহাৰে কোনো মানুহ নমৰিল। এনে কি অসমে নিজে তবিও মাদ্ৰাজ আৰু বঙ্গদেশলৈ যথেষ্ট পৰিমাণে চাউল পঠাব পাৰিলে, যদিও ইফালে অসমৰ নিজৰ প্ৰদেশৰ ঠায়ে ঠায়ে খাদ্যাভাৱ হৈছিল আৰু গভৰ্ণমেন্টৰ চোকা দৃষ্টিৰ মাজতো ওচৰৰ পাকিস্থানলৈ চাউলৰ চোৰাই কাৰবাৰ চলিয়েই আছিল।

## শিক্ষা বিভাগ

এই বিভাগতে বৰদলৈদেৱৰ কৰ্মশক্তি যেন কেন্দ্ৰীভূত হৈছিল। এই দপ্তৰৰ দায়িত্বও নিজ হাতে ৰাখি ইয়াৰ বহুল ভাবে উন্নতি সাধন কৰাৰ দিহা কৰিছিল। তেখেতে এইবাৰ বিশেষ জোৰ দিলে দুটা কথাত (১) মহাত্মা গান্ধীৰ প্ৰবৰ্ত্তিত শিক্ষাৰ নতুন বিধান এই প্ৰদেশত বহুল ভাবে প্ৰবৰ্ত্তনৰ আগতীয়া কাৰ্য্য অৰ্থাৎ "নয়ী তালীমী" শিক্ষা প্ৰবৰ্ত্তন গভৰ্ণমেন্টৰ মূল নীতি বুলি ঘোষণা কৰিলে। সেই অৰ্থে ২৪ জন ছাত্ৰ দিল্লী আৰু ৱাৰ্দ্ধালৈ সেই বিষয়ে শিক্ষা দিবলৈ পঠাই দিলে। নতুন পদ্ধতিৰে শিক্ষা দিবলৈ ৯টা কেন্দ্ৰ স্থাপনৰ দিহা কৰিলে, ইয়াৰ ভিতৰত ৩টা মহিলাসকলৰ কাৰণে। চাৰ্জেণ্ট স্কীম অনুযায়ী ১০ খন হাইস্কুল নতুন ভাৱে পাতিবলৈ দিহা কৰিলে। তেতিয়াই গভৰ্ণ-মেণ্টে গোটেই প্ৰদেশতে বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্ত্তনৰ কাম হাতত ললে। অৰ্থাৎ সেই আইনৰ পাণ্ডুলিপি প্ৰণয়নত মন দিলে। প্ৰাইমাৰী স্কুলৰ শিক্ষক ট্ৰেইনিঙৰ কাৰণে তেতিয়াই প্ৰদেশৰ ভিতৰত ৬টা কেন্দ্ৰ খোলা হ'ল। বৰদলৈদেৱৰ দৃঢ় অভিমত আছিল যে ট্ৰেইনিং পাছ নকৰিলে কোনো মানুহেই উপযুক্ত শিক্ষক হ'ব নোৱাৰে। সেই বিষয়ত তেখেতে খুব জোৰ দিছিল। সেই বছৰতে লোকেল ব'ৰ্ড আৰু মিউনিচিপা-লিটিৰ যোগে ৪১৯ খন প্ৰাইমাৰী স্কুল লয় আৰু ৫৮ খন স্কুলত সহায় দিয়ে। এই স্কুলবিলাক প্ৰায়ে পিছ পৰা অঞ্চলত পতা হৈছিল। শিক্ষক সকলৰ দৰমহা বঢ়াই দিছিল। মজলীয়া খাপৰ শিক্ষাৰ কাৰণেও সুকীয়া ব্যৱস্থা কৰা হ'ল। এই স্কুল বিলা-কত সৰহীয়াকৈ গ্ৰান্ট দিবলৈ দিহা কৰিলে। কলেজৰ শিক্ষাও বহু প্ৰকাৰে উন্নত কৰিলে। কটন কলেজত নতুন নতুন বিষয় পঢ়াবৰ কাৰণে ব্যৱস্থা কৰিলে। কেবাটাও বিষয়ত লৰাক এম-এ পঢ়িবৰ দিহা কৰি দিলে। গভৰ্ণমেন্ট হাইস্কুল বিলাকত অৰ্থকৰী বিদ্যা শিক্ষা দিবৰ যেনে সূতা-কটা আৰু কাপোৰ-বোৱা শিক্ষা বা কাঠ-বাঁহৰ কাম আদি দিবৰ ব্যৱস্থা হ'ল। নিৰক্ষৰতা দূৰীকৰণৰ কাৰণেও ব্যৱস্থা আৰু বাজেটত টকাৰ ব্যৱস্থা কৰিলে। তাৰ পৰিমাণ এক লাখ ৬১ হাজাৰ টকা। পিচপৰা অঞ্চল, জনজাতি বসতিৰ মাজত আৰু অনুন্নত শ্ৰেণীৰ মানুহৰ মাজত শিক্ষা বিস্তাৰ আৰু ছাত্ৰক বৃত্তিদান, চাহ বাগিচাৰ বনুৱা, নতুনকৈ বসতি কৰি চহা পমুৱা সকলৰ মাজতো শিক্ষা দিবৰ দিহা কৰা হ'ল।

তদুপৰি বিশেষ বিষয়ত শিক্ষাৰ কাৰণেও গভৰ্ণমেন্টে ব্যৱস্থা কৰিলে যেনে টোলত সংস্কৃত শিক্ষা, মুছলমানৰ কাৰণে হাই মাদ্ৰাছা শিক্ষা, হাইস্কুলত হিন্দী শিক্ষাৰ প্ৰবৰ্ত্তন কৰিলে। প্ৰত্নতত্ত্বৰ সুকীয়া বিভাগটো স্থায়ী কৰা হ'ল। কাৰীকৰী বিদ্যাৰ

বাবেও স্কুল স্থাপনৰ দিহা হ'ল। মুঠতে সেই বছৰেই আগতকৈ দুগুটণ টকা এই শিক্ষা বিষয়তে খৰচ কৰাৰ ব্যৱস্থা হ'ল।

## যোগান আৰু আমদানি বা ক্ৰয় বিভাগ

সকলো বস্তুৰে মালিক স্বৰূপে কোনো প্ৰদেশেই স্বতন্ত্ৰীয়া হব নোৱাৰে। কোনো নহয় কোনো বস্তুৰ কাৰণে আন আন দেশৰ পৰা বস্তু ননালে কোনোমতেই কাৰো নচলে। আমাৰ দেশ আন আন দেশতকৈ বেছি পৰমুখাপেক্ষী। সেই বছৰ (১৯৪৬) আমাৰ দেশত খোৱাতেল পাবলৈ নাছিল। নিমখৰ কষ্টতো আছিলেই; যুদ্ধৰ পিচত দেশ জুৰুলা, যাতায়তৰ ব্যৱস্থা অতি বেয়া আৰু মাল অনা নিয়া কৰিবলৈ ৰেল বা জাহাজত ঠাইৰ অভাৱ। বস্তু কোনোমতে এঠাইত পালেও আমদানি কৰা কিমান অসুবিধা। টিন পাত, লোহাৰ বস্তু আমাৰ পক্ষে কিমান লাগতিয়াল কিন্তু আনিবলৈ তেতিয়া বৰ অসুবিধা— পোৱাও টান। এই সময়ত গৱৰ্ণমেণ্টে অতি পৰিশ্ৰম আৰু চেষ্টা কৰিহে দেশৰ যোগানৰ ব্যৱস্থা কৰিব পাৰিছিল। আমদানি বিভাগে দেশত ধান চাউল আমদানি কৰি বিদেশলৈ পঠালেহে সলনিত আন প্ৰদেশে আমাৰ প্ৰদেশৰ পৰা লাগতিয়াল কাপোৰ, সূতা, চেনি, তেল, নিমখ ডাইল প্ৰভৃতি অত্যাৱশ্যকীয় বস্তুবোৰ পাব পাৰি। যিবা বস্তু অনা হয় তেতিয়াৰ তাৰে কিছু অংশ নানা বুদ্ধিৰে চোৰাই বজাৰলৈ যায়। এইবোৰ বন্ধ কৰিবলৈ চৰকাৰে সংযোগৰক্ষী কমিটী আৰু ভিজিলেন্স কমিটী ঠায়ে ঠায়ে পাতি দিছিল।

কানি নিৱাৰণ আৰু মাদক দ্ৰব্য বৰ্জনৰ কাম এতিয়া পূৰাপূৰি ভাৱে চলাবলৈ চেষ্টা চলিল। চৰকাৰে "কানি নিৱাৰণ আইন" প্ৰণয়ন কৰিলে আৰু ১৯৪৭ চনৰ পৰা সি আইনত পৰিণত হৈ গোটেই দেশতে প্ৰচলন হ'ল। এতিয়া "কানি নিবাৰণ দিন" হিচাবে লৈ চৰকাৰে সপ্তাহ জুৰি দেশত আন্দোলন চলালে। মদ আৰু ভাং একেবাৰে তুলি দিব নোৱাৰিলেও তাৰ এনে কিছুমান নিয়ম প্ৰবৰ্ত্তন কৰিলে যাতে সেই বস্তুৰ ব্যৱহাৰ ৰাইজৰ মাজৰ পৰা ক্ৰমে কমি যাবলৈ বাধ্য হয়।

ভৱিষ্যতে মেডিকেল কলেজ কৰিবলৈ তেতিয়াই ডিব্ৰুগড়ত থকা আমেৰিকান মিলিটাৰী হস্পিটেল, ঘৰ আৰু ঔষধ-পাতি আৰু আন আন লাগতিয়াল সৰঞ্জাম বিলাক গৱৰ্ণমেণ্টে ১৩ লাখ টকাত কিনি ল'লে। সেই সময়ত শ্ৰীহট্টতো আন এখন মেডিকেল কলেজ স্থাপনৰ কথা চলিছিল। কাৰণ তাত আগতে কিছুমান ঘৰ কৰি থোৱাই আছিল এখন মেডিকেল স্কুলৰ কাৰণে। পিচত সি নানা কাৰণত তেতিয়ালৈকে নহ'ল গৈ। কাৰণ ১৯৪৭ চনতে শ্ৰীহট্ট পাকিস্থানৰ অন্তৰ্ভুক্ত হ'ল। লগে লগে জনস্বাস্থ্য বিভাগতো যথেষ্ট উন্নতি বিধান কৰিলে। গাঁৱত কিছুমান ডিস্পেন্সাৰী খোলা হ'ল। মেলেৰীয়া যাতে বাঢ়িব নোৱাৰে তাৰ দিহা কৰা হ'ল। চলন্ত ডিস্পেন্সেৰী কৰি ঠায়ে ঠায়ে, গাঁৱে গাঁৱে ঔষধ বিতৰণৰ ব্যৱস্থা কৰা হ'ল। গাওঁৰ স্বাস্থ্য ৰক্ষাৰ বাবে কৰা কাম চাবলৈ আৰু উপদেশ দি মানুহক সেই ভাবাপন্ন কৰিবলৈ সৰহ সংখ্যক ইন্সপেক্টৰ নিযুক্ত কৰিলে। লোকেল বোৰ্ডৰ যোগেও সাহায্যপ্ৰাপ্ত ডিস্পেন্সাৰীৰ সংখ্যা বঢ়াই দিয়া হ'ল।

গড়কাপ্তানি বিভাগৰ যোগে যাতায়াতৰ সুবিধাৰ কাৰণে যথেষ্ট ৰাস্তা তৈয়াৰৰ দিহা হ'ল। পিচপৰা অঞ্চল আৰু জনজাতি অঞ্চললৈকো ইয়াৰ পৰা সুবিধা দিবৰ দিহা হ'ল। ইয়াৰ লগতে মথাউৰি বন্ধা আৰু জান জুৰি খন্দাৰ কাৰণে আন এটা বিভাগ খুলি সৰহ উৎপাদনত সাহায্যৰ ব্যৱস্থা হ'ল। বৰ্ত্তমানে ই এটা স্বকীয়া আৰু লাগতিয়াল বিভাগৰূপে গোটেই প্ৰদেশতে কাম চলিছে আৰু সেইটো বৰদলৈদেৱৰে সৃষ্ট ই-এণ্ড-ডি ডিপাৰ্টমেন্ট।

দ্বিতীয় মহাযুদ্ধৰ বিষময় ধ্বংসাত্মক ফলৰ প্ৰভাব সকলো দেশতে পৰিছিল আৰু তাৰ বাবে হোৱা সমস্যা বিলাকৰ সমাধান কৰিবলৈ প্ৰতি দেশে যি পৰিকল্পনা ৰচনা কৰিছিল সেয়ে হল "যুদ্ধোত্তৰ পৰিকল্পনা"। বৰদলৈদেৱে এই ৰচনাত্মক কাৰ্য্যাৱলীৰ পত্তনেই প্ৰাণৰ আচল কথা আছিল আৰু তাৰ যোগেই ভালেখিনি জনহিতকৰ কামৰ আৰম্ভ কৰিবলৈ দিহা কৰিছিল। বিদেশলৈ বহুতো যন্ত্ৰপাতিৰ কাৰণে লিখি পঢ়ি আমদানি কৰাৰ দিহা হ'ল। যাইকৈ হ'ল খেতি চলাবৰ কাৰণে। এই পৰিকল্পনাবোৰ কামত পৰিণত কৰিবলৈ তেখেতে দেহেকেহে লাগিছিল। দিল্লীলৈ গৈ ভাৰত চৰকাৰৰ লগত আলোচনা কৰি বস্তুবোৰ আনিবলৈ চেষ্টা কৰিছিল—নতুবা সেইবিলাকৰ প্ৰতি চকু সহজে পৰা টান যেহেতু সেই সময়ত চাৰিওফালৰ পৰাই কেৱল 'চাহিদাই' চলিছিল আৰু সেইবোৰ মিটাবৰ শক্তি আছিল কেন্দ্ৰীয় চৰকাৰৰ।

সাধাৰণ যাতায়তৰ বাবে যানবাহন ব্যৱস্থা 'জাতীয় কৰণ' কৰিব পাৰিনে নোৱাৰি, এতিয়াৰ পৰা তাৰ বিচাৰ আৰম্ভ হ'ল আৰু শেষত আগ-পিচ চাই দেখা গ'ল যে এই বিভাগ জাতীয় চৰকাৰৰ হাতলৈ আনি ক্ৰমে জাতীয় কৰণ কৰাত আগ বাঢ়ি যোৱাই শ্ৰেয়। এইদৰে আধুনিক যি মনোবৃত্তিৰ কাম দূৰদৃষ্টিৰ ফলত তেতিয়াই বৰদলৈদেৱে পত্তন কৰি গৈছে। দুৰ্নীতি নিৱাৰণৰ কাৰণে তেতিয়াই তেখেতে এটা স্বকীয়া বিভাগ স্থাপন কৰে আৰু তাৰ পৰা নিশ্চয় অলপ নহয় দুৰ্নীতি নিৱাৰণত সহায় হৈছে।

যতবিলাক জনহিতকৰ কাৰ্য্য হাতত লৈ বৰদলৈদেৱে দেশক আগবঢ়াই নিবলৈ দিহা কৰিছিল সেই আটাইবোৰ জনহিতকৰ কাৰ্য্যই ব্যয় সাপেক্ষ। অথচ সেই কামবোৰ নকৰিলেও দেশসেৱা নহয়। সেই কাৰণে ধনীৰ ওপৰত নতুনকৈ কৰ বহুৱাই জনহিতকৰ কামবোৰ কৰিবলৈ বৰদলৈদেৱে দিহা কৰিলে। সেইমতে দেখা যায় যে তেখেতে তেতিয়া প্ৰথমে বিক্ৰীকৰ আইন আৰু ব্যৱসায় কৰ আইন প্ৰবৰ্ত্তন কৰিবলৈ দিহা কৰে। এইটো ভাবিব লগীয়া যে একালে জনহিতকৰ সংগঠনমূলক কামত যেনেকৈ টকাৰ প্ৰয়োজন তেনেকৈ সকলো বিভাগৰ কৰ্মচাৰী সকলেই দৰ্মহা বৃদ্ধিৰ কাৰণে সেই সময়তে আবেদন কৰিবলৈ ধৰিলে। জীৱিকা নিৰ্বাহৰ খৰচ যে তেতিয়া আগতকৈ বহুত পৰিমাণে বাঢ়িছিল তাত সন্দেহ নাই। গতিকে সিবি- লাকৰ এই দাবীও যুক্তিহীন নাছিল। কিন্তু প্ৰশ্ন হল এনেভাবে অপৰিহাৰ্য্য ৰূপে প্ৰয়ো- জনীয় টকা পাব পাৰি কৰ পৰা? যাতে কিছু টকা গভৰ্ণমেন্টে পাব পাৰে তাৰ বাবেই নতুন নতুন কৰৰ যোগে টকা সংগ্ৰহ কৰিবলৈ আইন প্ৰবৰ্ত্তন কৰিব লগাত পৰিল। নতুবা উভয়কুল ৰক্ষা কৰি গভৰ্ণমেন্ট চলোৱা কথা টান আছিল।




প্ৰাক্তণ গৱৰ্ণৰ-জেনেৰেল শ্ৰীৰাজাগোপালাচাৰী লোকপ্ৰিয় বৰদলৈ, প্ৰাক্তণ অসম ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেঞ্চেলৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ (১৯৪৯, গুৱাহাটী)

খৰচৰ বাটৰ আকাল নোহোৱাৰ দৰে সেই বছৰেই আকৌ কাছাড়, শ্ৰীহট্ট, নগাওঁ, কামৰূপ, শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ বহুতো গাওঁবাসী বানপানীৰ উপদ্ৰৱত ঘৰ-বাৰী, খেতি পথাৰ নষ্ট হোৱাত সাহায্য দিব লগাত পৰিল। কোনো গভৰ্ণমেণ্টেই এনে বিপদত মানুহক সহায় নকৰি নোৱাৰে। হিচাব আছে সেই বছৰ সাহায্য হিচাবে ৰাইজক ৭ লাখ টকা দান আৰু কৃষিঋণ হিচাবে ১২ লাখ টকা চৰকাৰে দিব লাগাত পৰিছিল।

বৰদলৈদেৱ দেশ গঠন পৰিকল্পনা বিলাকৰ ভিতৰত আটাইতকৈ প্ৰিয় বিষয় আছিল—"গাওঁ উন্নয়ণ বিভাগ।" তেখেতে নিজে শ্ৰীবিমলাপ্ৰসাদ চলিহাক মনোনয়ন কৰি মাতি আনি সংসদী সচিব হিচাবে নিয়োগ কৰি কামত লগালে। প্ৰথমতে কাম চলাবৰ কাৰণে এদল কৰ্মীক শিক্ষা দিবৰ দিহা হ'ল। পাৰ্ব্বত্য অঞ্চলও এই আঁচনিৰ পৰা বাদ পৰা নাছিল; গতিকে অন্ততঃ দুটা শিক্ষা কেন্দ্ৰ খোলাৰ দিহা কৰা হ'ল।

বৰদলৈদেৱে অনুভৱ কৰিছিল যে দেশৰ দুখীয়া লোকসকলৰ দুখ গুচাবলৈ আৰু সিবিলাকক স্বাবলম্বী কৰিবলৈ হলে কৃষি বিভাগৰ উন্নতি লাগে। ইয়াৰ বাবে তেখেতে নতুন বিধান প্ৰবৰ্ত্তন কৰিবলৈ বিচাৰিলে। সেই বিধান হ'ল—"কো-অপাৰেটিভ কলনি" স্থাপন আৰু সমবায় ভাবে বহুল খেতি। ৰাইজক সেই অৰ্থে উদগণি দিলে আৰু তেনে কলনি পাতিবলৈ ঠাই বিচাৰিব ধৰিলে। ট্ৰেক্টৰৰ যোগে খেতি কৰাই বা আকৌ আন-হাতে কোনো দ হোলা, দলনি বা বিল আদিৰ পৰা পানী খান্দি উলিয়াই দি সেই ঠাই বিলাক খেতিৰ উপযোগী কৰি তাৰ পৰাই খেতিৰ মাটি উলিয়াই শস্য উৎপাদন বঢ়াবৰ ব্যৱস্থা কৰিলে। ভাল সঁচ, সাৰ জাবৰ আদিৰ জোগাৰ দিবলৈ বিভাগৰ যোগে দিহা ৰাখিলে। নতুন নতুন ঠাইত জলসিঞ্চন ব্যৱস্থা প্ৰবৰ্ত্তন কৰিলে, সঁচ পাবলৈ বহুত ঠাইত নতুন বাৰী (গাৰ্ডেন) পাতিলে আৰু ভাল কুঁহিয়াৰৰ সঁচৰ খেতি কৰিবলৈ দিহা কৰিলে। মিঠাতেলৰ পৰা কষ্ট পাই সেই বছৰ যাতে বেছিকৈ সৰিয়হৰ খেতি হব পাৰে তালৈ পৰ্য্যন্ত চেষ্টা কৰিলে।

শিল্প-বিভাগ, পশু-চিকিৎসা বিভাগ বৈজ্ঞানিক প্ৰণালীৰে মাটি পত্তন প্ৰভৃতি সকলোৰে নতুন ভাবৰ প্ৰেৰণা জোগাই ইয়াৰ যোগে যাতে সমূহ ৰাইজৰ উপকাৰ হয় চেষ্টা কৰিবলৈ ধৰিলে। আগতে কিছুমান বিভাগ ৰাখিছিল চৰকাৰক শোভন দেখাবৰ কাৰণে; তাৰ দ্বাৰা প্ৰকৃততে ৰাইজৰ বিশেষ কোনো উপকাৰত বা কামত অহা নাছিল। আজি কালিৰ দৃষ্টিত সেইবোৰকে "আলঙ্কাৰিক বিভাগ" বুলিলে বেয়া নহব। তেতিয়াৰ দিনৰ কৃষি বিভাগ, পাটপলু বিভাগ, শিল্প বিভাগৰ কথাকে এনে আলঙ্কাৰিক বিভাগৰ অন্তৰ্গত আছিল বুলি সহজে কব পাৰি।

বিশেষতঃ "বনুৱা বিভাগ" তেতিয়া আছিল কেনেকৈ সহজে আৰু কম খৰচত বনুৱা সকলক বিদেশৰ পৰা আমদানি কৰি আনি প্ৰধানতঃ চাহ বাগিচাৰ মালিক সকলক সহায়তা কৰিব পাৰি। এনে কি বনুৱাই চুক্তি লিখি দি নিৰূপিত দিনলৈ বাগিচাত কাম কৰি দিবলৈ বাধ্য কৰা গিৰিমিটিয়া কুলি আখ্যা থকা দিন সিদিনা নাখোম উকলিছে।

সম্প্ৰতি কংগ্ৰেছৰ হাতলৈ গভৰ্ণমেণ্ট অহাৰ দিনৰ পৰাহে এই বনুৱা শ্ৰেণীৰ মানুহৰ প্ৰকৃত কল্যাণ কেনেকৈ হব পাৰে তাৰ চেষ্টা কৰিবলৈ ধৰিছে। সেই বছৰেই প্ৰথম "ত্ৰিদলীয় সভাৰ" পত্তন হল—এই বনুৱা সকলৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি দিহা-পোহা কৰিবলৈ। এই সভাত চৰকাৰ, মালিক আৰু বনুৱা শ্ৰেণীৰ মানুহৰ প্ৰতিনিধি থাকি নানান উন্নতি বিধানমূলক প্ৰস্তাৱৰ আলোচনা কৰি সিদ্ধান্ত লোৱা হয় আৰু সকলোৰে সন্মতি-ক্ৰমে মীমাংসা হোৱাত মালিকসকলে তাক মানি লয়। এতিয়াৰ পৰা বনুৱা থকা ঘৰ, তেওঁলোকৰ সন্তান সন্ততিবিলাকৰ শিক্ষা, দৰ্মহা, জ্বৰ-বেমাৰ হলে তাৰ চিকিৎসাৰ উপৰিও আন স্নুযোগ, মাইকী মানুহৰ গৰ্ভাৱস্থাত সুবিধা প্ৰভৃতি কথাই প্ৰধান বিষয় আছিল। এতিয়াৰ পৰাহে মূঠতে বনুৱাহঁতৰ প্ৰকৃত উন্নতি আৰু সুবিধা দিবলৈ চেষ্টা কৰা আৰম্ভ হল। ইয়াৰ আগতে তেওঁবিলাক বাগিচাৰ মালিকৰ অনুগ্ৰহতে সম্পূৰ্ণ নিৰ্ভৰ কৰি থাকিব লগাত পৰিছিল।

এই দৰেই দেখা যায় যে প্ৰধানমন্ত্ৰী বৰদলৈদেৱে দেশৰ সকলো মানুহৰে কল্যাণৰ কাৰণে শাসনৰ যোগেদি যিমানখিনি পাৰি হিতকৰ কাম কৰিবলৈ তৎপৰ হৈছিল। এইবোৰ কথাত তেখেতে লগৰীয়া আন মন্ত্ৰী সকলৰ আৰু দেশবাসীৰো সহানুভূতি সততে লাভ কৰিছিল।

এই বছৰতে বৰদলৈদেৱৰ পৰিশ্ৰম অত্যাধিক হৈছিল। কাৰণ এফালে প্ৰধান মন্ত্ৰী হিচাবে যাৱতীয় দায়িত্ব পালনৰ উপৰিও ভাৰতীয় বিধান সভাত থাকি আমাৰ প্ৰদেশৰ স্বাৰ্থ ৰক্ষাৰ চেষ্টা কৰিব লগাত পৰিছিল। বৃটিছ গভৰ্ণমেণ্টৰ পক্ষৰ পৰা ইতিমধ্যে খাতাংকৈ ঘোষণা কৰা হল যে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা সিবিলাকে ভাৰতীয় সকলৰ হাতত শাসন ভাৰ অৰ্পণ কৰিব। যদিহে তাৰ আগতে কংগ্ৰেছ আৰু মুছলীম লীগ উভয়ে মিলি শাসন ভাৰ লবলৈ অক্ষম হয় তেতিয়া হলে প্ৰাদেশিক গভৰ্ণমেণ্টৰ হাতত. হলেও কাৰ্য্যভাৰ দি সিবিলাকে দায়িত্ব ত্যাগ কৰিব। এই ঘোষণাৰ পিচৰ পৰা শাসন কাৰ্য্যৰ দায়িত্বৰ বোজা আৰু বাঢ়িল। নানা ভাবে নেতাসকলৰ ভিতৰত মিল হৈ কাম কৰাৰ নানা চেষ্টা আৰু প্ৰস্তাৱ চলিল। শেহত মুছলীম লীগক মুছলমান প্ৰধান প্ৰদেশ কেইখন (সংখ্যা গৰিষ্ঠ হিচাবে) মাথোন পাকিস্থান হিচাবে ফালি দিবলৈ কংগ্ৰেছ ৰাজী হল। এতিয়া তাৰ আনুসাঙ্গিক কাৰ্য্যবোৰ হব লগাত পৰিল। দেশ বিভাজনৰ পিচত সীমা লৈ গণ্ডগোল লাগিল। মুছলীম লীগে অসম আৰু বঙ্গদেশৰ ভিতৰৰ আৰু অলপ ঠাই দাবী কৰিলে। গতিকে শ্ৰীহট্ট জিলাত ভোট লৈ মীমাংসা কৰিব লগাত পৰিল। এই সময়ত আমাৰ গভৰ্ণমেণ্টৰ ওপৰত নানাভাবে বহুত ঠাইৰ পৰা দোষাৰোপ চলিল যেন এই দাবীত আমাৰ গভৰ্ণমেণ্ট সন্তুষ্টহে হৈছে। অৱশ্যে শ্ৰীহট্ট বিচ্ছেদৰ কথা পূৰ্ব্বে আছিল; কিন্তু তেতিয়াৰ পৰিস্থিতি বৰ্ত্তমানৰ দৰে নাছিল। যি হওক হাঁহিমুখেই বৰদলৈ দেৱে সেইবোৰ কৰ্কথনা সহ্য কৰি ললে। কিন্তু নিজ কৰ্ত্তব্যত এদিনলৈও পশ্চাৎপদ হোৱা নাই। গভৰ্ণমেণ্টৰ পক্ষৰ কৰিব লগা কাম তেখেতে নিয়াৰিকৈ কৰিয়েই গ'ল। ফলাফল কি হল সি সকলোৰে জনাজাত।

ভাৰতীয় বিভিন্ন সভাত আইন প্ৰণয়নৰ বাবে নানা বিষয়ে চব-কমিটী গঠিত হৈ বেলেগ বেলেগ বিষয় বিলাকৰ সম্বন্ধে সেই কমিটীবোৰে ৰিপোৰ্ট সংগ্ৰহ কৰি তাৰ ওপৰতে ভেঞ্জনি দি আইন প্ৰণয়নৰ দিহা লৈছিল। তাৰ ভিতৰতে "উত্তৰ পূব সীমান্ত" জনজাতি আৰু শাসন বহিৰ্ভূত অঞ্চলৰ চব কমিটী এটা। ইয়াৰ ঘাই কমিটীখনৰ নাম "মৌলিক স্বত্ব সংখ্যালঘু সম্প্ৰদায় জনজাতি অঞ্চল কমিটী।" উক্ত চব-কমিটীৰ চেয়াৰমেন হল আমাৰ প্ৰধান মন্ত্ৰী বৰদলৈদেৱ। এই চব-কমিটীৰ কামৰ পৰিসৰৰ সীমা হল—উত্তৰ পূব সীমান্ত অঞ্চল, অৰ্থাৎ সদিয়া, বালিপাৰা আৰু লক্ষীমপুৰ অঞ্চল আৰু আংশিক শাসন বহিৰ্ভূতৰ ভিতৰত গাৰো পাহাৰ জিলা, (নগাওঁ আৰু শিৱসাগৰ জিলাৰ) মিকিৰ পাহাৰ, খাছিয়া জয়ন্তীয়া পাহাৰ (শ্বিলং মিউনিচিপালিটি আৰু কেণ্টনমেণ্টৰ বাহিৰে)।

এই চব-কমিটী উক্ত গোটেই অঞ্চললৈ গৈ সেই সেই অঞ্চলৰ প্ৰধান লোক সকলে দিয়া সাক্ষীৰ মুখে কেনে ধৰণৰ শাসন লাগে সিবিলাকৰ দ্বাৰা মতামত লৈছিল। তাত থকা ৰাজনৈতিক অনুষ্ঠান বিলাকৰ মতামত আৰু বৰ্ত্তমান চাকৰিয়াল সকলৰো সাক্ষ্য গ্ৰহণ কৰিছিল। কমিটীয়ে মাথোন গাৰো পাহাৰ আৰু জোৱাইলৈ যাব নোৱাৰি তাৰ মানুহৰ মতামত ক্ৰমে দিহামতে গুৱাহাটী, শ্বিলঙত লৈছিল। তথাপি গোৱালপাৰা অঞ্চলৰ ওচৰৰ দুই এখন গাৰো গাওঁলৈকো ইবিলাক গৈছিল।

এইদৰে পৰিশ্ৰম কৰি বৰদলৈদেৱৰ সভাপতিত্বত যি ৰিপোৰ্ট দাখিল হল তাৰ প্ৰায় বিলাক অনুমোদনকে ঘাই সভাই গ্ৰহণ কৰিলে; এনে সুচিন্তিত ৰিপোৰ্ট বৰদলৈদেৱৰ যত্নত তৈয়াৰ হৈছিল।

মুঠতে ১৯৪৬–৪৭ চনটোৰ ভিতৰত অসম প্ৰদেশৰ ভাগ্যাকাশত ঘটনাৰ ফেৰত যিবোৰ কলা ডাৱৰে ঢাকি, বিপদৰ ভয় ডাঠ কৰি তুলিছিল সেই সকলোবোৰ বৰদলৈদেৱৰ নেতৃত্বৰ প্ৰভাৱত ক্ৰমে আঁতৰি গ'ল আৰু ঠিক নিৰূপিত দিনত অৰ্থাৎ ১৯৪৭ চনৰ ১৫ আগষ্টত স্বাধীনতা সূৰ্য্য উদয় হৈ নীলাকাশ জিলিকি উঠিল।

সেই দিনা বৰদলৈ দেৱ নিজে উপস্থিত আছিল—দিল্লীৰ লালকেল্লাত !!

---



# গঠনশিল্পী বৰদলৈ

বহুকাল ৰাজ্য ভোগ কৰাৰ পিচত বৃটিছ্ গভৰ্ণমেণ্টে আমাৰ হাতত ৰাজপাট এৰি দি গুচি গ'ল। যাবৰ সময়তো আমাক দি গ'ল খণ্ডিত ভাৰত। এই বিভক্ত ভাৰত ত্যাগ কৰাৰ পিচত আমি যি পালোঁ। পৃথিৱীৰ অতীত বুৰঞ্জীত এনে বীভৎসতাৰ আৰু এনে নিকৰুণ অত্যাচাৰৰ বৰ্ণনা নাই। এই নৃশংসতাৰ মূল উৎস সাম্প্ৰদায়িক ষাইকৈ বৃটিছ্ শাসনৰ দান। মুছলীম লীগৰ দাবী পূৰ্ণ কৰিয়েই বহুতো চিন্তা চৰ্চাৰ পিচত দেশ বিভাজন কৰা হ'ল। সিবিলাকৰ উদ্দেশ্য সিদ্ধিৰ পিচতো কিয় যে লাখে লাখে হিন্দু উৎখাত হৈ বঙ্গদেশ আৰু পঞ্জাব প্ৰদেশৰ পৰা ভাগি আহিব লগা হল ? এতিয়াও সিবিলাকৰ খক্ থাকিল নে ? ৫৫ কোটি টকা সৰহকৈ দানৰ লগত দক্ষিণাৰ দৰে মহাত্মাজীৰ উপদেশত দিয়া হ'ল এৰি সিবিলাকক। তথাপি শান্তি নাই। আৰু লাগে! এই টকাৰ কাৰণে অপ্ৰত্যাশিত ভাবে অসময়ত মহাত্মাই প্ৰাণ পৰ্য্যন্ত দিব লগা হ'ল। তথাপি পেট নভৰে। তদুপৰি অসমখন কোনো প্ৰকাৰে হাত কৰিব নোৱাৰি পোনতে চোৰাংকৈ সোমাল কাশ্মীৰত। নিৰপৰাধীৰ ওপৰত সেই দেশত যি অমানুষিক কাণ্ডই অনুষ্ঠিত কৰিলে জনজাতি শ্ৰেণীৰ এদল মানুহক আগত ৰাখি, তাত ভাৰত চৰকাৰে দেশবাসীৰ আকুল আহ্বানত ততালিকে বাধা নিদিয়া হলে যে আজি পৃথিৱীৰ বুৰঞ্জী নতুন ভাবে লিখিব লগা হলহেঁতেন সন্দেহ নাই। শেহত যানিবা নিৰপত্তা পৰিষদৰ মধ্যাৱস্থাত যুদ্ধ বিৰতি হৈ আছে অস্থায়ীভাবে আৰু স্থায়ী পৰিসমাপ্তি আজিও ষটা নাই আৰু কেতিয়া ঘটিব কোৱাও টান। এই সমস্যাই নিতে নতুন মোট সলাব লাগিছে। কিন্তু সিফালে কাশ্মীৰ গভৰ্ণমেণ্ট দৃঢ়। পাকিস্থানৰ দাবী তেওঁবিলাকে টেলাই কৰিয়েই নাচায়। কাশ্মীৰৰ মুছলমান সকলে পাকিস্থানৰ "দুই জাতি নীতি নামানে" এই কথা খোলোচা· ভাবেই প্ৰকাশ কৰি সেই মতে কাম হাতত লৈ আগবাঢ়ি গৈছে।

খণ্ডিত ভাৰতৰ ফল—দেশত ভগনীয়া সমস্যাই দেখা দিলে। ই নিশ্চয় সকলোৰে পক্ষে অপ্ৰত্যাশিত আছিল। কেন্দ্ৰীয় গভৰ্ণমেণ্টৰ ওপৰতে ভাৰ পৰিল অত্যাধিক। অৰ্থ সঙ্গতিৰ যাৱতীয় ভাৰ পৰিল সিবিলাকৰ ওপৰত। প্ৰাদেশিক চৰকাৰ বিলাকেও একোটা নতুন দপ্তৰ খুলিব লগা হল, নাম ভগনীয়া পত্তন আৰু সাহায্য বিভাগ। এই বিভাগৰ যোগে নানা ভাবে সেই লোকসকলৰ পোনতে থকা আৰু খোৱা শেষত স্থায়ী ভাবে বসতি, উপযুক্ত লোকক নানা কামত নিয়োগ, তদুপৰি ব্যৱসায়, কুটীৰ শিল্প সাহায্যত জীৱিকা আৰ্জন প্ৰভৃতিতো সহায় কৰি তেওঁলোকৰ কাৰণে ব্যৱস্থা কৰিব লগাত পৰিল চৰকাৰ সমূহ।

সাম্প্ৰদায়িক বিদ্বেষানলৰ প্ৰকোপত পৰি দেশজোৰা যি অমানুষিক ঘটনা, তাৰ ওপৰতে ভগনীয়া সকলৰ অবৰ্ণনীয় দুৰ্দ্দশাবোৰ দেখি, তাৰ বিষয় নিতৌ শুনি, তাৰ ভিতৰতো

মস্তিষ্ক থিৰেৰে ৰাখি-ৰাজকাৰ্য্যৰ গুৰিয়াল হিচাবে শাসন কাৰ্য্য পৰিচালনা কৰা কম টান কাম নহয়। এই কাৰুণ্যপূৰ্ণ তোলপাৰৰ মাজত দেখা পাওঁ আমাৰ দেশত সেইজন সৌম্য মুৰ্ত্তি। হাতৰ ঠাৰত অভয় দান, চকু দুটিত কৰুণাৰ ধাৰা, অন্তৰখনিত প্ৰেম, কোমলতা কিন্তু কৰ্ত্তব্য পালন পথত দৃঢ়তা। অন্যায়, দোষাৰোপ, হিংসা প্ৰণোদিত সমালোচনালৈ ভ্ৰূক্ষেপ কৰিবৰ সময় নাই। কাম কৰি যোৱা, কৰ্ত্তব্যৰ পথ নেৰিবা। এয়ে হ'ল তেখেতৰ আহ্বান। ফল কি দেখা পালোঁ,—১ লাখ ২৫ হাজাৰ পূৰ্ব্ব বঙ্গৰ ভগনীয়াক বসতি দিয়াৰ পিচতো আৰু ১ লাখক স্থাপন কৰিবলৈ দিহা কৰিলে কেন্দ্ৰীয় গভৰ্ণমেণ্টৰ অনুৰোধ মতে আমাৰ ৰাজ্যত। এইটো প্ৰকাশ নকৰি নোৱাৰি যে এই সংস্থাপন আচলতে আমাৰ দেশৰ দুখীয়া মাটিহীন শ্ৰেণীৰ লোকৰ স্বাৰ্থৰ বিপৰীতে। তথাপি আমাৰ প্ৰদেশৰ ওপৰত আন প্ৰদেশৰ লোকৰ মিছা দোষাৰোপ। কিন্তু শেহত ১৯৫১ চনত কেন্দ্ৰীয় গভৰ্ণমেণ্টে তদন্ত কমিটী পাতি যি তদন্ত কৰালে তাৰ সভাপতি তেতিয়াৰ কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীশ্ৰীপ্ৰকাশে যি মন্তব্য প্ৰকাশ কৰিলে তাত মিছা প্ৰচাৰৰ আশ্ৰয় লোৱা দলে নিশ্চয় লাজ পাব আৰু এতিযাৰ পৰা নিমাত হব। তেখেতে একেষাৰতে প্ৰকাশ কৰিলে—"অসমে আতিথ্যপূৰ্ণ সহযোগী মনোভাবেৰেই এই সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰা দেখা গ'ল, আৰু এই সমস্যাৰ সমাধানৰ প্ৰধান পত্তনকাৰী ৺বৰদলৈদেৱ।"

যি অৱস্থাত বৃটিছ চৰকাৰে আমাৰ প্ৰদেশখন এৰি থৈ গল তাৰ নগ্নঠা ৰূপ চাবলৈ সকলোৰেই অস্বস্তি বোধ কৰিলে। দেশত দৰিদ্ৰতা, নিৰক্ষৰতাৰ উপৰিও ইয়াত জাতি গঠনমূলক কোনো কামেই নাছিল। সকলো বিষয়তে আমাৰ অভাব। শিক্ষাৰ অভাব, চিকিৎসাৰ অভাব, যাতায়াতৰ সুবিধাৰ অভাব, গাওঁ অঞ্চলত ভাল পানী, চিকিৎসা, আলি-পদূলি একোৱেই নাই। চৰকাৰৰ আভুৱাভৰা গোটাদিয়েক বিভাগ আছিল যদিও ৰাইজে তাৰ পৰা কোনো দিনে উপকাৰ পোৱা নাই। এনে কি ২।১ টা বিভাগ থকাৰ গমকে ৰাইজে নাপাইছিল। ১৯৩৫ চনৰ ভাৰত শাসন আইনমতে আমাৰ প্ৰদেশ স্বায়ত্তশাসিত বুলি গণ্য কৰা আছিল। কিন্তু ইয়াত নাছিল বিশ্ব-বিদ্যালয়, মেডিকেল কলেজ, হাইকোৰ্ট, ইঞ্জিনিয়াৰিং কলেজ, কৃষি কলেজ, পশুচিকিৎসা কলেজ, ইত্যাদি। এনে কি কটন কলেজত এম-এ পঢ়িবৰ দিহা নাছিল আৰু তাত বি-এ শ্ৰেণীতো বৰ্ত্তমান লাগতিয়াল বহুতো বিষয় পঢ়াবৰ ব্যৱস্থা নাছিল। গতিকেই সাধাৰণ শিক্ষাৰ কাৰণেও ছাত্ৰসকল বিদেশলৈ যাব লগাত পৰিছিল। সেই সময়ত শাসক সকলৰ একমাত্ৰ নীতি আছিল শোষণৰ কাৰণেই শাসন। দেশত আইন শৃংখলা ৰাখিব পাৰিলেই নানা প্ৰকাৰে শোষণ কাৰ্য্য চলিয়েই থাকিব পাৰিব। অথচ ভাৰত শাসন আইনে প্ৰাদেশিক ক্ষমতা যথেষ্ট দিলেও ধনী ইউ-ৰোপীয় চাহ খেতিয়ক সকলৰ সমৰ্থনত বলবান মুছলীম লীগ মন্ত্ৰীসভাই দেশৰ সংগঠনৰ আৰু উন্নতিৰ বাটত সহায় কৰিবলৈ অৱসৰ নাছিল। মুঠতে ভাৰতীয় আন প্ৰদেশৰ তুলনাত অসম একেবাৰে পিচপৰা আছিল আৰু গতিকেই এতিয়া পৰিবৰ্ত্তিত অৱস্থাত আমাৰ দেশত একেবাৰে গুৰিৰে পৰা সংগঠনৰ কাম আৰম্ভ কৰিব লগাত পৰিছিল। শ শ বছৰ পৰাধীনতাৰ গ্লানিত বিবোৰ আবৰ্জনা গোট খাইছিল সমাজ দেহত সি আকৌ

টনকিয়াল ৰূপ পালে আৰু মহাযুদ্ধৰ সময়ত দিয়া প্ৰবঞ্চনাপূৰ্ণ প্ৰৰোচনাত। কেইজনে সুযোগ পাই সুবিধা এৰিব পৰা ক্ষমতা ৰাখে ? যুদ্ধৰ পৰিস্থিতিত দেশ জুৰুলা, খাদ্য-কষ্ট বস্ত্ৰ-কষ্ট, যাতায়াতৰ পথ বিধ্বস্ত, সামাজিক দেহ নানাভাবে পঙ্গু—যেনে দেশত চোৰ কাৰবাৰ, লাভখোৰ প্ৰভৃতিৰহে যেন ৰাজত্ব।

এফালে অভাবপূৰ্ণ বিধ্বস্ত দেশ, আনফালে দুৰ্নীতিৰে ভৰা সমাজ দেহ। এই অৱস্থাত কৰ্ণধাৰ বৰদলৈদেৱে স্বাধীন ৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰী হিচাবে আকৌ দায়িত্ব ললে। প্ৰকৃততে দেশ গঠনৰ (শাসনৰ লগতে) আৰম্ভ কৰিব লগাত পৰিল একেবাৰে তলৰ খাপৰ "ক ফলাৰ পৰা।" স্বাধীন অসমত বৰদলৈদেৱ প্ৰায় তিনিবছৰ কাল মুখ্যমন্ত্ৰী হিচাবে কাৰ্য্য পৰিচালনা কৰি গ'ল। সেই কালত আমাৰ প্ৰদেশত যি খিনি গঠনমূলক কাম হৈছিল সকলোৰে মূলত তেখেত আছিল। গতিকে সংক্ষেপে সেই সময়ৰ ৰাজনীতি ক্ষেত্ৰৰ কাৰ্য্যাৱলীবোৰ চাব পাৰিলেই বৰদলৈদেৱৰ মন্ত্ৰীত্বৰ তথা কংগ্ৰেছ শাসিত প্ৰদেশৰ শাসন কাৰ্য্য পৰিচালনাৰ পটুতাৰ আভাস আৰু নেতাজনৰ চৰিত্ৰ লগতে ফুটি ওলাব।

এখন দেশৰ শিক্ষা, স্বাস্থ্য, আন সংগঠনমূলক কাম বা দেশৰ জনসাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মানদণ্ড বঢ়াবৰ প্ৰচেষ্টা এফালে যেনেকৈ শাসকবৰ্গৰ আওকণীয়া স্বভাব দায়ী, আনফালে দেশৰ আৰ্থিক সঙ্গতিৰ অভাবো যে অন্যতম কাৰণ তাত সন্দেহ নাই। কাৰো মুখলৈ নাচাই যানিবা কংগ্ৰেছ মন্ত্ৰীসভাই ধনীৰ ওপৰত নতুন নতুন কৰ লগাই ধন উলিয়াবৰ চেষ্টা কৰিছিল কিন্তু আন দলৰ দ্বাৰা গঠিত গভৰ্ণমেণ্টে ধনীৰ ওপৰত হাত দিব নোখোজে। সি যি হওক, এইটো নুই কৰিব নোৱাৰি যে বৃটিছ শাসনৰ দিনৰে পৰা এই প্ৰদেশৰ প্ৰতি কেন্দ্ৰই উপযুক্ত ভাৱে মন দিয়া নাই। বৃটিছ শাসনৰ দিনৰ "অটোনিয়েয়াৰ বাটোৱাৰা"ৰ দিনৰ পৰা স্বাধীন ভাৰতৰ "দেশমুখ বাটোৱাৰাৰ" দিনলৈকে কেন্দ্ৰীয় গভৰ্ণমেণ্টৰ পৰা আমাৰ প্ৰদেশৰ আৰ্থিক সহায়ত কোনো জনেই কেতিয়াও উপযুক্ত ভাৱে আৰ্থিক সহায় দিয়া নাই, যদিও আমাৰ চৰকাৰৰ পক্ষৰ পৰা কেন্দ্ৰীয় চৰকাৰৰ ওচৰত সদায় কয়লা, পেট্ৰল, মৰাপাট, আদিৰ টেক্সৰ পৰা সৰহীয়াকৈ টকা দাবী কৰিছিল, দেশখনৰ উন্নতিৰ কাৰণে। বিশেষতঃ এই প্ৰদেশ এটা সীমান্তত অৱস্থিত যাৰ কাৰণে হয়তো বা আজিও পাকিস্থানে আমাৰ ওপৰত লোভৰ চকু এৰিব পৰা নাই। মুঠতে অৰ্থৰ সঙ্গতি নহ'লে কাম আগবঢ়াই নিয়া বা উপযুক্ত ভাৱে কাম কৰা টান। ১৯৪৮-৪৯ চনৰ বাবে যি বাজেট তৈয়াৰ হৈছিল তাত প্ৰায় দেড় কোটি টকাৰ ঘাটি পৰিছিল। এনে অৱস্থাৰ মাজতে আমাৰ প্ৰদেশত বৰদলৈ মন্ত্ৰীসভাই যিখিনি কাম কৰি দেশক প্ৰায় স্বাৱলম্বী কৰি তুলিব পাৰিছিল সি নিশ্চয় গৌৰৱৰ কথা।

১৯৪৬-৪৭ চনৰ ভিতৰত প্ৰথম ১৮ মাহত ভাৰতবৰ্ষত যি "সাম্প্ৰদায়িক বিদ্বেষ" আৰু "পূৰ্ব্বাচল প্ৰদেশ গঠন" আৰু আন আন্দোলন তদুপৰি ৰাজনৈতিক পৰিস্থিতিৰ সঘনে পৰিবৰ্ত্তনত যি সমস্যাৰ উদ্ভৱ হৈছিল, তেনে অনিশ্চয়তা আৰু অশান্তিৰ মাজত কোনো গভৰ্ণমেণ্টেই দেশত গঠনমূলক কাম কৰিবলৈ মন দিব নোৱাৰে। দেশ বিভক্ত হৈ যি স্বাধীনতা বৰ্ত্তিল তাতো নানা ঠাইত নানা সমস্যাই দেখা দিলে। অসমৰ পক্ষে তাৰ দ্বাৰা যদিও নিজৰ স্বকীয়া অস্তিত্ব বজায় থকাৰ ব্যৱস্থা কোনো ৰকমে হ'লগৈ ইয়াৰো ঘাই সমস্যা হ'ল যাতায়াতৰ অৰ্থাৎ ভাৰতীয় ইউনিয়নৰ আন অংশৰ লগত

আমাৰ দেশৰ সংযোগ ৰক্ষা। আচলতে বিভাজনৰ ফলত এই প্ৰদেশ আন প্ৰদেশৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হ'ল। সকলো প্ৰকাৰ যান-বাহন যেনে ৰেল, জাহাজ, ৰাস্তা এনে কি পোষ্ট আৰু টেলি-গ্ৰাফো বিচ্ছিন্ন হ'ল। সমগ্ৰ দেশ-বাসীৰ কাৰণে অত্যাৱশ্যকীয় খোৱা বস্তু, কাপোৰ, ঘৰসজা সঁজুলি প্ৰভৃতি আহিবলৈ বাট নাই। ১৯৪৭ চনৰ শেষৰ ফালে এনে এটা সঙ্গীন অৱস্থা হ'ল যে গভৰ্ণমেণ্টেই যেন অচল অৱস্থাত পৰিব লগাৰ কথা। তদুপৰি অসমৰ দাঁতি কাষৰীয়া ২২০০ মাইল দীঘল ঠাই বিদেশী আৰু কিছুমানে আমাৰ প্ৰতি বিৰূপ মনোভাব লৈ থকা অঞ্চল। তেওঁবিলাকৰ পৰা আমাৰ দেশৰ নিৰাপত্তাৰ বিষয়ত বৰং সদায় সন্দিহান হৈ চলিব লগা অৱস্থা তেতিয়া আছিল। ইয়াৰ উপৰিও আটাইতকৈ জটিল সমস্যা হ'ল যে আওপকীয়া হ'লেও সমগ্ৰ দেশৰ নিৰাপত্তা ৰক্ষাৰ দায়িত্ব।

এইখিনিতে প্ৰচাৰ বিভাগৰ এখন পুস্তিকাৰ পৰা অলপ কথা উদ্ধৃত কৰি দিলে এই অধ্যায়ত কব লগা আমাৰ সৰহখিনি কথাই ওলাই পৰিব :—

"ইমানবোৰ অন্তৰায় থাকিলেও অসমে কিছুমান উন্নয়নমূলক কামৰ আঁচনি নলৈ নোৱাৰে, যিহেতু অসম আচলতে শাসন সম্ভাৰেৰে স্বয়ংপূৰ্ণ, নিতৌ শক্তিশালী আৰু অৰ্থ সঙ্গতিতো উন্নত হব লাগিব। উক্ত অসুবিধা বিলাক বিশেষতঃ অৰ্থৰ অনাটন সত্বেও ভয় নকৰি স্বাধীনতা লাভৰ প্ৰথম বছৰতে অসমে বহুত কাম হাতত লৈ আগবাঢ়ি যাবলৈ ধৰিলে। সকলো কাম আৰম্ভ কৰাৰ আগতে নিশ্চয় তাৰ আঁচনিবোৰ তৈয়াৰ কৰি লব লগা হোৱাটো অপৰিহাৰ্য্য। এতিয়া অসম ভাৰতীয় আন প্ৰদেশৰ সহায় প্ৰাৰ্থী হব লগা অৱস্থাত নাই বুলি বৰ্ত্তমান গভৰ্ণমেণ্টে অন্তৰে অন্তৰে গৌৰব বোধ কৰিব পাৰে আৰু নিজেই ক্ষুদ্ৰ ভাবে হলেও মানুহক লগা যাবতীয় অভাবেই পূৰণৰ ব্যৱস্থা কৰা হৈছে। এখন বিশ্ববিদ্যালয়, এখন হাইকোৰ্ট, মেডিকেল কলেজ, পশুচিকিৎসা কলেজ, কৃষি কলেজ, পুলিচ ট্ৰেইনিং কলেজ, ফৰেষ্ট ট্ৰেইনিং স্কুল, আয়ুৰ্ব্বেদ কলেজ, কো-অপাৰেটিভ ট্ৰেইনিং কলেজ, ইঞ্জিনিয়াৰিং স্কুল ইত্যাদি। এই অতবোৰ অনুষ্ঠান গত তিনি বছৰৰ ভিতৰতে গঢ়ি উঠিছে। এই অনুষ্ঠান বিলাক যিসকল লোকেৰে স্থাপিত হৈছে, দেশ বিভক্ত হোৱাৰ পিচত সি আৰু দুৰ্ব্বল আৰু নিশকতীয়া হলেও দেশত উপযুক্ত কৰ্মচাৰী পাবলৈ গঢ়ি তোলা উন্নতিমূলক এই অনুষ্ঠান বিলাকৰ এতিয়া আৰম্ভণি মাথোন ভৱিষ্যতৰ উন্নতিলৈ ইয়াৰ যথেষ্ট অৱসৰ আছে। তাৰ পিচত কানি ৰৰবিহ সমূলঞ্চে দেশৰ পৰা নিৰ্ম্মূল কৰিবলৈ ব্যৱস্থা কৰা হৈছে। বাধ্যতামূলক প্ৰাইমাৰী শিক্ষাৰ প্ৰবৰ্ত্তন কৰা হৈছে। নয়া তালিমী শিক্ষাৰ বাবে ব্যৱস্থা আৰু আঁচনি তৈয়াৰ কৰি কেন্দ্ৰ স্থাপন কৰা হৈছে; গাওঁ উন্নয়নৰ আঁচনি কাৰ্য্যকৰী কৰি তুলিবলৈ দিহা কৰা হৈছে; ৰাই ৰাজ আলিত যান-বাহন অৰ্থাৎ মটৰ ট্ৰেন্সপোৰ্ট জাতীয়কৰণ কৰি ৪০০ মাইল ৰাস্তাত চলাচল কৰা হৈছে; জনজাতি অঞ্চলত উন্নতিমূলক বহুতো কাম শিক্ষা, স্বাস্থ্য, পানী-যোগান, বাট-পদূলি প্ৰভৃতিৰ দিহা কৰা হৈছে। অসমত কংগ্ৰেছ মন্ত্ৰীসভাৰ এই বিলাকেই বহুতো জনহিতকৰ কামৰ ভিতৰত কিছুমান মাথোন। যদিহে দেশত নতুন সমস্যা আৰু বাধা বিঘিনিয়ে দেখা নিদিলেহেঁতেন যেনে হঠাতে যুদ্ধোত্তৰ পৰিকল্পনাৰ কামবোৰৰ বাবে মঞ্জুৰি টকা বন্ধ

কৰি দেশত সমাজদ্ৰোহী সকলৰ আইন আৰু শৃংখলাৰ ব্যাঘাত, ভগনীয়া সমস্যাৰ বাবে উদ্বেগ ইত্যাদি, তেন্তে এই গভৰ্ণমেণ্টে আৰু বহুতো কাম কৰি দেখুৱাব পাৰিলেহেঁতেন।"

সৰ্ব্বপ্ৰকাৰে উপেক্ষিতা দেশমাতৃকাক শিল্পী বৰদলৈদেৱে সৰ্ব্বাভৰণ ভূষিতা ৰূপে গঢ়ি তুলিবলৈ চেষ্টা কৰি বুজিব পাৰিছিল যদি এই সৌন্দৰ্য্য ৰক্ষা কৰিবলৈ দেশত 'মানুহৰ' অভাৱ হয় তেখেতৰ সকলো চেষ্টা সকলো পৰিকল্পনাই মিছা হব, অথলে যাব। সেই কাৰণেই তেখেতৰ প্ৰাণৰ যি প্ৰধান আকাঙ্ক্ষা আছিল সি প্ৰকাশ পাইছে তেখেতৰ নিজ দলৰ সহকৰ্মী সকললৈ লিখা এখন চিঠিত। আমি ইয়াত তাক তুলি দিলোঁ। চিঠিখন নতুন দিল্লীৰ পৰা ১৯৪৯ চনত ১৯ মে'ই তাৰিখে লিখি সকলোলৈকে পঠাই দিছিল।

( অসম প্ৰাদেশিক কংগ্ৰেছ পাৰ্লিমেণ্টৰি দলৰ সভ্যসকললৈ )

প্ৰিয় বন্ধু,

যোৱা বাজেট অধিবেশন শেষ হোৱাৰ পিচত আমি দিহা-দিহি যোৱাৰ আগতে আপোনালোকক ব্যৱস্থাপক সভাৰ সভ্য হিচাবে আমাৰ দায়িত্বৰ কথা গোটাদিয়েক কবলৈ ইচ্ছা কৰিছিলোঁ। কিন্তু আমাৰ পাৰ্টিৰ নতুনকৈ কৰ্ম্মকাৰক নিৰ্ব্বাচনৰ ধুমধামৰ পিচত অধিক সংখ্যক সভ্যাই ঘৰলৈ উভতিবলৈ লৰালৰি লগোৱাত মোৰ সেই ইচ্ছা পূৰাব নোৱাৰি আৰু সুযোগ হেৰুৱাব লগাত পৰা বাবে মই দুখীত। কিন্তু এতিয়া সেই সুযোগ লৈ দুটি এটি কথা কওঁ।

আপোনালোকক সোঁৱৰাই দিয়া বোধহয় অনাৱশ্যক যে বাইজে আমাক অকল স্বাধীনতা লাভৰ কাৰণে চেষ্টা কৰিবলৈকে ব্যৱস্থাপক সভালৈ পঠোৱা নাছিল। ভগৱন্তৰ কৃপাত আৰু মহাত্মা গান্ধীৰ নেতৃত্বত আমাৰ হাজাৰ হাজাৰ শ্বহীদৰ ত্যাগৰ ফলত স্বাধীনতা আমি পালোঁ। আমাৰ বাইজে আৰু আশা কৰে যে আমাৰ আপ্ৰাণ চেষ্টাত দেশৰ পৰা অভাৱ আৰু অজ্ঞতা দূৰ হব, দৰিদ্ৰতা নাথাকিব, বেমাৰ আৰু আন কষ্ট বা অসুবিধা বোৰ যাব আৰু সাধাৰণতঃ সিবিলাকৰ জীৱন নিৰ্ব্বাহৰ মানদণ্ড বাঢ়িব। এইদৰে আমাৰ সমাজ নতুনকৈ গঢ়িবলৈ হলে আমাৰ পৰা যথেষ্ট কৰ্ম্ম-কুশলতাৰ যোগে সকলোৰে সমান অধিকাৰ আৰু সুযোগ দানৰ ভেটিত চেষ্টাৰ আশা কৰে। ইয়াৰ বাবে আমি যি কোনো প্ৰকাৰে চলি থকা দুৰ্নীতি দূৰ কৰিবলৈ পুৰুষাৰ্থ কৰিব লাগিব। এইটো দেখি শুনি বৰ দুখ লাগে যে দুৰ্নীতি গুচাবৰ কাৰণে গভৰ্ণমেণ্টে কৰা যাৱতীয় চেষ্টাৰ ফলতো আমাৰ বহুতো মানুহ যেন তাৰ প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। মোৰ বিশ্বাস আপোনালোক সকলোৱে দুৰ্নীতি নিবাৰণৰ বাবে আন্দোলন কৰা প্ৰয়োজন বুলি বিবেচনা কৰে; আৰু আপোনালোকেও আমাৰ সমাজৰ পৰা এই পাপ আঁতৰ কৰিবলৈ চেষ্টা কৰিছে আৰু আগলৈকো কৰি থাকিব। মই এই বিষয়ে আৰু লিখা বাহুল্য যে যদি আমি নিজৰ অন্তৰৰ ফালে নিজে কৰা কামৰ প্ৰতি অলপো লক্ষ্য কৰোঁ তেন্তে ই আমাৰ নিজৰ উপকাৰলৈতো আহিবই বৰং সেই পাপ গুচাবলৈ আমাক শক্তিমান কৰি তুলিব।

ইয়াৰ বাহিৰেও গভৰ্ণমেণ্টে কিছুমান বিধান পাতি যেনে সমবায় ব্যৱসায় সমিতি, গাওঁ পঞ্চায়তৰ যোগে এনে সুবিধা দিছে যাতে মানুহে দুৰ্নীতি পৰায়ণ মানুহৰ পৰা আঁতৰ হৈ থাকিব পাৰে। কিন্তু যদি মানুহে গভৰ্ণমেণ্টৰ মনোভাৱ বুজি নিজে এইবোৰত



প্ৰধানমন্ত্ৰী হিচাপে অফিচত কাম কৰি থকা অৱস্থাত বৰদলৈ



সামৰিক বাহিনীয়ে পতা চেলাটাং কৃষি-পাম উদ্বোধনত বৰদলৈ

সহযোগ কৰি সুবিধা নলয় তেন্তে সেই বিধানবোৰে গা কৰিব নোৱাৰিব। সেই কাৰণে আমাৰ বন্ধুসকলৰ পক্ষে একেবাৰে ভিতৰ গাঁৱৰ মানুহৰ লগতো সংযোগ ৰখা এটা ডাঙৰ কৰ্ত্তব্য। মহাত্মা গান্ধীৰ আদৰ্শবাদ গ্ৰহণ কৰি আমি এইদৰে গাঁৱৰ মাজত সোমাই কাম কৰাৰ ওপৰতে কংগ্ৰেছ অনুষ্ঠানৰ মৰ্য্যাদা নিৰ্ভৰ কৰে। যদি এতিয়া সিবিলাকৰ মানত কংগ্ৰেছৰ সন্মান খৰ্ব্ব হৈছে তাৰ কাৰণ হৈছে যে আমি আমাৰ কাৰ্য্যধাৰা আৰু সিবিলাকৰ লগত সংযোগ ৰাখি প্ৰকৃত অৱস্থা ভালকৈ বুজাই দিব পৰা নাই। কংগ্ৰেছৰ কিন্তু উদ্দেশ্য অতি মহান, যাক উপলব্ধি কৰিবলৈ যি কোনো সমাজ তৎপৰ হব লাগে। মই আশাকৰোঁ আপোনালোকে এইটো বুজি চাই মাহৰ ভিতৰত কেইটামান দিন অন্ততঃ গাঁৱত সোমাই সংযোগ ৰক্ষা কৰিবলৈ চেষ্টা কৰিব। মই নিশ্চিত যদি আমি এইদৰে গাঁৱত কাম কৰিব পাৰোঁ তেন্তে বৰ্ত্তমানে যি সৰ্ব্বনাশীয়া আৰু ধ্বংসাত্মক শক্তিয়ে মিছা প্ৰচাৰৰ দ্বাৰা মানুহক বিভ্ৰান্ত কৰিব ধৰিছে সিও নোহোৱা হব। ইতি—

আপোনাৰ বিশ্বস্ত

শ্ৰীগোপীনাথ বৰদলৈ

অন্তৰত কিমানখিনি উদ্বিগ্নতা লৈ বৰদলৈদেৱে এই চিঠিখন লিখিছিল, তেখেতে দেশৰ নৈতিক মানদণ্ড একেবাৰে তলনৈ যোৱাত কেনেকৈ নো আকৌ এই অধঃপতনৰ পৰা দেশ ৰক্ষা পৰিব তাৰ বাবেই সকলোৰে সহযোগ কামনা কৰি কেনে আকুলতা এই চিঠিৰ ভিতৰেদি প্ৰকাশ কৰিছে। ইয়াৰো প্ৰধান কথা দেশ সংগঠন। সংগঠন নহলে মানুহৰ জীৱন নিৰ্ব্বাহৰ মানদণ্ডৰ নো বাৰু কেনেকৈ উন্নতি হব? দুখীয়া সকলৰ প্ৰতি কল্যাণজনক অথচ উন্নতিমূলক যি কাম কৰিব পাৰি সেয়ে আছিল তেখেতৰ প্ৰধান আকাংক্ষা। এই দৃষ্টি-ভঙ্গীৰ পৰা তেখেতক গঠন শিল্পী নুবুলি শাসনৰ কৰ্ণধাৰ মাথোন বুলিমনে? তেখেতৰ শাসন প্ৰণালীৰ মূল কথা সংগঠনৰ যোগে দেশ উন্নয়ন, যত দুখীয়াৰ উন্নতিৰ আৰু সুবিধা পাবৰ সুযোগৰ সমান ভাগ।

বৰদলৈদেৱে নিতান্ত নিৰাপত্তাৰ মাজত থাকি গঠনমূলক কাম কৰিবলৈ সুবিধা পোৱা নাছিল। তেখেতৰ প্ৰায় শেষ কাললৈকে দেশৰ ভিতৰত এটা নহয় এটা অশান্তি আছিলেই। দেশ বিভাগ হৈ শ্ৰীহট্ট জিলাৰ একাংশ আমাৰ মাজৰ পৰা কাঢ়ি নিয়াৰ লগে লগে কাছাৰ জিলাকে ধৰি পাৰ্ব্বত্য কিছুমান অঞ্চল লৈ এখন সুকীয়া প্ৰদেশ গঠন কৰিবলৈ এটা চেষ্টা চলিল। তাৰ আখ্যা হ'ল, "পূৰ্ব্বাচল প্ৰদেশ গঠন আন্দোলন।" এই আন্দোলনৰ প্ৰকোপো একেবাৰে কম নাছিল। ইয়াৰ প্ৰস্তাৱ দমন কৰিবলৈকো বৰদলৈদেৱে যথেষ্ট বেগ পাইছিল। শেষত আমাৰ পক্ষৰ চেষ্টা আৰু স্মৰণীয় চৰ্দ্দাৰ পেটেলৰ উচিত বিচাৰত নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে সেই প্ৰস্তাৱ নাকচ কৰিলে।

তদুপৰি অসমৰ সীমান্তিকাৰবীয়া দেশ যেনে ব্ৰহ্মদেশ, পূব পাকিস্থান, তিব্বত আৰু অলপ আঁতৰ হলেও চীন দেশ, এই বিলাকৰ পৰাও সেই সময়ত বহুতো অবাঞ্ছিত মানুহ

আমাৰ দেশত সোমাই আমাৰ শান্তিপ্ৰিয় মানুহৰ মাজতো অসন্তোষৰ ভাব জগাই তুলিবলৈ আৰু ধ্বংসাত্মক কাৰ্য্য হাতত লবলৈ উদগাবলৈ ধৰিলে। ফলত দেশত অশান্তিয়ে ঠায়ে ঠায়ে দেখা দিলে। হাজাৰ হাজাৰ মাইল ব্যাপি আমাৰ সীমান্তৰ বহুত ঠাইত হত্যা আৰু লুটপাত হবলৈ ধৰিলে। বিশেষকৈ "পাহাৰীয়া বিজাৰ্ভত" পাকিস্থানৰ সৈন্যই সেইটো দখল কৰিবৰ কাৰণে একেবাৰে খণ্ডযুদ্ধকে পাতি দিলে। আমাৰ গভৰ্ণমেণ্টে সাময়িক তৎপৰতাৰে তাত বাধা নিদিয়াহেঁতেন অৱস্থা বিষম হবৰে কথা আছিল। আকৌ তাৰ লগতে যোগ হল পাৰ্ব্বত্য অঞ্চলত বাস কৰা আমাৰ ওপৰত বিৰূপ ভাবৰ সৰু এটা দলৰ লোকৰ বিদ্ৰোহ। এইবোৰ কাৰণতে গভৰ্ণমেণ্টে দেশৰ আভ্যন্তৰীণ শান্তি আৰু শৃংখলা ৰক্ষা কৰিবলৈ কঠোৰ ব্যৱস্থা হাতত লব লগাত পৰিল। কিন্তু গভৰ্ণমেণ্টে অনুভৱ কৰিলে যে সিবিলাকৰ হাতত যি সম্বল আছে সেই সময়ৰ প্ৰয়োজনীয়তালৈ চাই সি নিচেই তাকৰ। গতিকে সোনকালে উপযুক্ত শক্তি নিজ প্ৰদেশত গোটাবৰ কাৰণে তেজপুৰত এটা পুলিচ ট্ৰেইনিং কলেজ স্থাপন কৰিলে। ইতিপূৰ্ব্বে আন প্ৰদেশলৈ পঠাইহে এনে শিক্ষা দিয়াই আনিব লগা হৈছিল। লগে লগে দেশত বৰ্দ্ধিত আইন অমান্যকাৰী সকলৰ দ্বাৰা প্ৰৰোচিত অশান্তি দমনত পুলিচৰ সহায়ৰ কাৰণে ১৯৪৭ চনত "অসম হোম গাৰ্ড আইন" পাছ কৰে। তাৰ বলেৰে প্ৰদেশত ২৫০০ হোম গাৰ্ড বেলেগ বেলেগ কেম্পত শিক্ষা দিবৰ প্ৰস্তাৱ কৰে। ইবিলাকে প্ৰশংসনীয় ভাবে নিজ কৰ্ত্তব্য পালনৰ উপৰিও চোৰাং কানি নিবাৰণত যথেষ্ট সহায়তা কৰিব পাৰিছিল আৰু লগে লগে পাকিস্থানলৈ চোৰাংকৈ আমাৰ দেশৰ পৰা ধান চাউল যোৱাতো বাধা জন্মাব পাৰিছিল।

আগেয়ে কোৱামতে বেলেগ বেলেগ দেশৰ পৰা অবাঞ্ছিত লোকসকল আহি তলে তলে যি ধ্বংসাত্মক কাৰ্য্য কৰিবলৈ ধৰিলে আৰু ডিব্ৰুগড়ৰ নালীয়াপুল আৰু শিৱসাগৰৰ বেলেগ বেলেগ ঠাইত আৰু কামৰূপৰো কেইবাঠাইতো যি ভয়াবহ ঘটনা ঘটিব ধৰিলে তাত গভৰ্ণমেণ্টে নিতান্ত অনিচ্ছা স্বত্বেও ১৯৪৮ চনত "অসম নিৰাপত্তা আৰু শৃংখলা ৰক্ষা আইন" প্ৰবৰ্ত্তন কৰিবলৈ বাধ্য হল। নিতান্ত অসহনীয় অৱস্থাত পৰিহে আকৌ ১৯৫০ চনত কমিউনিষ্ট দল বে-আইনী বুলি ঘোষণা কৰিব লগা হ'ল। সেই চনৰ ফেব্ৰুৱাৰী, মাৰ্চ্চ মাহত পূৰ্ব্ববঙ্গত পুনৰ যি সাম্প্ৰদায়িক বিদ্ৰোহ জ্বলি উঠিছিল তাৰ প্ৰতিক্ৰিয়া স্বৰূপে অসমৰ কেইবা ঠাইতো বিশেষতঃ গোৱালপাৰা, বৰপেটা, দৰঙৰ গোটাদিয়েক অঞ্চলত দেখা দিলেও গভৰ্ণমেণ্টৰ তৎপৰতা আৰু স্থানীয় ৰাইজৰ সহযোগিতাত ততালিকে দমন কৰিব পৰা হল। এইটো নিতান্ত আশাজনক কথা যে ধ্বংসাত্মক যেই কোনো কাৰ্য্য দমন কৰিবলৈ ৰাইজৰ সহযোগ চৰকাৰে সদায় পাইছে।

পুন্যশ্লোক গান্ধীজীৰ যি ৰামৰাজ্যৰ পৰিকল্পনা আছিল সেই মতে ৰাজনৈতিক ক্ষমতা একে ঠাইতে কেন্দ্ৰীভূত নহৈ গাওঁবিলাকতো সি সিচঁৰতি হব লাগে। অৰ্থাৎ গাওঁবিলাক স্বয়ং শাসিত আৰু সম্পূৰ্ণৰূপে স্বাৱলম্বী হ'বলৈ বিধান কৰি দিব লাগে। বৰদলৈদেৱে এই মতেই ১৯৪৭ চনৰ ২ অক্টোবৰ তাৰিখে অৰ্থাৎ মহাত্মাজীৰ জন্মতিথিৰ দিনা ঘোষণা কৰিলে যে গাওঁ পঞ্চায়ত আইন ৰচনা কৰা হ'ব আৰু যিমান দূৰ পাৰি শীঘ্ৰে তাক কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰা যাব। সেই অনুসৰি ১৯৪৮

চনতে "অসম গাওঁ পঞ্চায়ত আইন" পাছ কৰা হ'ল। এই আইনৰ যোগে গাওঁৰ সকলো প্ৰকাৰ উন্নতি বিধানৰ ব্যৱস্থা কৰা হ'ল। এই উদ্দেশ্য সাধনৰ বাবে আইনৰ যোগে ব্যৱস্থা কৰা হ'ল তাৰ বিভিন্ন ধাৰাবিলাক যাতে কাৰ্য্যকৰী কৰিব পাৰি তাৰ বাবে ইতি-পূৰ্ব্বে যিবোৰ বিভাগৰ যোগে গাওঁ উন্নয়নৰ কাম হাতত লোৱা হৈছিল, সেই বিভাগ কেইটা নতুনকৈ গঠন কৰি আৰু পৰস্পৰৰ মাজত সংযোগ ৰাখি চলিবলৈ দিহা কৰা হ'ল। তাৰ কাৰণে কুটীৰ শিল্প বিভাগ, কো-অপাৰেটিভ, পাটপলু পোহা আৰু বয়ন বিভাগবোৰ নতুনকৈ "গাওঁ উন্নয়ন বিভাগ" খুলি তাৰ অন্তৰ্গত কৰা হ'ল। এই বিভা-গটো জয়সাগৰৰ পাৰত খোলা হৈছে আৰু এই আঁচনি মতে কাম কৰিবলৈ এদল লোকক শিক্ষা দিবলৈ যাবতীয় দিহা কৰা হৈছে। ১৯৪৯ চনতে গোটেই প্ৰদেশৰ ভিতৰত ১৫ খন গাওঁ পঞ্চায়ত কেন্দ্ৰ স্থাপন কৰা হৈ গ'ল।

শাসনৰ যোগে গাওঁ উন্নতিৰ লগতে যাতে ব্যৱসায় হিচাবেও আমাৰ মানুহে স্বাৱলম্বী হ'ব পাৰে, সেই বাবে তাৰ লগে লগে গোটেই অসমতে "সমবায় ব্যৱসায় সমিতি" স্থাপন কৰি কাপোৰ আৰু সূতা বিতৰণৰ ব্যৱস্থা কৰিলে। এই ব্যৱস্থাৰ দ্বাৰা চোৰাং কাৰবাৰ বন্ধ কৰাও অন্যতম উদ্দেশ্য আছিল। তেতিয়াই আমাৰ প্ৰদেশত ৮০ খন তেনে "সমিতি" স্থাপিত হ'ল। টকাৰ যোগানৰ বাবে গভৰ্ণমেণ্টৰ অনুমোদিত আৰু পৃষ্ঠপোষকতা কৰি বেঙ্ক স্থাপন কৰিলে,—নাম দিলে 'এপেক্স বেঙ্ক'। এই বেঙ্কৰ গোটেই প্ৰদেশতে শাখা স্থাপন কৰি বিস্তৃত হৈ চলি সমবায় সমিতি বিলাকক সহায় কৰি আছে। এইদৰে গভৰ্ণ-মেণ্টে গাঁৱলীয়া ৰাইজৰ সকলো প্ৰকাৰ সুবিধা আৰু উন্নতিৰ কাৰণে কাম কৰিবলৈ আঁচনি কৰি আগ বাঢ়োতে পিচৰ বছৰতে কেন্দ্ৰীয় গভৰ্ণমেণ্টে যুদ্ধোত্তৰ পৰিকল্পনাৰ মঞ্জুৰী টকা কাৰ্য্যগতিত বাধা হৈ বন্ধ কৰি দিয়াত সকলো ব্যৱস্থাই য'তে আছিল ত'তে স্থিৰ হৈ ভাল দিনৰ অপেক্ষালৈ বৈ থাকিব লগাত পৰিল।

বৰদলৈদেৱৰ শিক্ষাৰ প্ৰতি ধাউতিৰ কথা আৰু সেই বিষয়ত তেখেতৰ কাৰ্য্য কলাপৰ কথা আগতে আলচ কৰা হৈছে। এতিয়া সেই বিলাকৰ পৰিণতিৰ কথা ইয়াত বিশেষ ভাবে উল্লেখ কৰা হ'ব। গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইন ১৯৪৮ চনত পাছ হৈ ১৯৪৯ চনৰ পৰা ৰীতিমতে তাৰ কাৰ্য্য চলিব ধৰিছে।

হাইস্কুল আৰু মজলীয়া থাপৰ স্কুলৰ শিক্ষাৰ বিষয়ত গভৰ্ণমেণ্টে ইউনিভাৰচিটি কমিচনৰ আঁচনি মতে কাম হাতত লব পৰা নাই। টকাৰ অভাবেই ইয়াৰ প্ৰধান অন্তৰায়। তথাপি সাহায্যপ্ৰাপ্ত হাইস্কুল বিলাকৰ নতুন নীতি নিৰ্দ্ধাৰণ কৰি (অৰ্থাৎ ছাত্ৰ সংখ্যা অনুপাতে) সাহায্যৰ পৰিমাণ বঢ়াই দিয়াত শিক্ষকসকলৰ মুখলৈ সম্প্ৰতি পানী আহিছে। মুঠতে বাজেটৰ অঙ্কৰ পৰাই বুজিব পৰা যাব যে আগৰ দিনৰ গভৰ্ণমেণ্টৰ শিক্ষা বিষয়ত মঞ্জুৰী আছিল ৫০ লক্ষ ৬৭ হাজাৰ টকা তাৰ ঠাইত ১৯৫০–৫১ চনত ধৰা হৈছে ১ কোটি ৪৬ লক্ষ ৮০ হাজাৰ। আকৌ এই বছৰত (৫১–৫২ত) আৰু ৪০ লাখ বাঢ়িছে, অথচ দেশৰ আৰ্থিক সঙ্গতি সেই অনুপাতে বঢ়া নাই।

বাধ্যতামূলক প্ৰাইমাৰী শিক্ষা আইন ১৯৪৯ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা বলবৎ কৰা হৈছে। তাৰ ফলত ১৯৪৯–৫০ চনত ১৩৮৯ খন গাওঁ আৰু দহখন চহৰ তাৰ তলতীয়া

কৰা হৈছে। ট্ৰেইনিং কেন্দ্ৰবোৰত বহুতো শিক্ষকক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে আৰু ১৯৪৮ চনৰ পৰা ৫০ চনৰ ভিতৰত অৰ্থাৎ এই দুবছৰৰ ভিতৰতে পিচপৰা অঞ্চল, জনজাতি অঞ্চল আৰু চাহ বাগিচাৰ বনুৱাৰ মাজত প্ৰায় ২০০০ খন প্ৰাইমাৰী স্কুল লোৱা হৈছে।

আমাৰ দেশত বৰ্ত্তমান যি পদ্ধতিত শিক্ষা চলি আছে সি আমাৰ দেশৰ পক্ষে প্ৰকৃততে কাৰ্য্যকৰী নহয়। আমাৰ দেশৰ ডাঙৰ ডাঙৰ মনিষীসকলে এই মতবাদ সদায় প্ৰকাশ কৰি আহিছে। কিন্তু তাৰ ঠাইত কেনে ধৰণৰ নতুন শিক্ষা পদ্ধতি আমাৰ পক্ষে সুবিধা হব সেই বিষয়ে কোনেও চিন্তা কৰি চাই কাৰ্য্যৰ আঁচনি দিয়া নাই। দিলে পোন প্ৰথমে মহাত্মা গান্ধীয়ে। তেখেতে বহুতো শিক্ষাবিদ্ পণ্ডিতেৰে আলচ কৰি এটা পদ্ধতি থিৰাং কৰি নাম দিলে 'নয়া তালিমী পদ্ধতি শিক্ষা' ইংৰাজীত যাৰ নাম হ'ল Basic Education, এই পদ্ধতিৰ শিক্ষাত মানুহ স্বাৱলম্বী হবৰ সুযোগ আছে। প্ৰথমতে খৰচ লাগিলেও শিক্ষা অনুষ্ঠান পৰ্য্যন্ত পিচলৈ আত্মনিৰ্ভৰশীল হব পাৰে। চলিত পদ্ধতিত যি মুখস্থ কৰা বিদ্যা দিয়া হয় তাৰ দ্বাৰা ভাল কেৰাণী হব পাৰি; কিন্তু মানুহ স্বাৱলম্বী হবৰ শক্তি তাৰ দ্বাৰা লাভ নহয়।

বৰদলৈদেৱে সুবিধা পাযেই এই ধৰণৰ শিক্ষা আমাৰ প্ৰদেশত প্ৰবৰ্ত্তন কৰাৰ নীতি ঘোষণা কৰি তাক কাৰ্য্যত পৰিণত কৰিবলৈ দিহা কৰিলে। ৬টা বেলেগ বেলেগ ঠাইত শিক্ষা কেন্দ্ৰ খোলা হল। দিল্লী আৰু ৱাৰ্দ্ধালৈ ইতিপূৰ্ব্বে পঠোৱা শিক্ষক সকলে নতুন বিষয়ৰ শিক্ষা লৈ আহি কেন্দ্ৰবোৰৰ ভাৰ ললে। এনে কি একোটা অঞ্চল পূৰ্ণৰূপে এই ধৰণৰ শিক্ষা বিস্তাৰৰ উদ্দেশ্য লৈ কিছুমান নিম্ন প্ৰাইমাৰী স্কুলৰ শিক্ষকক্ষো শিক্ষা দিয়া হ'ল। কিন্তু হঠাতে ১৯৫০ চনত কেন্দ্ৰীয় গভৰ্ণমেণ্টে মঞ্জুৰী টকা বন্ধ কৰিবলৈ বাধ্য হোৱাত ইয়াৰ উন্নতিত বাধা পৰিল। এনে কি গোটা দিয়েক শিক্ষা কেন্দ্ৰ বন্ধ কৰি দিব লগাত পৰিল। এইদৰেই সামাজিক শিক্ষা যদিও কোনো মতে চলি আছে তথাপি টকাৰ অভাবতে সি উন্নতি কৰিব পৰা নাই।

কাৰিকৰী বিদ্যা হিচাপে যোৰহাটৰ টেকনিকেল স্কুলখন নতুন ভাবে গঠিত কৰি নতুন বিষয় পঢ়াবৰ আৰু শিকাবৰ দিহা কৰা হ'ল। গুৱাহাটীত ১৯৪৯ চনত এখন ইঞ্জিনিয়াৰিং স্কুল পতা হল আৰু কহিমাতো জনজাতিসকলৰ সুবিধাৰ কাৰণে এখন টেকনিকেল স্কুল পতাৰ ব্যৱস্থা কৰা হল। গুৱাহাটীত নতুনকৈ এখন আয়ুৰ্ব্বেদ কলেজ স্থাপন কৰা হৈছে।

ইয়াৰ উপৰিও গভৰ্ণমেণ্টে সদায় বিদেশলৈ ছাত্ৰ পঠাই নানা নতুন বিষয় অধ্যয়ন কৰি আহিবলৈ আৰু শিক্ষা লবলৈ বৃত্তিদানৰ ব্যৱস্থা কৰা হৈছে। ভাৰত চৰকাৰৰ নিৰ্দ্দেশত আৰু আৱশ্যক বুজি সি সদায় চলিত হৈয়ে আছে।

আমাৰ প্ৰদেশৰ মুঠ মাটি কালিৰ দুই-তৃতীয়াংশ ঠাই জুৰি পাৰ্ব্বত্য অঞ্চল। এই অঞ্চলত অতীজৰে পৰা বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ জাতিৰ বসতি। বৃটিছে ছলে, বলে, কৌশলে এই জনজাতি অঞ্চলো নিজৰ শাসনৰ ভিতৰলৈ আনিলে; কিন্তু ৰাখিলে স্বকীয়া ভাবে-"শাসন বহিৰ্ভূত অঞ্চল" কৰি। এই জনজাতি সকলক একেবাৰে

বাহিৰৰ লোকৰ আৰু সভ্যতাৰ সংযোগৰ পৰা পৃথক কৰি ৰাখিছিল। সমতল ভূমিৰ উন্নত মানুহৰ লগত সংযোগ ৰখাৰ সুবিধা তেওঁবিলাকৰ দিনত পোৱা নাছিল। এনেদৰে ৰখাৰ বিষময় ফল পিচত স্বাধীন হোৱাতহে প্ৰমাণ ওলাই পৰিছে আৰু বৃটিছ শাসনৰ চলিত কূট-নীতিৰ ফল এতিয়া পোৱা হৈছে।

এই অঞ্চলৰ খবৰ পাবৰ প্ৰথম সুযোগ হ'ল বৰদলৈদেৱৰ গণপৰিষদৰ জনজাতি অঞ্চলৰ কাৰণে গঠিত চব-কমিটীৰ সভাপতি ৰূপে। তাৰ বাবে বহুতো অঞ্চলত ফুৰি আৰু জনজাতিসকলৰ বহুতো মুখীয়াল মানুহৰ মাজত কথা পাতি বৰদলৈদেৱে বহুতো কথা জানিলে। সেইদৰে-লাভ কৰা অভিজ্ঞতাৰে তেখেতে স্বাধীনতাৰ পিচতে প্ৰধান মন্ত্ৰীৰ দায়িত্ব লৈ এই অঞ্চলৰ উন্নতি আৰু এই লোকসকলৰ লগত সংযোগ ৰক্ষা কৰিবৰ কাৰণে ব্যৱস্থা অৱলম্বন কৰিলে। তাৰে ফল স্বৰূপ "পৰ্ব্বত ভৈয়াম সম্প্ৰীতি সংযোগ"ৰ বাবে কৰা শ্বিলঙৰ আয়োজন কেনে পয়োভৰেৰে পালন কৰা হল গোটেই প্ৰদেশত বিশেষতঃ শ্বিলং নগৰীত। এই প্ৰথম বোধহয় পৰ্ব্বতৰ জনজাতিসকলে ভৈয়ামৰ মানুহৰ আচাৰ ৰীতি-নীতি, চলন-ফুৰণৰ সম্ভেদ নতুন ভাবে পালে, যদিও আগৰে পৰা আমাৰ মানুহৰ লগত সকলো ৰকমৰ সম্বন্ধ আছিল। শিক্ষা, স্বাস্থ্য, যাতায়তৰ সুযোগ তেওঁবিলাকেও পাব লাগে বুলি এতিয়া ভালদৰে বুজিলে। এই বাবেই বৰদলৈদেৱ জনজাতিৰ মাজতো "লোকপ্ৰিয়" হব পাৰিছিল আৰু প্ৰমাণ স্বৰূপে দেখা পালো যে বৰদলৈ দেৱৰ আদ্য শ্ৰাদ্ধৰ দিনা দূৰ-দূৰণিৰ জনজাতি ভাইইঁতে প্ৰাণভৰা শ্ৰদ্ধাৰে কিমান কষ্ট স্বীকাৰ কৰি আহিও যোগ দিছিল। বৃটিছ গভৰ্ণমেণ্টৰ দিনত কোৱা হৈছিল যে এই পাৰ্ব্বত্য অঞ্চলৰ মানুহ বিলাক বৰ হোজা, ইইঁতৰ ওচৰলৈ বুধিয়ক আন মানুহ আহিবলৈ দিলে ইইঁতক ফুচুলাব পাৰিব আৰু শোষণ কৰিব। কিন্তু স্বাধীনতা পোৱাৰ লগে লগে আমাৰ গভৰ্ণমেণ্টে সকলো বাধা তুলি দি সকলোৰে মাজত কেনেকৈ প্ৰীতি বাঢ়ে তাৰহে চেষ্টা কৰিবলৈ ধৰিলে। এতিয়া জনজাতিৰ বহুতো লোক স্বাধীনতাৰ পৰা পোৱা এই সুবিধাত যেন নতুন জীৱনৰ স্পন্দন অনুভৱ কৰিছে আৰু নিজৰ ভিতৰত যাতে শীঘ্ৰে সকলো প্ৰকাৰৰ উন্নতি হব পাৰে তালৈ আশা কৰিছে। গভৰ্ণমেণ্টেও সেইসকল লোকৰ অভাৱ অভিযোগ জানিবলৈ, জানি প্ৰতিকাৰৰ উপায় নিৰ্দ্ধাৰণৰ বাবে এখন "পৰামৰ্শদাতা কমিটী" নিয়োগ কৰিছে আৰু সেই কমিটীয়ে এতিয়ালৈকে নিয়ম মতে কাম কৰি আছে।

১৯৪৭ চনতে ভাৰত গভৰ্ণমেণ্টেও এই অঞ্চল বিলাকৰ উন্নতিৰ কাৰণে পাঁচ বছৰীয়া পৰিকল্পনা স্থিৰ কৰিলে। সেই মতে আমাৰ গভৰ্ণমেণ্টে এটা সুকীয়া বিভাগ খুলিলে তাৰ নাম দিলে "পিচপৰা অঞ্চল আৰু জনজাতিলোক উন্নয়ন বিভাগ" এই বিভাগৰ দায়িত্ব পালন কৰা কঠিন। বিশেষতঃ সেই অঞ্চলত কাম কৰিব পৰা মানুহ পাবলৈকো টান। তথাপি আঁচনিমতে কাম কৰি সেই অঞ্চল বিলাকৰ উন্নতিৰ কাৰণে আমাৰ গভৰ্ণমেণ্টে যোৱা দুবছৰত সাধাৰণকৈ অৱস্থাৰ খৰচতকৈ প্ৰায় এককোটি টকা সৰহকৈ খৰচ কৰিছে। তদুপৰি শিক্ষা, কৃষি, বাটপথ, চিকিৎসালয়, কাপোৰবোৱা আৰু পাটপলু পোহা আদি কামত প্ৰায় ৯০ লাখ টকা খৰচ কৰিছে। ১৯৪৭-৪৮ চনত সাধাৰণ খৰচ মাথোন ৪৮ লাখ টকা আছিল। ইয়াৰ পৰাই বুজা যায় কাম কেনেদৰে

ক্ৰমে আগ বাঢ়িছে। বিশেষতঃ এতিয়াৰ নতুন আইনমতে সেই অঞ্চলৰ জিলাবোৰ স্বায়ত্ব শাসিত হব আৰু আশা কৰা যায় যে সিবিলাকৰ উন্নতি শীঘ্ৰে হৈ আন আন জনজাতিৰ সমকক্ষ হব পাৰিব।

ইয়াৰ উপৰিও সমতল অঞ্চলতো এনে জনজাতিৰ লোকৰ বসতি কম নহয়। ইয়াৰ ভিতৰত কছাৰি, মিৰি, মিকিৰ, লালুং আদিয়েই প্ৰধান। ইবিলাকৰ বসতি প্ৰায়েই বৰ ভিতৰ আৰু পিচপৰা অঞ্চলত পৰে আৰু বাহিৰৰ জগতৰ লগত যোগাযোগ প্ৰায় কমেই ৰাখে। শিক্ষা, স্বাস্থ্য, যাতায়াত, বাট পথ সকলো বিষয়তে অভাবপূৰ্ণ। আমাৰ প্ৰাদেশিক গভৰ্ণমেণ্টে এইসকল লোকৰ মাজৰ পৰাও অনুন্নত অৱস্থা আঁতৰাই উন্নত কৰিবলৈ সঙ্কল্প কৰিছে আৰু তাৰ বাবে নতুন নতুন বাটপথ, ডাক্তৰখানা, স্কুল আৰু দুখীয়া লৰা পঢ়িবৰ কাৰণে বেলেগ বেলেগ ভাবে বৃত্তি দিবৰ দিহা কৰিলে। তাহানি পতা এই অঞ্চল উন্নয়ন কাৰ্য্যৰ বাবে পৰামৰ্শ কমিটীৰ ৰিপোৰ্ট মতে এই অঞ্চলবোৰৰ উন্নতিৰ কাৰণে বহুল আঁচনি তৈয়াৰ কৰি কেন্দ্ৰীয় গভৰ্ণমেণ্টক দিয়া হৈছে। সিবিলাকৰ টকা মঞ্জুৰীৰ ওপৰত এই কামৰ সফলতা নিৰ্ভৰ কৰে। এইটোও মন কৰিব লগীয়া যে এনেবোৰ অঞ্চলতে সেই মানুহবিলাকৰ সৰলতাৰ সুযোগ লৈ কমিউনিষ্ট সকলে অপপ্ৰচাৰৰ দ্বাৰা ইবিলাকক বিভ্ৰান্ত কৰিছে আৰু ঠায়ে ঠায়ে খনি পুতি ধ্বংসাত্মক কাৰ্য্য কৰিবলৈ সুচল পাইছে। মহাত্মা গান্ধীৰ প্ৰণালী অনুসৰণ কৰি এনেবোৰ অঞ্চলত যদি জনহিতকৰ কাৰ্য্য ভালদৰে এফালৰ পৰা কৰি যোৱা যায় সেই অনিষ্টকাৰী অংশটো আপোনা আপুনি নোহোৱা হৈ যাব। ৰাইজে সহজে জানিব যে প্ৰকৃত উন্নতি কোন পথত? জনজাতি সকলৰ উন্নতিৰ কাৰণে দুটা বিধান কৰা হৈছিল: এটা "ট্ৰাইবেল বেল্ট" স্থাপন–যাতে এই সৰল মানুহবিলাক নিৰাপদে থাকিব আৰু খেতিৰ বাবে মাটি পাব পাৰে তাৰ বাবে দিহাই হল এই চেষ্টাৰ মাই উদ্দেশ্য। তাৰ মাজত আনে মাটি নাপায় আৰু চৰকাৰৰ বিনা হুকুমে আনে কিনিবও নোৱাৰে জনজাতি মানুহৰ বাহিৰে। দ্বিতীয়তে ১৯৪৯ চনত এই অঞ্চলটোত কানি সম্পূৰ্ণৰূপে নিবাৰণ কৰি আইন পাছ কৰা হ'ল। এই অঞ্চলৰ মানুহেহে আগতে কানি বেছি খাইছিল। এতিয়া মিকিৰ পাহাৰত কানি নিবাৰণ কৰাত তাত কানীয়া মানুহক চিকিৎসা কৰিবৰ ব্যৱস্থা কৰি হাস্পাতাল খুলিলে। গাৰো পাহাৰ, ত্ৰিপুৰাৰ লগত সংযোগ ৰক্ষাৰ বাবে সুকীয়া ডাঙৰ ৰাস্তা খুলিবলৈ দিহা হৈছে। এইদৰে এই পিচপৰা অঞ্চলবোৰৰ উন্নতি পৰিকল্পিত হৈছে।

এই জাতিক পূৰ্ণভাবে সকলো অভাবৰ পৰা হাত সৰাই ৰচনাত্মক শিল্পী বৰদলৈদেৱে সকলো সমলৰে যোগান দিবলৈ যেন কিমান আগ্ৰহ, কিমান ব্যগ্ৰ। কতো অকণ খুঁত, অলপো অভাব থাকিব নালাগে এয়ে তেখেতৰ কাম্য আছিল অথচ তেতিয়া টকাৰ অভাৱ আছিল যদিও তালৈ তেখেতে ভ্ৰূক্ষেপ কৰা নাছিল। অন্তৰত বল আছিল,—কাম কৰি যাম—টকা আহিবই। এইদৰে এইজন শিল্পীৰ হাতত পৰি আমাৰ প্ৰদেশে এফালে যেনে বিশ্ববিদ্যালয়, হাইকোৰ্ট পালে, আনফালে মাছপোহা ব্যৱসায় পৰ্য্যন্ত জনহিতকৰ কামৰ তালিকাৰ পৰা বাদ পৰা নাছিল। তাৰ বাবেও বেলেগ দপ্তৰ খুলি দূৰদৃষ্টি সম্পন্ন শিল্পীয়ে জানিছিল ভবিষ্যত জাতিক ইয়াকো লাগিব। গতিকে তাৰ দিহা কৰি যাবলৈও পাহৰা

গাছিল। জাতীয় সংগঠনমূলক যাবতীয় কাৰ্য্যৰ আঁচনি কৰি যিমান দূৰ সম্ভৱ সেইবোৰ কামত আগুৱাই দি তেখেতৰ জীৱনৰ সপোন অসম মাতৃৰ সৰ্ব্বাভৰণ ভূষিতা মূৰ্ত্তি দিঠকত আমাৰ হাতত সঁপি দি হাঁহিমুখে হঠাতে কাকো একো আমনি নকৰাকৈ গুচি গ'ল।

পৰি আছে আমাৰ আগত ৰচনাত্মক শিল্পীয়ে গঢ়ি দি যোৱা সোণৰ অসম। আৰু আমি সমস্বৰে গাওঁ "অ মোৰ আপোনাৰ দেশ।"

# বন্দীশালত বৰদলৈ

অসহযোগ আন্দোলনৰ প্ৰাৰম্ভতে ১৯২১ চনত বৰদলৈদেৱৰ ৬ মাহ মাথোন ফাটেক হয়। সেই সময়ত তেখেতৰ বন্দী জীৱনৰ কথা অতি সংক্ষেপে কোৱা হৈছে। তেতিয়াৰ জেল-জীৱন অতিশয় কঠোৰ আছিল। কিন্তু মহাত্মাগান্ধীৰ সাময়িক উপদেশ পালন কৰি ঠিক সময়মতেই তেখেতে জেল জীৱন হাঁহিমুখে যাপন কৰিছিল। সেইবাৰো তেখেতৰ বিনাশ্ৰম কাৰাদণ্ড থকাত নিজৰ অভ্যাস অনুসৰি সূতা কাটিবলৈ দিছিল। তেতিয়া তেখেতে বহুতো কিতাপ পঢ়িবৰ সুবিধাও পাইছিল; অৱশ্যে জেলৰ নিয়ম মতে গভৰ্ণমেণ্টে বাচি দিয়া কিতাপহে পঢ়িবৰ অধিকাৰ আছিল। তেতিয়াৰ দিনত খুব নিৰূপিত সংখ্যক খবৰৰ কাগজহে পঢ়িবলৈ দিছিল অৰ্থাৎ জাতীয়তা ভাবাপন্ন কাগজ জেলৰ ভিতৰলৈ যাব নিদিছিল।

বৰ দুখৰ কথা যে বৰদলৈদেৱৰ সেই সময়ৰ ডায়েৰিখিনি হেৰাল। গতিকে সেই বাৰৰ বিস্তৃত বিবৰণ দিয়াটো সম্ভৱ নহয়।

বৰদলৈদেৱৰ দ্বিতীয়বাৰ জেল হয় ১১।১২।৪০ তাৰিখে। এইবাৰ কংগ্ৰেছৰ নিৰ্দ্দেশত "ব্যক্তিগত সত্যাগ্ৰহ" কৰাত যুদ্ধ বিৰোধী ধ্বনিৰ কাৰণে বন্দী হয়। মহাত্মা-জীৰ নিৰ্দ্দেশমতে যুদ্ধ বিৰোধী কথা কোৱাই, কবৰ অধিকাৰ দাবী কৰাই এই সত্যাগ্ৰহৰ মূল কথা আছিল। এই সত্যাগ্ৰহৰ বাবেই ভাৰতৰ সকলো প্ৰদেশৰ কংগ্ৰেছী মন্ত্ৰীসকলে মন্ত্ৰীপদ ইস্তফা দি ব্যৱস্থাপক সভাৰ পৰা ওলাই আহে। বৰদলৈদেৱেই আমাৰ প্ৰদেশত পোন প্ৰথম সত্যাগ্ৰহী। তেখেতৰ ডায়েৰিত লিখা আছে "২ বাজি ১৫ মিনিট যাওঁতে লগত ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা, ডায়েক কণক, উমেশ চৌধুৰী প্ৰভৃতি বহুতো বন্ধুৰে গাড়ীত উঠি কংগ্ৰেছ অফিচ পালোঁহি। মোক কেইবা ঠাইতো ফুলৰ মালা পিন্ধাই দিছিল। মই ভাবিলোঁ বলি শাললৈ নিয়া ছাগলীকো এইদৰেই পূজা কৰে। কংগ্ৰেছ অফিচত এখন ফটো ললে। মোৰ পৰিবাৰ সৰু লৰা-ছোৱালী কেইটাৰে মোৰ লগতে আহিছিল। মই তাৰ পৰা খোজ কাঢ়ি বাৰ লাইব্ৰেৰীলৈ আহিলোঁ। তাত মই ৩ বাজি ২৫ মিনিট লৈকে থাকিলোঁ। পিচত সকলোৰে পৰা বিদায় লৈ সত্যাগ্ৰহ কৰিবৰ কাৰণে নিৰ্দ্দিষ্ট কৰি থোৱা দুই আলিৰ মূৰলৈকে আহিলোঁ আৰু ঠিক সাড়ে তিনি বজাত সত্যাগ্ৰহৰ বাবে নিৰ্দ্দিষ্ট কৰা কথাখিনি গালোঁ। জিলা কংগ্ৰেছ কমিটী, এনে কি পুলিচেও ভাবিব পৰা নাছিল যে ইমানখিনি মানুহ গোট খাব। বহুত মানুহ গোট খাইছিল তাত। পুলিচ চুপাৰিণ্টেণ্ডেণ্টে মোক ৫।৬ মিনিটৰ ভিতৰতে বন্দী কৰিলে। মই সুখী হলোঁ। বহুত মানুহ গোট খোৱা এখন সভাত বক্তৃতা দিয়াও এক কথা আৰু মানুহৰ আগত এটা সত্যা-গ্ৰহী কথা উচ্চাৰিত কৰাও আন এটা কথা। সেই মানুহ বিলাকে মোক চাবলৈ আৰু এবাৰ স্পৰ্শ কৰিবলৈ এনে হেতা-ওপৰা লগালে মই কোনোমতে বাইজৰ মাজৰ পৰা বাহিৰ ওলালোঁ।



১৯৪০ চনৰ ১১ ডিচেম্বৰত গুৱাহাটীত বিৰাট জনতাৰ আগত বৰদলৈয়ে
'ব্যক্তিগত সত্যাগ্ৰহ'ত প্ৰথম সত্যাগ্ৰহী হিচাপে জেললৈ যাব
ওলোৱা অৱস্থাত



১৯৪৯ চনত বৰদলৈয়ে জীপত আইজললৈ যাত্ৰা কৰা দেখা গৈছে

১০ মিনিটৰ ভিতৰতে মই জেলৰ ভিতৰত পাতি থোৱা আদালতত বিচাৰৰ কাৰণে সোমালোঁ। । বিচাৰ আৰম্ভ হ'ল ; তাত মিঃ এইচ, কে, লাহিৰি, ফকৰুদ্দিন আহমদ, উমেশ চৌধুৰী, বিষ্ণু মেধি, লক্ষী বৰা প্ৰভৃতি উপস্থিত আছিল। ৪৫ মিনিটতে বিচাৰ শেষ হল। ৰায় হল এবছৰ বিনাশ্ৰম কাৰাদণ্ড আৰু নিৰ্দ্দেশমতে 'এ' শ্ৰেণীৰ কয়দী বুলি ভুক্ত কৰিলে।

আগৰ পৰা গুৰিলৈকে সকলো সময়তে এচ, পি , ই, এ, চি, জেইল চুপাৰিণ্টেণ্ডেণ্ট আৰু জেলৰ কৰ্ম্মচাৰীসকলে শিষ্টাচাৰ দেখুৱাইছিল আৰু সদয় ব্যৱহাৰ কৰিছিল আৰু মোৰ সুবিধাৰ কাৰণে সকলো কৰিবলৈ প্ৰস্তুত আছিল। মই কিন্তু সাধাৰণ কয়েদীৰ দৰেই নিজকে অনুভৱ কৰিলোঁ।

প্ৰথম ৰাতিৰ কাৰণেই বোধহয় যোৱা ৰাতি মোৰ ভালকৈ টোপনি অহা নাছিল। এটা ডাঙ্গৰ হলত মই শুইছিলোঁ আৰু ৰাতি পাহাৰাৱালাৰ মাজে মাজে মৰা চিঞৰে জীৱনৰ পাৰ্থক্যটো মনত পেলাই দিছিলে। নতুবা মুকলি আকাশৰ জোন আৰু তৰাবিলাক আন ঠাইৰ দৰে ইয়াৰ পৰাও একে কামকে কৰি ৰাত্ৰিটো সমাপন কৰা বুজা যায়। ৰাতি ৯ বজালৈকে পঢ়ি, শুইছিলোঁ।

মই জেললৈ অহাৰ আগতে মোক বহুত মানুহে দেখা কৰিবলৈ আহিছিল। শ্ৰীসোণাৰাম চৌধুৰীয়ে যে কান্দি পেলালে। মই দেখি সন্তোষ পালোঁ যে মোৰ পৰিবাৰ অবিচলিত ভাবে সাহিযাল মাইকী মানুহৰ দৰে ৰব পাৰিছে। কিন্তু মোৰ বাইদেউৰ চকুত এধাৰি চকুলো দেখা পালোঁ।"

গুৱাহাটী জেলত দুদিন ৰখাৰ পিচত যোৰহাট জেললৈ বৰদলৈদেৱক পঠালে। যাবৰ আগতে ঘৰৰ সকলোৰে লগত দেখা হ'ল। ডাঙৰ বাপা অলপ বেছি হতাশ হোৱা যেন দেখি তাক পিঠিত চপৰিয়াই ভালকৈ পঢ়ি বৃত্তি পাবলৈ উদগণি দিলে। যোৰহাট জেলত প্ৰথম দিনা অকলশৰে, পিচ দিনাহে শ্ৰীদেবেশ্বৰ শৰ্ম্মাই লগ ললেহি। ক্ৰমে সকলো সত্যাগ্ৰহী বন্দী তালৈ লাহে লাহে আহিবলৈ ধৰিলে। মেধি, ফকৰুদ্দিন চাহাব, তালুকদাৰ, লক্ষেশ্বৰ বৰুৱা, তেখেতক "বি" ডিভিজন দিলে। আটাইতকৈ আচৰিত মহেন্দ্ৰ চৌধুৰীক "চি" ডিভিজন দিলে। অথচ আন নহলেও তেখেত এজন বি-এল উকীল।

জেইলত বৰদলৈদেৱে এখন কাৰ্য্যতালিকা কৰি লৈছিল,—কোন সময়ত আৰু কিমান সময়লৈ কি কাম কৰিব। তাৰ ভিতৰত নিচেই পুৱাতে ধৰ্ম্মগ্ৰন্থ পাঠ গীতা বা উপনিষদ, তাৰ পিচত সূতা কটা, কিতাপ পঢ়া, কিতাপ লিখা, ৰাজনৈতিক বিষয় আলোচনা কৰা, খেলা কৰা (কেতিয়াবা ভবা খেলিছিল) বেডমিংটন বা ভলিবল খেলা কৰিছিলেই আৰু ঘাইকৈ কেতিয়াও সূতা কটা খতি নকৰিছিল। পাৰ্য্যমানে জেলত তেখেতে এইদৰেই দিনটোত ১০ ঘণ্টাৰ পৰা ১১ ঘণ্টালৈ কাম কৰিছিল। ডায়েৰিৰ পৰা দেখা যায় তেখেতে সদায় এই তালিকা মতে চলিছিল। ১২।১১।৪০ তাৰিখৰ ডায়েৰিত লিখা আছে : "অকল পঢ়া শুনা কৰিয়েই যেন ভাল লগা নাই, অলপ কিবা লিখিবৰ মন গৈছে।

সম্প্ৰতি মনলৈ এই দুই কথা আহিছে। (১) ইংৰাজীত গান্ধীবাদ সম্বন্ধে লিখিবলৈ (২) কিছুমান জীৱন চৰিত লিখা যেনে শ্ৰীকৃষ্ণ, ৰামচন্দ্ৰ, বুদ্ধ, খৃষ্ট, মহম্মদ, মহাত্মা গান্ধী এই কেইখন অসমীয়াত মোৰ লৰালৈ চিঠি লিখাৰ দৰে লিখিম। (৩) ইংৰাজীত অসমৰ সমস্যা সমূহ সম্বন্ধে লিখি ভাৰতৰ নেতাসকলক জনোৱা।"

দেখা যায় বৰদলৈদেৱে প্ৰথমতে কাম কৰিবলৈ বাহিৰৰ পৰা আৱশ্যকীয় কিতাপ অনাই নিয়মিতৰূপে কিতাপ পঢ়া আৰু লিখা দুয়োটা কাম চলাইছিল। ডিচেম্বৰৰ ৩১ তাৰিখৰ ডায়েৰিত গোটেই বছৰৰ কাৰ্য্যৰ চমুটোকা এটাত এইদৰে লিখা আছে : "এই যোৱা বছৰতনো মই দেশৰ ভালৰ কাৰণে বা মানুহ জাতিৰ কাৰণে কি দান দিব পাৰিলোঁ? এইটো সঁচা যে মই নিজৰ কাৰণে কম চিন্তা কৰিছোঁ, উপাৰ্জনৰ পথ এৰি দিছোঁ আৰু ৰাজহুৱা কামত সম্পূৰ্ণ মন দিছোঁ। একেলগে এসপ্তাহো মই মন বা শৰীৰক জিৰণি দিয়া নাই তথাপিনো বাৰু কি কাম হ'ল? দেশত অৱশ্যে কাৰ্য্যকৰী বিদ্যাৰ স্কুল এখন স্থাপন কৰাটো, কৰিব পৰাটো লেখত লব লগা কামেই। তদুপৰি মাদকতা নিবাৰণ আৰু নিৰক্ষৰতা দূৰীকৰণৰ বাবে কৰাখিনি কামো একেবাৰে দলিয়াই পেলোৱা বিধৰ হোৱা নাই, যদিও গভৰ্ণমেন্টৰ নীতি পৰিচালনাৰ দোষত উপযুক্ত ৰকমে আগ বাঢ়িব পৰা নাই। মোৰ পক্ষে আন এটা আনন্দৰ কথা যে ভাৰতৰ বহুতো নেতাক এই বছৰত লগ পালোঁ। বিশেষতঃ শ্ৰীমুন্সীৰ "সামাজিক উন্নতি" নামৰ কাকতৰ মাদকতা নিবাৰণ বিষয়ৰ প্ৰবন্ধবিলাকে সকলোৰে মন আকৰ্ষণ কৰিব পাৰিছে। তাৰ পিচত "হিন্দুস্থানী প্ৰচাৰ সমিতিৰ" কাৰ্য্যতো কিছু সহায়তা কৰিব পৰাটো আনন্দৰ কথা হৈছে। এচেম্বলী পাৰ্টিৰ দলপতিৰ দৰে দুঃসাধ্য কামৰে সৈতে যোগ দি চালে যোৱা বছৰৰ এই কামখিনি হতাশজনক নহয়। তথাপি মই জেললৈ অহালৈকে প্ৰস্তুত হব পাৰিও মই অনুভৱ কৰিব পাৰিছোঁ যে মই দেশৰ হকে উপযুক্তৰূপে ত্যাগ স্বীকাৰ কৰিব পৰা নাই। সৰু সৰু পোনাকেইটাৰে পৰিয়ালৰ কথা ভাবিলে মন চিন্তাযুক্ত হয় আৰু যেন মোক বিচ্যুত কৰিব খোজে কৰ্ত্তব্য পথৰ পৰা,—যোৱা ৬ মাহৰ পৰাই মই চিন্তা কৰি আছোঁ।

এইটো এতিয়া মোৰ আগত স্পষ্ট যে মই ৰাজনীতিৰ পৰা আঁতৰি যাব লাগিব অন্ততঃ প্ৰাদেশিক নিৰ্ব্বাচন কেন্দ্ৰৰ পৰা। যদিহে কেন্দ্ৰীয় গভৰ্ণমেন্টৰ নিৰ্ব্বাচন হয় আৰু মোৰ সুবিধা যেন বোধহলে হয়তোবা তালৈকে যাব পাৰোঁ। কিন্তু দৰাচলতে ৰাজনীতি ক্ষেত্ৰৰ পৰা অৱসৰ লোৱাই ঠিবাং।

নতুন বছৰৰ গোটেইখিনি নহলেও সৰহ ভাগেই এই বন্দীশালত কটাব লাগিব। মই পাৰ্য্যমানে ইয়াৰ সদ্ব্যৱহাৰ কৰিব লাগিব। মই যি কাৰ্য্য তালিকা আগত লৈ কামত ধৰিছোঁ ঈশ্বৰৰ কৃপাত সেইখিনি কৰিব পাৰিলেই যথেষ্ট। ঈশ্বৰে তাৰ বাবে যেন মোক শক্তি দিয়ে।"

মহাত্মা গান্ধীয়ে বৰদিনৰ বন্ধত সত্যাগ্ৰহ স্থগিত ৰাখিবলৈ এটা নিৰ্দ্দেশ জাৰি কৰিছিল। তাৰ ওপৰত মন্তব্য কৰি বৰদলৈদেৱে লিখিছে—"মহাত্মাজী মহাত্মাই। নতুবা শত্ৰুপক্ষকো বন্ধৰ দিনত আমনি নকৰিবলৈ নিৰ্দ্দেশ দিব পাৰেনে?"

বন্দীশালত সোমোৱাৰ অলপ দিন পিচৰ পৰাই বৰদলৈদেৱে মাছ মাংস খাবলৈ এৰি সম্পূর্ণ নিৰামিষ আহাৰ কৰি চাবলৈ ইচ্ছা কৰিছিল। কিন্তু লগৰীয়া বন্ধুসকলে কেনেবাকৈ স্বাস্থ্য বেয়া হব বুলি মানা কৰি আছিল আৰু তেখেতেও সেই কথা মানি আছিছিল। এতিয়া আন এজন লগৰীয়া পাই ২ জানুৱাৰী তাৰিখৰ পৰা সম্পূর্ণ নিৰামিষ আহাৰ কৰিবলৈ ললে। পিচৰ ডায়েৰিৰ পৰা দেখা যায় যে তাৰ বাবে তেখেতৰ অলপো স্বাস্থ্য বেয়া হোৱা নাছিল। বৰং ইচ্ছা অনুযায়ী চলিব পাৰি ভালেই পাইছিল। এইবাৰৰ বন্দী জীৱনত তেখেতে আকৌ মাছ মাংস খোৱা উল্লেখ পোৱা নাযায়।

মুছলমানৰ পৰ্ব্বদিন "ঈদ" উৎসৱৰ দিনা লিখা টোকা এটা ইয়াত উল্লেখ যোগ্য— তাত আছে: "আজি "ঈদৰ" দিন। কালিযেই ফকৰুদ্দিন চাহাবে মোক আব্ৰাহামৰ ত্যাগৰ বিষয়ে কথাটো গল্পৰ দৰে কৈছিল। মযো বাইবেলত সেই বিষয়ে কালি আবেলি পঢ়িছিলোঁ (লিখা বাহুল্য যে সেই সময়ত বৰদলৈদেৱে যীশুখৃষ্টৰ জীৱনী লিখিবৰ কাৰণে বাইবেলখন আকৌ ভালদৰে পঢ়িছিল।) পুৱা ঈশ্বৰৰ ওচৰত প্ৰার্থনা কৰিছিলোঁ তেওঁ যেন আব্ৰাহামৰ দৰে ত্যাগ কৰিবৰ শক্তি আমাক দিযে। ঈশ্বৰৰ মানত সেৱাৰ অৰ্থে মই হলে পীড়িত আৰু দৰিদ্ৰজনৰ সেৱাকে বুজি পাওঁ। আমি অলপ দিনৰ কাৰণে ঘৰ সংসাৰ এৰি আহিব পৰাটো একো বিশেষ ত্যাগ নহয় বৰং ইযাতকৈ বেছিকৈ ত্যাগ কৰিবলৈ আমি শিকিব লাগিব। তাৰ বাবে নিজক প্ৰস্তুতো কৰিব লাগিব। ঈশ্বৰে আমাক শক্তি দিয়ক আৰু আব্ৰাহামৰ দৰে ঈশ্বৰ প্ৰেমৰ আদর্শ যেন আমাৰ চকুৰ আগত সদায় থাকে।" টোকাত আছে ফকৰুদ্দিন চাহাবৰ অনুৰোধ এৰিব নোৱাৰি অলপ 'কাবাব' খালে—মাংসৰ কাবাব আছিল কাৰণে নিৰামিষৰ পৰা আঁতৰিল। কোমল প্ৰাণৰ বৰদলৈৰ স্বভাৱ এনে আছিল।

ইয়াৰ কেইদিন মানৰ পিচতে আহিল আমাৰ মাঘবিহু। উৰুকাৰ দিনাৰ টোকাত তেখেতৰ ঘৰলৈ মনত পৰাৰ কথা উল্লেখ প্ৰসঙ্গত লিখিছে: "আগৰ দৰে ভেলাঘৰত লৰা ছোৱালী কেইটাক পোলাও খাবলৈ জোগাব কৰি দিব পাৰিছেনে চাগৈ। মই এবাৰ দৰে সিহঁতে মাংস কিয় এৰিব? কিন্তু টকা পইচাৰ অভাৱত কিনিব নোৱাৰিবৰো কথা। ঈশ্বৰৰ যেনে ইচ্ছা তেনেই হওক, মোক যেন ঈশ্বৰে সহ্য শক্তি দিযে।"

জেলৰ কৰ্তৃপক্ষই মাঘবিহু পালনৰ সকলো সুবিধা ৰাজনৈতিক সকলো বন্দীকে দিছিল। টোকাত আছে: "যোৱা ৰাতিসকলোকে মাংস খাবলৈ দিলে (উৰুকাৰ ভোজ)। আজি পুৱা সকলোকে লগ হৈ মেজি পুৰাবলৈ সুবিধা কৰি দিলে। মেজিৰ ওচৰত আমাৰ তালুকদাৰ ডাঙৰীয়াই নাম ঘোষা পাঠ কৰিলে আৰু তাতে ৩।৪ টা নাম গালে আৰু তাতে প্ৰসাদ বিলোৱা হ'ল। ১১ বজাত আমি খবৰ পালোঁ যে লক্ষেশ্বৰ বৰুৱা আহিব। দেবেশ্বৰ শৰ্মাৰ ঘৰৰ পৰা পঠোৱা লুচি, পিঠা, ডালি প্ৰভৃতি খোৱা হ'ল। মোৰ পক্ষে যথেষ্ট ভোজনেই হ'ল। গধূলি আমাক সাধাৰণ ভাবেই খাবলৈ দিলে। আজি দিনটো চুটি হিচাবেই কটোৱা হ'ল। ঘৰৰ পৰা এটুকুৰি সুমথিৰা টেঙা পঠিয়াইছিল, কিন্তু খবৰ বাতৰি হলে একো নাই। বাপালো কিয় অহা নাই। বিষ্ণুপ্ৰাণেও দেখোন মোৰ খবৰ লোৱা নাই? এইবোৰ মাথোন মনলৈ অহা কথাহে কিন্তু ঈশ্বৰে নিশ্চয় সকলো কথা যোগ্য ভাবেই ঘটাব।"

জেইলত ঠক্কৰ বাপা, ভাওাৰি আৰু শ্ৰীচলিহাই দেখা কৰে। তাত অতিশয় সন্তুষ্ট হৈ টোকাত লিখিছে : ''মই ঠক্কৰ বাপাইঁতক দেখা পাই বৰ আনন্দ পালোঁ। আৰু আমাৰ অভাৱৰ বিষয়ে খবৰ কৰাটো কেনে শোভন কথা। প্ৰভু দয়ালজীয়ে যাতে আৰু অলপ ''নবছাৰি'' পাজি পঠাই, জনাবলৈ কলো। ভাওাৰিক শ্ৰীমান গণেশলৈ লিখিবলৈ কলোঁ। যে যেনে তেনে গাড়ীখন বেচিবৰ দিহা কৰে যেন। জানি দুঃখিত হলোঁ। যে একাডেমি হাইস্কুলত (তেখেতে পতা) এতিয়ালৈকে হাতৰ কামৰ শ্ৰেণী খোলা নাই বা সূতা কটাবো দিহা স্কুলত লগাই দিয়া নাই। কেশৱ বৰুৱাক লগ পালে ভাল আছিল, কিন্তু তেওঁ কত আহিব চাগে। ঠক্কৰ বাপাক হিন্দুস্থানী প্ৰচাৰৰ ঘৰটোৰ কাৰণে কলোঁ। আৰু হিমৎসিংজীক কৈ সম্পূৰ্ণ কৰাবলৈ অনুৰোধ কৰিলোঁ।''

বন্দী অৱস্থাত থাকোঁতে বৰদলৈদেৱে যিবোৰ কিতাপ পঢ়িছিল সেই সকলোবোৰৰে সাৰ কথা কেইটা টোকাত তুলি গৈছিল। এই অভ্যাসৰ দ্বাৰা যে লব্ধ জ্ঞান আৰু দৃঢ় ভাবে মনত স্থাপিত হয় তাত অলপো সন্দেহ নাই। সেই আটাইবোৰ টোকা ইয়াত উল্লেখ কৰা সম্ভৱ নহয়। কিন্তু তেখেতৰ জ্ঞানৰ পৰিসৰ কিমান বহল আছিল বুজিবৰ কাৰণে ইয়াত তাৰ এটা টোকা তুলি দিলোঁ। : ''আজি ৰাণাডেৰ 'উপনিষদৰ' কিতাপখন পঢ়ি শেষ কৰিলো। এইখন বৰ জ্ঞানগৰ্ভ কিতাপ। শেষৰ অধ্যায়টোৱেই বৰ চমৎকাৰ। ইয়াৰ পৰা দেখা যায় যে আমাৰ উপনিষদৰ ঋষিসকল বৰ্ত্তমান ইউৰোপীয় চিন্তাশীল দাৰ্শনিকতকৈ বহুতো উন্নত ধৰণৰ আছিল; অন্ততঃ দুটা কথাত সিবিলাকক চেৰ পেলাব নোৱাৰে—প্ৰথম মানৱজাতিৰ একত্বত, আধ্যাত্মিক দৃষ্টিৰ পৰা যি একত্ব দেখিছিল তাৰ নাম দিছিল,—আত্মা। এই আত্মা 'মন' নহয় আৰু ইউৰোপীয় দাৰ্শনিকে যিটো 'Self' শব্দৰে আত্মা বুজায় সিও নহয়। সিও হৈছে অনন্ত ব্ৰহ্মাৰ সত্তা উপলব্ধি কৰিব পৰা এটা 'সত্তা' মাথোন। দ্বিতীয়—ব্ৰহ্মাৰ উপলব্ধি, বিচাৰ বুদ্ধি বা জ্ঞানৰ দ্বাৰা কৰিব নোৱাৰি কিন্তু সেই আত্মান্ বা ব্ৰহ্ম সাধাৰণ ইন্দ্ৰিয়গম্য বস্তুৰ দৰেই উপলব্ধি কৰিব পৰা বস্তু। যি উপায়ে তাৰ উপলব্ধি কৰিব পাৰি সি হৈছে সহজাত শক্তি (Intiution)। এই শক্তিটো আত্মাৰে এটা গতিৰ পৰিণতি যাৰ দ্বাৰা আত্মাক অকল দেখাই নহয় সেই সত্তাত থাকি অনন্ত কাল আনন্দ উপভোগ কৰিব পৰা যায়। মোৰ মনেও সেই অনন্ত আনন্দধাৰা লাভ কৰিবলৈ আগ্ৰহান্বিত হবই। কিন্তু ইন্দ্ৰিয় গ্ৰাহ্য জগতত এনে দৰে পোত খাই আছোঁ আৰু মোৰ মন অনাশক্তিৰ পৰা ইমান আঁতৰত আছে যে জীৱনত কেতিয়াবা তেনে সত্য উপলব্ধি কৰিব পাৰিম আশা নাই। কিন্তু তেওঁৰ কৃপাতেই যেন সকলো বস্তুকে স্ব স্ব স্বৰূপত দেখা পাবলৈ শক্তি পাওঁ আৰু নিস্বাৰ্থ ভাবে সকলো কাম কৰিবলৈ সুযোগ পাওঁ।''

কুমাৰাপ্পাৰ ''গাৱঁলীয়া আন্দোলন কিয়?'' কিতাপখন পঢ়ি যি টোকা লিখিছিল তাৰ এটা চমু আভাস ইয়াত দিয়া হল। তাত লিখিছে : ''সকলো বিষয়তে আমাৰে সৈতে মতৰ মিল আছে। মোৰ আগৰে পৰা হৈ থকা সিদ্ধান্তবোৰকে যেন কিতাপখনত লিপি-বদ্ধ কৰা হৈছে মাথোন। কিতাপখন লিখাৰ প্ৰণালীটো বৰ সুন্দৰ, মনমোহা হৈছে। গাৱঁৰ অৰ্থনীতি গণতান্ত্ৰিকতাৰ বিষয় আৰু অলপ বহলাই লিখা হলে ভাল আছিল।

. ....................মহাত্মা গান্ধীৰ আদৰ্শবাদটো এই কিতাপত ফুটি উঠিছে ; কাৰণ লিখক অকল আদৰ্শবাদীয়েই নহয় ; নিজে জীৱনত গাওঁৰ মাজত থাকি কাম কৰা মানুহ ।

মই এইটো দুঃখেৰে হলেও উল্লেখ কৰিব লাগিব যে আমাৰ আলোচনাৰ পৰা এইটো স্পষ্ট বুজা গৈছে যে যদিও সিদ্ধান্ত হিচাপে আমাৰ ভিতৰত মতভেদ নাই । বহুতো আমাৰ লগৰীয়া বন্ধুৱে এই আদৰ্শবাদৰ অন্তৰ্নিহিত কথা বা তাৰ বাবে কেনে জীৱন যাপনৰ প্ৰয়োজন সেই বিষয়ৰ ধাৰণা নাই ।"

এসময়ত সিবিলাকৰ আলোচনা প্ৰসঙ্গত এটা তৰ্ক উপস্থিত হল । এজনে কলে- "যদি মোক লগত কোনো চিপাহী চন্তৰী নিদিয়াকৈ এই জেলৰ পৰা আন জেললৈ বদলি কৰে তেন্তে মই স্বইচ্ছাই সেই জেললৈ যাম নে নাযাম ? মই হলে যাম ।" তেনেতে আন দুজনে কলে—"কিয় যাম ? আমি আইন লংঘনকাৰী মানুহ, কিয় নিয়ম মানি তালৈ যাম ? নিজ খুচিমতে য'লৈকে ইচ্ছা যামগৈ বা ঘৰলৈ যামগৈ । এই প্ৰসঙ্গত ডায়েৰিৰ বৰদলৈৰ টোকাত এইদৰে আছে : "এনে সৰু কথাৰ মাজেদিযেই মানুহৰ মন বুজিব পাৰি । গান্ধীজীৰ আইন অমান্য আন্দোলনে সকলো আইনকে লংঘনকাৰী কৰিবলৈ নিৰ্দ্দেশ দিয়া নাই । মোৰ বোধেৰে তেখেতে এনেবোৰ আইনহে অমান্য কৰিবলৈ দিছে যিবোৰ যুক্তি হীনতাৰ কাৰণে সমৰ্থনযোগ্য নহয় । সকলোবোৰ আইন নিয়ম বা বিধান অমান্য কৰিবলৈ দিয়া নাই । তথাপি আমাৰ বহুতে ভাবে যে আমি যিহকে তিহকে অমান্য কৰিব পাৰোঁ । মই ভাবোঁ যে আমাৰ কংগ্ৰেছৰ লোকসকলেহে মহাত্মাজীক বেছি ৰকমে ভুল বুজিছে । সেই কাৰণে ভাবোঁ যে তেখেতে শীঘ্ৰে এই আন্দোলন স্থগিত কৰি দিয়া ভাল । বহুত সময়ত "অহিংসাবাদৰ" বিষয় আমাৰ ভিতৰত আলোচনা হলে মই অন্তৰে অন্তৰে বৰ দুখ অনুভৱ কৰোঁ, মোৰ মনেৰে—অহিংসাবাদটো ধাপ্পাবাজী নহয়, ভুৱা দিয়া কথাও নহয় বা কোনো সুযোগ লৈ কাম কৰা পন্থাও নহয় । কোনো ভাল ফল পাবৰ হলে উপায়টো ভাল হব লাগিব (এয়ে মাহাত্মাজীৰ শিক্ষা) । আমি প্ৰায়ে পাহৰো যে সকলো কাৰ্য্য এনে কি চিন্তাবো এটা ফল আছে । সেইদৰে জাতি এটাৰ কথাটো খাটে । নতুবা এই যুদ্ধৰ অৰ্থ কি ? নতুবা আমাৰ মাজতে বা ইমান ভয়ঙ্কৰ বিভেদ কিয় হবলৈ পায় ? আমি যদি আনৰ কামত আসোৱাহ দেখোঁ বা সন্দেহ কৰোঁ আনে নো কিয় আমাক সন্দেহ নকৰিব ? এইবোৰ ভাব বন্দীশালৰ কষ্টতকৈ মনত বহুত গুণে কষ্ট পাওঁ । শাৰীৰিক কষ্ট সহ্য কৰা বৰ সহজ কিন্তু যেতিয়া আমি দল হিচাপেও আমাৰ আদৰ্শ ৰক্ষা কৰিব নোৱাৰোঁ তেতিয়া যেন জীৱনৰ অৰ্থই নোহোৱা হৈ পৰে । এনে দলত থকা কিমান দূৰ সম্ভৱ হব ?"

এসময়ত স্বাধীনতা পালে নো আমাৰ দেশত কেনেধৰণৰ গভৰ্ণমেণ্ট হলে ভাল হব এনে বিষয়ৰ আলোচনা দৈনিক আলোচনা সভাত হৈছিল । সেই দিনাৰ লিখা বৰদলৈৰ ডায়েৰিৰ টোকাত আছে : "আজিৰ আলোচনা প্ৰসঙ্গত বুজি পালো আমাৰ বহুতৰেই বিভিন্ন দেশৰ বিভিন্ন আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত বিভিন্ন শাসন পদ্ধতিৰ বিষয়ে বহুতেই অজ্ঞ । ইবিলাকেনো গণ-পৰিষদত বহি কেনেকৈ আমাৰ দেশৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব ? আমি ইমান দুখীয়া ।"

অলপ অলপ কথাতে জেলত বন্দীসকলৰ ভিতৰত মতভেদ দেখা দিয়ে। বিশেষতঃ খোৱাৰ বিষয়েই বহুত আপত্তি হয়। এসময়ত এজন লগৰীয়া বন্ধুৱে বৰদলৈদেৱক লক্ষ্য কৰি কলেঃ “ভাল মানুহ বিলাকৰ লগত পৰি আমি মনে মনে থাকিব লগা হৈছে; নতুবা জেইলৰক চালোহেঁতেন এবাৰ।” এই মন্তব্যত দুঃখ কৰি বৰদলৈয়ে টোকাত লিখিছে: “কি কাৰণে ইবিলাক ইমান অতিষ্ঠ হৈ উঠে? জেল কৰ্ত্তৃপক্ষৰ বিপক্ষে কৰলৈ একো দেখা নাযায়, বৰং সিবিলাকে আমাৰ লগত সদায় ভাল ব্যৱহাৰেই কৰে। এনে মনঃক্ষুণ্ণৰ কাৰণ হৈছে যে ইয়াত যি অলপ অসুবিধা হয় তাৰ লগত নিজকে খাপ খুৱাই লব নোৱাৰে। সেৱা ভাগৰ পৰা কৰা কৰ্ম্মীৰ পক্ষে ই অশোভন।”

এসময়ত ‘চি’ ডিভিজনৰ লৰাইঁতে জাতীয় গান গোৱাত জেলৰে আপত্তি কৰিলে। বৰদলৈদেৱে মধ্যস্থ হৈ সকলোকে মিলাই দিলে। দেখা যায় লগৰীয়া ফাটেকিয়াল সকলৰ সুবিধাৰ কাৰণে বৰদলৈদেৱ সততে সাৱধান আছিল।

বহাগৰ বিহুৰ দিনাৰ টোকাত লিখিছে: মই আজি ১১০৫ গজ সূতা কাটিলোঁ। পুৰণি বছৰ যোৱাৰ লগে লগে নতুন বছৰ আহিল আৰু মোৰ মনত নানা ভাবে খেলাইছে। কিন্তু মই সেইবোৰ নোটোকোঁ। সকলো বিষয়তে অসমীয়া মানুহৰ দৈন্যতা চকুত পৰে। যিটো আন্দোলনত আমি আছোঁ তাত মানুহৰ মাজত উত্তেজনা হব লাগিছিল; কিন্তু আমি ইমান দুখীয়া যে কতো এটি কবিতাবা এটি গান শুনিবলৈ নাপাওঁ। এনে ধৰণৰ আন্দোলনে সাহিত্য সৃষ্টি কৰে। আন আন বহুতো ভাষাত হয়তো হৈছে কিন্তু অসমীয়াত একো নাই। বাঙলী বিহুৰ দিনা বন্দীশালত থকা সকলৰ পৰাও বিহুনাম হুচৰি শুনিবৰ ইচ্ছা হয় আৰু মোৰ সন্দেহ হয় ইয়াৰ বাবেও কিজানিবা আমাৰ ওপৰৱালা সকল বিৰক্ত হয়। ..................মোৰ এনেহে লাগে যেন কেশাৰীমান কবিতাকে লিখোঁ কিন্তু মোৰ মনৰ গতি এতিয়া গদ্যময় আৰু জেলৰ নিয়মৰ বহিৰ্ভূত হববো ভয় আছে। মই পৰা-পক্ষত কেতিয়াও বন্দীশালৰ নিয়ম ভঙ্গ নকৰোঁ আৰু পালন কৰি চলিবলৈহে যিমান দূৰ পাৰোঁ চেষ্টা কৰিছোঁ। ....................স্বাভাৱিকতে এটা বেজাৰৰ ভাবেই মোক আগুৰি ধৰিছে।”

যি দুজন কয়দীয়ে বৰদলৈদেৱহঁতৰ পৰিচৰ্য্যা কৰিছিল সিহঁতৰ নাম হল চেনিৰাম আৰু পুৱাৰাম। বৰদলৈদেৱে সিহঁতক পঢ়াবলৈ ধৰিলে অৱসৰ বুজি। সেই প্ৰসঙ্গৰ টোকাত আছে: “সিহঁত দুটাক পঢ়োৱা মোৰ এটা অভ্যাস হৈ উঠিছে। মোৱা ১৪ ফেব্ৰুৱাৰী তাৰিখৰ পৰাই (সেই দিনা ১৬ এপ্ৰিল) সিহঁতক পঢ়াবলৈ লৈছোঁ। সিহঁতক ইংৰাজী পঢ়াবলৈ মোৰ মন নাছিল, তাবে নো সিহঁতে কি কৰিব? তথাপি এটা সময় খেদাবৰ কাম বুলিও লৈছোঁ।”

হিন্দু মুছলমানৰ সাম্প্ৰদায়িক সমস্যা সমাধানেৰে মুচ্‌লিম লীগৰ পাকিস্থানৰ দাবী লৈ তেতিয়া ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰ তোলপাৰ। ইয়াৰ সমাধানৰ বাবে কত মতামত বাক্‌বিতণ্ডা চলিছে তাৰ যেন অন্ত নাই। সেই অচল অৱস্থা দূৰ কৰিবৰ কাৰণে লাহোৰৰ পৰা ছাৰ ছিকন্দৰ হায়াত খাঁই এটা প্ৰস্তাৱ কৰিছিল। খবৰৰ কাগজত সেই সম্বন্ধে পঢ়ি বৰদলৈদেৱে ১৭।৩।৪১ তাৰিখৰ টোকাত লিখিছে,: “ছাৰ ছিকন্দৰেও সমাধানৰ

পোণপটীয়া কোনো উপায়ৰ কথা কোৱা নাই কিন্তু সমাধানৰ কাৰণে তেখেতৰ মতে প্ৰদেশবোৰ স্বাধীন হব লাগে আৰু কিছুমান বিষয়ত কেন্দ্ৰীয় গভৰ্ণমেণ্টক ক্ষমতা দিব লাগে। মই সঁচাকৈয়ে বুজি নাপাওঁ যে পাকিস্থান মানে নো ইয়াৰ বাহিৰে কি হব পাৰে? কিন্তু তাকো গ্ৰহণ কৰিব পাৰি যদি ভাষা আৰু কৃষ্টিৰ ভেটিত প্ৰদেশবোৰ পুৰ্ণগঠিত হয়। জানি আচৰিত যে অন্ধ্ৰ প্ৰদেশৰ বিশ্ববিদ্যালয়ৰ চি-ৰেড্ডীয়েই ভাবে যে অসম এখন মুছলমান প্ৰধান দেশ। মুছলীম লীগৰ মতে পাকিস্থানৰ ভিতৰ হব লগা দেশ যে অসমখন নহয় এই কথা ভাৰতীয় লোকক বুজাবলৈ বা জানিবলৈ কোনো নাই। শ্ৰীহট্ট বিচ্ছেদ আৰু অসম এখন স্বকীয়া প্ৰদেশ ৰূপে (স্বাধীন) গঠিত কৰিবলৈ এতিয়াৰ পৰা আন্দোলন কৰিবৰ সময় হল। ব্যক্তিগত ভাবে মই ভাবোঁ যে পাকিস্থানৰ অন্তৰ্ভুক্ত হোৱাতকৈ আমাৰ প্ৰদেশখন স্বাধীন সীমান্ত প্ৰদেশৰূপে স্বকীয়া ভাবে থকাই বাঞ্চনীয়।"

১৯৪১ চনত বৰদলৈদেৱে যি মন্তব্য প্ৰকাশ কৰিছিল তাকেই সাৰোগত কৰি লৈ পাৰ তাৰ বাবে মন্ত্ৰীমিছনৰ কথাত ১৯৪৬ চনত কেনে পৰিশ্ৰমেৰে যুঁজিব লগাত পৰিছিল সেই বিষয়ে এটা স্বকীয়া অধ্যায়ত ইয়াৰ পিচত দিয়া হৈছে।

বৰদলৈদেৱৰ ডিচেম্বৰ মাহৰ (১৯৪০ চনৰ) ১১ তাৰিখে ফাটেক হয়। যোৱা ফেব্ৰুৱাৰী মাহৰ পৰাই তেখেতৰ চকুত আজাৰ আৰম্ভ হয়, লগে লগে তেখেতৰ তেজৰ চাপ বৃদ্ধি হবলৈ ধৰে। ফলত তেখেতৰ স্বাস্থ্য বৰ বেয়া হবলৈ ধৰিলে। কোনো কোনো দিনা বিছনাত পৰি থাকিব লগা হয়। তেখেতৰ ডায়েৰিত টোকা কৰা আছে যে কেতিয়াবা তেখেতৰ অসম্ভৱ ভাগৰ লগাদি লাগে যেন কিমান ওখ ঠাইলৈ উঠিছে। মাজে মাজে টোপনিৰো ব্যাঘাত হয়। ক্ৰমে আকৌ ভৰিত এডোখৰ বেচুৰ দৰে ঘাও দেখা দিলে।

ডায়েৰিত আছে: "১৯।৫।৪১ তাৰিখে জেল বিভাগৰ মন্ত্ৰী শ্ৰীচৌধুৰীয়ে (শ্ৰীৰোহিনী কুমাৰ চৌধুৰী) পৰিদৰ্শন কৰিবলৈ আহিল; লগত আহিল বিভাগীয় কমিচনাৰ চাহাব, ডেপুটি কমিচনাৰ আৰু চিভিল চাৰ্জন। ইয়াত লিখিব লগা কথা কমেই আছে। মই ভাবিলোঁ তেওঁ (চৌধুৰী) যেন অলপ ইতস্ততঃ কৰিছে, সম্ভৱতঃ পুৰণি কথা মনত পৰিছে। মই হলে একো ভবা নাই। মই যেন এজন পুৰণি বন্ধু লগ পাইছো এনে কি হয়তো বা ব্যৱহাৰত মই কেতিয়াবা কয়েদীৰ (ভাব নথকা বাবে মনত) সীমাকে পাৰ হৈছিলোঁ। আমাৰটো কিছুমান কথা দেখা দেখি হৈয়ে আছিল। ঘৰটোত অসহ্য গৰম, বিছনাৰ দুৰৱস্থা আৰু মই ঠিয়ৈ ঠিয়ৈ সূতা কটা দেখাই পাইছিল। মোৰ সূতা কটা, পঢ়া আৰু কিতাপ লিখাৰ বিষয়েই কথা-বাৰ্তা হ'ল। মই কবলৈ বাধ্য হলোঁ যে তেজপুৰ জেলৰ বন্দীক ৰাখিবলৈ "এ" বিভাগৰ ঘৰ এনেয়ে খালি হৈ পৰি আছে আৰু আমি এনে দুই যেন ঘৰৰ তলত থাকিব লাগে কিয়? অমিয় তাতে আছে তেওঁকটো সেইটো ঘৰত থাকিবলৈ দিব পাৰে। তাৰ পিচত এখন ভাল বেতৰ চকি আহিল। শ্ৰীদেবেশ্বৰ শৰ্মাই চৌধুৰীৰ লগত ভালকৈ কথা পতা নাছিল; যি দুআষাৰ কৈছিল তাকো পোনতে খুটিয়াই দিয়াতহে। বিশেষতঃ মিঃ ওৱাকাৰ চাহাব যানিবা তেতিয়া আগ বাঢ়ি কথা পাতিবলৈ ধৰাত শৰ্ম্মা ৰক্ষা পৰিল।

যেই হওক সেই পুৰণি চৌধুৰীৰ বিষয় মোৰ অলপ ভাব আহিল। তেখেতৰ ভিতৰলৈ এতিয়া কিমান পৰিবৰ্ত্তন আহিছে ? মই কোৱা শুনিছো যে মই মন্ত্ৰী হোৱা শুনি তেখেত বৰ ঈৰ্ষান্বিত হৈ উঠিছে। কিন্তু তেওঁৰ প্ৰতি মই ঈৰ্ষান্বিত হোৱাৰ কথাই নাই বৰং অলপো বেয়া ভাবো মোৰ নাই (তেওঁৰ ওপৰত) এতিয়াও। মই ঈশ্বৰক প্ৰাৰ্থনা কৰোঁ। তেওঁ যেন প্ৰকৃত পথৰ সন্ধান পায় আৰু সেই মতে চলিবলৈ শক্তিমন্ত হয়। এনে অৱস্থাত মই মোৰ নিজ ভাই এজনৰ পক্ষেও ইয়াতকৈ আন দৰে নাভাবিলোঁহেঁতেন। ইমানখিনি গবেষণাৰ পিচত যি নীতি মানিছোঁ তাক এৰাতকৈ মৃত্যু মোৰ পক্ষে শ্ৰেয়: হব। ঈশ্বৰে আমাক প্ৰকৃত পথ দেখুৱাই দিয়ক।”

যি হওক পিচ দিনাই জেইলাৰ আহি বৰদলৈদেৱক কলে যে মন্ত্ৰী চৌধুৰী ডাঙৰীয়াই তেখেতক তেজপুৰৰ “এ” ডিভিজনৰ ওৱাৰ্ডলৈ মৌ: ফকৰুদ্দীন চাহাবে সৈতে বদলি কৰিছে। কথাটো শুনি বৰদলৈদেৱ আচৰিত হল। কালি নিতান্ত সহজ ভাবে কথাটো কওঁতেই বদলি কৰা ঠিক হোৱা নাই। যি হওক দেখা যায় ইয়াত তেখেতে বেয়া পাইছিল আৰু পিচদিনা চুপাৰিণ্টেণ্ডেণ্টে কি কয় জানিবলৈ উৎসুক হৈ থাকিল। পিচ দিনা চুপাৰিণ্টেণ্ডেণ্টে সকলো কথা জানি আলচ কৰিলে আৰু বৰদলৈদেৱে বদলি নালাগে বুলি গভৰ্ণমেণ্টলৈ এখন চিঠি লিখি দিলে। তেখেতৰ অনিচ্ছাত জেইলাৰে ভালেই পাইছিল আৰু সঁচাকৈয়ে বদলি হবলৈ নহ'ল। কিন্তু মৌ: ফকৰুদ্দীন চাহাব তেজপুৰলৈ বদলি হৈ গ'ল।

গোটাদিয়েক দিন যোৱাৰ পিচত এদিন তেখেতে খবৰ পালে যে গভৰ্ণমেণ্টে তেখেতৰ শৰীৰৰ অসুস্থতাৰ কাৰণে খালাচ দিবলৈ প্ৰায় স্থিৰ কৰিছে। এই কথা জানি তেখেতে নিতান্ত উদ্বিগ্ন হৈছিল আৰু কৈছিল: “মোক এটা আপচু অৱস্থাত পেলাবলৈকে গভৰ্ণমেণ্টে এনে দৰে খালাচ দিব খুজিছে। আচলতে মোৰ স্বাস্থ্য ইমান বেয়া হোৱা নাই যে মই খালাচ হব লাগে। যদি মোক খালাচ দিয়েও মই আকৌ সত্যাগ্ৰহ কৰিম।” যি হওক তেখেতে স্থিৰ কৰিলে যে তেখেতৰ মনৰ কথা চুপাৰিণ্টেণ্ডেণ্টক কব আৰু তাৰ পিচত যি হয় হব। পিচদিনা তেখেতক কলে। ১০ তাৰিখে শ্ৰীনবকুমাৰ দত্ত এম-এল-এ জেইললৈ আহি খাতাং খবৰ দিলে যে ২।১ দিনতে তেখেতৰ খালাচৰ হুকুম আহিবই ; শিলংত তেখেতে সকলো জানি আহিছে। চুপাৰিণ্টেণ্ডেণ্টে ডেপুটি কমিচনাৰকো জনালে যে বৰদলৈদেৱে এই অৱস্থাত আগতীয়াকৈ খালাচ নিবিচাৰে আৰু লিখি দিয়া চিঠিখনো গভৰ্ণমেণ্টলৈ পঠাই দিলে। বৰদলৈদেৱে ইতিমধ্যে মহাত্মাজীলৈ পৰামৰ্শৰ বাবে লিখিবলৈ আৰু তাৰ পৰা হুকুম আহিলেই সত্যাগ্ৰহ কৰিবলৈ স্থিৰ কৰিলে। চুপাৰিণ্টেণ্ডেণ্টে কৈছিল : আপোনাৰ শৰীৰৰ অসুস্থতাৰ কথা মই লিখি জনাবলৈ বাধ্য। তদুপৰি ইয়াৰ আগতে ডা: ভুবনেশ্বৰ বৰুৱাও চাই গৈ গভৰ্ণমেণ্টৰ ওচৰত আপোনাৰ স্বাস্থ্যৰ বিষয়ে ৰিপৰ্ট দিছে।

১৮।৬।৪১ তাৰিখৰ ডায়েৰিত আছে: “মই বৰ মক্কিলত পৰিলোঁ। ৩।। বজাত জেইলাৰে খবৰ দিলে যে গভৰ্ণমেণ্টে মোক খালাচ দিছে। মই আগতে শুনিলেও এই কথা আশা কৰা নাছিলোঁ। আৰু সঁচাকৈয়ে এইটো ভাল পোৱা নাই। ই মোক আন



বৰদলৈয়ে গান্ধীজীৰ চিতাভস্ম লৈ ব্ৰহ্মপুত্ৰৰ বালিলৈ
যাব ওলাইছে—গুৱাহাটী উপায়ুক্তৰ বঙলাৰ পৰা



বিশ্ববিদ্যালয় আয়োগৰ সভাপতি ডাঃ ৰাধাকৃষ্ণনৰ লগত গুৱাহাটীত
বৰদলৈ কথাবতৰা হৈছে

জঞ্জালত হে পেলাব। মই আচলতে এনে অসুস্থ নহওঁ যে জেলত থাকিব নোৱাৰোঁ ; কিন্তু গভৰ্ণমেণ্টে বিপৰীত ভাবিলে। এইটো "চৌধুৰীৰ" কাম বুলি ভাবিবলৈ মোৰ যথেষ্ট কাৰণ আছে তেখেতৰ মনত আন কিবা ভাব থাকিলেও মই ধৰি লৈছোঁ যে মোৰ স্বাস্থ্যৰ কাৰণেই তেখেতে উদ্বিগ্ন হৈছে। যি হওক মোৰ কথাও খাটাং। মই কাইলৈ পুৱাই মহাত্মাজীলৈ টেলিগ্ৰাম কৰিম আৰু তেখেতৰ পৰা হুকুম বিচাৰিম সত্যাগ্ৰহ কৰিবলৈ। যাতে কোনো প্ৰতিক্ৰিয়াই দেখা নিদিয়ে। সেই বাবে মই এতিয়াই ঘৰলৈ নাযাওঁ। যদিহে ইতিমধ্যে মহাত্মাজীয়ে হুকুম নিদিয়ে তেন্তে জাহাজেদি ঘৰলৈ যাম আৰু যদিহে হুকুম পাওঁ তেন্তে ২১ বা ২২ তাৰিখে আকৌ সত্যাগ্ৰহ কৰিম।"

মুঠতে সেই দিনাই খালাচ হৈ ওলাই আহি যোৰহাটত ২৪ তাৰিখলৈ থাকিও মহাত্মাজীৰ পৰা কোনো খবৰ নাহিল। জাহাজেদি যোৱাও বহুত ব্যয় সাপেক্ষ কাৰণে তেখেতে ২৫ তাৰিখে মটৰেৰে (শ্ৰীৰামনাথ দাসৰ) গুৱাহাটী পালেহি । ২৮ তাৰিখে মহাত্মাজীৰ পৰা উত্তৰ আহিল—"মোৰ আপত্তি নাই, আশাকৰোঁ স্বাস্থ্যৰ উন্নতি হৈছে।" ইতিমধ্যে ডাঃ হৰেকৃষ্ণ দাস ডাক্তৰীয়াই চকু পৰীক্ষা কৰি কিছু দিনলৈ চিকিৎসা কৰিবই লাগিব বোলাত সত্যাগ্ৰহ কৰা কিছুদিনলৈ স্থগিত কৰিব লগাত পৰিল। মুঠতে তেখেতে আৰু সত্যাগ্ৰহ কৰিব লগাত নপৰিল। দেশৰ বৰ্ত্তমান পৰিস্থিতিত এতিয়া তেখেতে আকৌ কামত মন দি গোটেই ঠাইতে ফুৰি সত্যাগ্ৰহীসকলৰ মাজত কাম কৰিবলৈ ধৰিলে। ইতিমধ্যে এইটোও বুজিলে (সেই সময়ৰ দেশৰ ৰাজনৈতিক পৰিস্থিতি দেখি) যে আমাৰ দেশৰ পক্ষে ব্যৱস্থাপক সভাৰ কামত আমি আকৌ যোগ দিব লাগে। সেই মৰ্ম্মে তেখেতে এফালে এম-এল-এ সকলৰ মত বিচাৰি চিঠি দিলে ; আন ফালে মহাত্মাজীৰো মতামত বিচাৰিলে। লগে লগে সেইবাৰ মানুহ গণনাৰ দিন আছিল। সেই গণনাৰ কিছুমান বেয়া বিধানৰ বাবে আমাৰ দেশৰ গণনাকাৰ্য্যত বহুত দোষ থাকি গ'ল। তাৰ বিৰুদ্ধে এখন স্মাৰকপত্ৰ তেখেতে দাখিল কৰিলে।

ইয়াৰ ভিতৰতে মহাত্মাজীৰ পৰাও সন্মত অহাত স্থিৰ হল যে অসমৰ ব্যৱস্থাপক সভাত কংগ্ৰেছী সদস্যসকলে যোগ দিব পাৰিব। তাৰ বাবেই আকৌ তাত যোগ দিয়া হ'ল। প্ৰথম দিনাই শ্ৰীসিদ্ধিনাথ শৰ্ম্মাই গণনা কাৰ্য্যৰ খুঁত দেখুৱাই ব্যৱস্থাপক সভা স্থগিত ৰখাৰ প্ৰস্তাব আনিলে, পিচত যানিবা একেবাৰে মন্ত্ৰীৰ ওপৰত অনাস্থা প্ৰস্তাব পাছ হ'ল। কিন্তু মন্ত্ৰীসভা গঠন নোহোৱাত ১৯৪২ চনলৈকে মাজতে কিছুদিন আমাৰ প্ৰদেশী গভৰ্ণৰে ৯৩ ধাৰা মতে শাসন চলাইছিল ।

১৯৪২ চনত ৮ আগষ্ট তাৰিখৰ বিখ্যাত "ভাৰত-ত্যাগ" প্ৰস্তাৱৰ জোৰত যি "কৰো বা মৰোঁ" আন্দোলন উপস্থিত হ'ল তেতিয়া আকৌ লোকসকল জেইলত ৰাজনৈতিক নিৰাপত্তা বন্দী হৈ থকা সুযোগত আকৌ চাদুল্লা মন্ত্ৰীসভা গঠিত হ'ল। এই মন্ত্ৰীসভা মণ্ডলীত কিন্তু শ্ৰীৰোহিনী চৌধুৰীৰ ঠাই নহৈছিল। তেখেতে বিৰোধী দলৰ লগত থাকিয়েই কাম কৰিছিল। ৰাজনীতিৰ খেলা এনে বিচিত্ৰপূৰ্ণই সদায়।

আমাৰ প্ৰদেশত বিয়াল্লিচৰ আন্দোলনৰ প্ৰথম নিৰাপত্তা বন্দী হ'ল স্বৰ্গীয় কমলাকান্ত...

আৰু শ্ৰীসিদ্ধিনাথ শৰ্ম্মা। বোম্বাইত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনত যোগ দি ঘূৰি আহি আমাৰ প্ৰদেশত সোমোৱা মাত্ৰকে ধুবুৰীত ১২ আগষ্টতে তেওঁলোক দুজনক বন্দী কৰে আৰু দুয়োকে যোৰহাট জেললৈ চালান দিয়ে আৰু তাতে নিৰাপত্তা বন্দীৰূপে ৰাখে। এইবাৰ যোৰহাট জেললৈ অসমৰ মুখীয়াল কংগ্ৰেছ কৰ্মী সকলোকে নিছিল। বৰদলৈদেৱ আৰু মৌ: ফকৰুদ্দীন আলি চাহাব এটা ঘৰত। আন এটা ঘৰত আন ১১ জন, এটা স্বকীয়া ঘৰত গড়মূৰৰ ডেকা অধিকাৰ গোস্বামী। এসময়ত আমাৰ ৰাজনৈতিক বন্দীৰ সংখ্যা প্ৰায় সাতশৰ ওপৰ পাইছিলগৈ। গতিকে এইবাৰ জেলৰ অৱস্থা অতি বেয়া হৈছিল বুলিব লাগে। অতবোৰ বন্দীক নিয়ম মতে খোৱা, লবলৈ কাপোৰ, শুবলৈ কম্বল, খোৱা বাচন-বৰ্ত্তন দিবলৈ বহুত কষ্ট হৈছিল। পোনতে ৫।৬ শ কয়দীৰ কাৰণে কল গছৰ দোঙা সাজি কিমান দিন খুৱাব! গতিকে জেইল কৰ্ত্তৃপক্ষই নিয়মিতৰূপে খাবলৈ লবলৈ দিব নোৱাৰাত আমাৰ কৰ্মীসকলে আনকি অনশন পৰ্য্যন্ত কৰিব লগীয়া হৈছিল।

আন এঠাইত তেওঁ লিখিছে: ক্ৰমে মোৰ বিশ্বাস জন্মি আহিছে যে বৃটিছ গভৰ্ণমেন্টে স্বেচ্ছায় ক্ষমতা পৰিত্যাগ নকৰিলে আমি সেই ক্ষমতা কাঢ়ি আনিবৰ শক্তি নাই। এইবোৰ কাহিনী যদি সকলো ঠাইতে সত্য হয়, তেন্তে প্ৰকৃততে এই আন্দোলনে আমাক কিমান দূৰলৈ নিব পাৰে, সেই সম্বন্ধে চিন্তা কৰিব লগীয়া। মোৰ মনত ইও নিশ্চয় যে আমি নিয়মিত মতে কাম কৰিলে আৰু সেইমতে সংযত হ'ব পাৰিলে এইটো একো কঠিন কাম নহয়। দৃঢ় সঙ্কল্পৰ ১ লাখ মানুহেও বৃটিছৰ পৰা অহিংসা নীতিৰে পূৰ্ণ স্বৰাজ আদায় কৰিব পাৰিব। কিন্তু আমাৰ দুৰ্বলতা হৈছে তেনে লোকৰ অভাৱ, সেই অভাৱ যদি কোনো দিনাই পূৰণ নহয়, তেন্তে আমাৰ অহিংসামূলক স্বৰাজো তেনে হৈ থাকিব।"

জেলত মহাত্মা গান্ধীৰ অনশনৰ খবৰ ওলাল। সকলো উদ্বিগ্ন হৈ উঠিল। বৰদলৈদেৱে সকলো ৰাজনৈতিক বন্দীৰ লগত আলোচনা কৰি পিচদিনা পুৱাৰ পৰা সন্ধিয়ালৈ সকলোৱে অনশন ব্ৰত পালন কৰিবলৈ ঠিক কৰিলে আৰু মহাত্মা গান্ধীৰ কল্যাণ কামনা কৰি যাতে কৃতকাৰ্য্যতাৰে ব্ৰত উদ্‌যাপন কৰিব পাৰে তাৰ বাবে সমূহীয়াকৈ প্ৰাৰ্থনাৰ ব্যৱস্থা কৰা হ'ল। সেই প্ৰাৰ্থনাত সময়ে সময়ে দুই এজনে বক্তৃতা দিয়াৰ ব্যৱস্থাও হৈছিল। মহাত্মাজীৰ কৃতকাৰ্য্যতাৰে ব্ৰত উদ্‌যাপন কৰাৰ শেষ দিনা পুৱা যি প্ৰাৰ্থনা হৈছিল, সেই সম্বন্ধে টোকাত এইদৰে লিখা আছে—"মনটো সাংসাৰিক ধাউতিৰ ফালে যাব খোজে। মাজে মাজে কিয় এনে হয় কব নোৱাৰো। তথাপি আজি প্ৰাৰ্থনাত অলপ ভালকৈ মন দিব পাৰিছোঁ। ৰাতিপুৱা শ্ৰীমহাদেৱ শৰ্মাৰ কথিত প্ৰাৰ্থনাখিনি এনে ভাল লাগিছিল যে দিনটো সেই কথাখিনি যেন পুন: পুন: মনলৈ আহি আছিল।" এই অনশন ফেব্ৰুৱাৰী মাহৰ ১২ তাৰিখে আৰম্ভ হৈ মাৰ্চ মাহৰ ৩ তাৰিখে শেষ হয়।

ইয়াৰ ভিতৰতে ২৪ তাৰিখে সন্ধ্যা যোৰহাট জেলৰ ৰাজনৈতিক বন্দীৰ ওপৰত যি অমানুষিক অত্যাচাৰ হ'ল—সি অবৰ্ণনীয়। এই অত্যাচাৰৰ মাই কাৰণ হ'ল কিছুমান ৰাজনৈতিক বন্দীৰ ওপৰত প্ৰতিশোধ লোৱা অৰ্থাৎ প্ৰায়েই বন্দীসকলৰ বহুতে জেল কৰ্ত্তৃপক্ষৰ বিৰুদ্ধে নানা আপত্তি আৰু কেতিয়াবা মুখে মুখে বাদানুবাদ হৈ থাকে। ৰাজ-

নৈতিক বন্দীৰ পৰা সাধাৰণ কয়দীৰ দৰে আনুগত্য নাপায়। গতিকে প্ৰতিশোধ লবলৈ এটা ষড়যন্ত্ৰমূলক কাৰ্য্য যেন দেখা গৈছিল। বৰদলৈদেৱে সেই ঘটনাৰ বিষয়ে যি টোকা লিখি গৈছে তাক তুলি দিলেই সকলো বুজিব। তাত আছে :—

"কালি গধূলিৰ গুৰুতৰ ঘটনা জীৱনলৈ মনত থাকিব। গান্ধীজীৰ নিৰাপদৰ কাৰণে প্ৰাৰ্থনা কৰি নিজৰ ঘৰলৈ আহিলোঁ। অলপ পৰ পিচত মনটো বৰ ইছ্-পিছ্ লগাত বাহিৰৰ ডাক্তৰ ৱাৰ্ডৰ বাৰাণ্ডা পাওঁতে সুহৰী আৰু পগলা ঘন্টা শুনিবলৈ পালোঁ। ইয়াৰ পাছত অলপ পৰ নিস্তব্ধ থকা যেন লাগিল। অলপ পাচতে অকৌ হুলস্থুল হোৱাৰ দৰে শুনো। কিন্তু ক'ত হয় কব নোৱাৰোঁ। তাৰ পিচতে এটা নম্বৰ (বন্দী থকা ঘৰ) খোলাৰ পাচত খুব মাৰপিট আৰু আৰ্ত্তনাদ আৰু দাবী-ধমকি শুনো। তিনিটামান ওৱাৰ্ডত এইদৰে হোৱাৰ পিচত ৭ নম্বৰত এনে আৰ্ত্তনাদ, লাঠিৰে মৰাৰ শব্দ আৰু ধপ্‌ধপ্ শব্দ শুনো যে অসহ্য হোৱা যেন লাগিল। বাহিৰলৈ ওলাই যাবলৈকো গেট বন্ধ; ৰখীয়াই যাবৰ হুকুম নাই বুলি কয়। উপায় নাপাই বহি থাকি এই নৃশংস কাণ্ড শুনি থাকিব লগাত পৰে। অলপ পিচতে ওচৰৰ মাইকী মানুহৰ ফাটেকত মানুহ সোমোৱা বুলি গম পাওঁ আৰু তাৰ অলপ পিচতে আমাৰ বেৰেকৰ ভিতৰলৈহে সৰু জমাদাৰে সৈতে ৮।৯ জন মানুহ সোমায়। প্ৰায় আধাঘন্টামান পাছত ১৪ নম্বৰৰ মানুহ আহে আৰু তেওঁলোকৰ পৰা যি শুনিলোঁ কিয় অমানুষিক ঘটনা জেল পক্ষৰ লোকে আমাৰ সেৱক সকলৰ ওপৰত কৰিলে তাক ভাবিবই নোৱাৰি। নিৰাপত্তা বন্দী থকা নম্বৰ, মাইকী ফাটেক আৰু আমাৰ ঘৰৰ বাহিৰে আটাইবোৰ নম্বৰতে যাকে পালে তাকে লাঠিৰে কোবাই মাৰিছে বুলি শুনিলোঁ। ভাত খোৱা ঠাইতো হেনো সেইদৰে প্ৰায় আটাইবিলাককে মাৰি বগৰাই দিলে। কোৱা বাহুল্য মাথোন ৰাতি একো নোখোৱাকৈ পৰি থাকিলোঁ, টোপনি নাহিল। ...................ফকৰুদ্দীনেও নুশুলে। ইয়াৰ ভিতৰত যে জেলৰ জেইলাৰ ইত্যাদিৰো যে যোগ আছে বুজিবলৈ তাক বাকী নাথাকিল।

ৰাতিপুৱা উঠি ঘটনাৰ ঠাই বিলাক চাই আহিলোঁ। গোটেই কেইটা ৱাৰ্ড বা বাৰা ঠাই চালোঁ। তেজে ডোঙা বান্ধি আছে। বহুতৰ কাপোৰ-কানি তেজেৰে ভাহি আছে। ৰাতি প্ৰায় ১২ টা মান বজালৈকে ডাক্তৰে কিবা চিকিৎসা কৰিছিল হেনো। কিন্তু ৰাতিপুৱা ঝুচাচালিৰ নিৰাপত্তা বন্দীৰ ভিতৰত মহেন্দ্ৰ হাজৰিকাৰ মূৰ ফাটি পৰি থকা স্বত্বেও পৰীক্ষা কৰা হোৱা নাছিল। জুই লগা ঠাই আৰু খেৰ ইত্যাদি চাই জুই লগা কথাটো নিজে সৃজন কৰা যেন লাগিল। আজি এখন প্ৰধান মন্ত্ৰীলৈ টেলিগ্ৰাফ কৰিবলৈ ঠিক কৰিলোঁ। এই কথা সহ্য কৰি থকাটো কোনোৱে উপযুক্ত বিবেচনা নকৰিলে। ৮ বজাত জেইলাৰ অহাত আমি আকৌ গভৰ্ণমেন্টক জনাব লাগিব বুলি কলোঁ। দুপৰীয়া ১২ বজাত ডি-চি আমাৰ ওৱাৰ্ডলৈ আহিছিল। ফকৰু-দ্দীন চাহাবে আমাৰ ইয়াত হোৱা ঘটনাৰ কথা কলে আৰু প্ৰধানমন্ত্ৰী ছাৰ ছাদুল্লালৈ লিখা দৰ্খাস্তখনো হাতত দিলে। ভাটিবেলা ৫ বজাত আমাক মতাই নি সুধিলে। ফকৰুদ্দিনৰ নামে জৱানবন্দী লিখা হ'ল। মই মাজে মাজে অলপ পূৰণ কৰি দিলোঁ।

আমাৰ দৰখাস্তত ১৮১ জন লোকে মাৰ খোৱা বুলি লিখিছিলোঁ। ৪টা মান বজাত

দেখা গ'ল যে ১৫১ জনহে । ৩০ জনৰ নাম দুবাৰ ধৰা হৈছিল । এই শুধৰোৱা লিষ্টকে মিঃ হামব্ৰেক দিয়া গ'ল । তেওঁ প্ৰায় ৬ মান বজাত গোটেই কিটা ৱাৰ্ড চালে । অনেক ঠাইত তেতিয়াও তেজ পৰি থকা দেখুৱা হ'ল আৰু অনেক তেজ লগা কাপোৰ আৰু বাচনো দেখুৱা হ'ল । মোৰ হৃদয়ৰ অনাশক্তি ভাৱ দেখি নিজে আচৰিত মানিলোঁ যে ৰাতিপুৱা আৰু এতিয়াও এনে অবিচলিত ভাৱে থাকিব পাৰিলোঁ । আহত লোকবিলাক দেখিও যে অলপো ধৈৰ্য্য নেহেৰুৱালোঁ তাত নিজেই আচৰিত হৈছোঁ । মই মাৰ খোৱা মানুহ বিলাকৰ মুখত হাঁহি আশা কৰিছিলোঁ কিন্তু কাৰো সেই ভাৱ দেখা নাছিলোঁ । দুই এজনে কান্দিলেও গ'ল ৰাতি মাৰৰ সময়ত অনেকে সেইদৰে চিএংৰা আৰু কন্দা নিজে শুনিছিলোঁ । -

কালি ৰাতিৰে পৰা এই ঘটনা সম্বন্ধে ব্যক্তিগত ভাৱ বা নিজৰ দায়িত্ব সম্বন্ধেও ভাবিলোঁ । মই নিজে এই মাৰ আচলতে খালে কি হ'ল হয় ক'ব নোৱাৰোঁ । কিন্তু এনেকুৱা ভাৱ হয় যে মাৰ খাবলৈ পিচুৱাই নগলোঁহেঁতেন । আৰু মাৰ খোৱাৰ পাচত মোক মাৰোঁতাজনৰ বিপক্ষে একো সাক্ষী প্ৰমাণ বা অভিযোগ কৰিবলৈকো নিবিচাৰিলোঁ-হেঁতেন । কিন্তু আমাৰ সঙ্গী সকলৰ একমত হ'ল যে এই কথা গৱৰ্ণমেণ্ট আৰু ৰাইজক জনাব লাগে । দ্বিতীয় কথাত মোৰ একেবাৰে আপত্তি নাই আৰু প্ৰথম কথাটো গৃহীত হবৰ যেতিয়া একেবাৰে আশা নেদেখিলোঁ, তেতিয়া দৰখাস্তৰ মূল ভিত্তি গৱৰ্ণমেণ্ট চালক সকল এনে অমানুষিক নহব বুলি বিশ্বাসত লিখিলোঁ । ডি-চিৰ তদন্তত আমাৰ কৰ্ত্তব্য সম্বন্ধেও ইয়াকে দেখুৱাবৰ কাৰণে যোগদান দিম বুলি ভাবিছিলোঁ ।

সমুদায় ঘটনাটোৰ পৰা নিজক আঁতৰাই আনি মই দেখিলো যে নৃশংস মাৰপিট আগৰে পৰা জেইলৰ সকলে ঠিক কৰিছিল, জুইৰ কথাটো একেবাৰে স্পষ্ট । কেৱল আন্ধাৰৰ সুবিধাত অত্যাচাৰ কৰিবৰ অভিপ্ৰায়েৰে কোনোবা বিশ্বাসী কয়েদীৰ বা মেইট বা ওৱাৰ্ডাৰৰ জৰিয়তে কৰা হৈছিল । আমাৰ সেৱকে যে জুই লগোৱা নাই এই সম্বন্ধে মোৰ এধানো সন্দেহ নাই । জেইলৰ আৰু এছিষ্টেণ্ট জেইলৰ গণি চাহাব দুয়ো-জন অনুপস্থিত থাকিলেও এই ঘটনাৰ সংশ্লিষ্ট থকা বুলি মোৰ ধ্ৰুব বিশ্বাস । আন দুজন সহকাৰী জেইলাৰক কিজানি এওঁলোকৰ দুৰভিসন্ধি কামত পৰিণত কৰিবৰ কাৰণেহে ব্যৱহাৰ কৰিছিল । আন পক্ষে আমাৰ সেৱক বিলাকৰ সাধাৰণ কয়দী আৰু ওৱাৰ্ডাৰ বিলাকৰ ব্যৱহাৰ কোনো দিনাই মই সন্তোষজনক পোৱা নাই । বহু সময়ত এনে বেজাৰ পাইছোঁ যে লাজত মুৰ দোঁৱাব লাগে । কেইবাদিনো মোৰ আগতে জেইলাৰক এনে ভাবে ব্যৱহাৰ কৰা হৈছে যে মই আমাৰ চাকৰকো তেনে ব্যৱহাৰ কৰা নাই । ওৱাৰ্ডাৰ বিলা-কক মানুহ বুলি জ্ঞান কৰা ভাৱতো বহুতৰ মনত নাই; সাধাৰণ কয়দী বিলাক যেন কেৱল চাকৰি কৰিবৰ বাবে আছে এইদৰে ভাবে । যদি কংগ্ৰেছক বিশ্বাস কৰা লোকসকলে নিজকে এইদৰে সাধাৰণ লোকৰ পৰা পৃথক ভাৱ দেখুৱাব পাৰে, তেওঁলোকে সেৱা ভাৱৰ পৰিচয় দিয়ে কেনেকৈ ? সেৱা ভাৱ অনা দূৰে থাকক যদি আনক ঘৃণা বা তাচ্ছিল্য ভাৱে চাই গালি পাৰে তেন্তে খোকাৰ ভিতৰত মুৰগী থকা অৱস্থাত কিছুমান অশিক্ষিত স্বাৰ্থপৰ, নিৰ্দ্দয়, মানুহৰ হাতত শাস্তি পোৱাটো অনুচিত হলেও আচৰিত কি ? মুখৰ

বিষয় এই বহুত নিৰপৰাধী সম্পূৰ্ণ অহিংস ভাৱৰ লোকেও এই আঘাতৰ পৰা ৰক্ষা পাব নোৱাৰিলে। তথাপি এনে নৃশংসতা পৃথিবীত বিৰল ; ই অতি ধুৰূপ। ই ক্ৰূৰ লোকৰ কল্পনা আৰু ভাবিব নোৱাৰা অত্যাচাৰ।

ইয়াৰ শেষ দোষ বৃটিশ শাসন বুলি ধৰিবই লাগিব। প্ৰথমতে এনে শাসনৰ ভুলতেই গভৰ্ণমেণ্টৰ বিৰোধীবাদী সকলৰ এনে লাঞ্চনা আৰু অমানুষিক অত্যাচাৰ সম্ভৱপৰ হব পাৰে। দ্বিতীয়তে মোৰ মনত এনে ভাৱ হৈছে যে ডি-চিয়ে যে তদন্ত কৰিছে তাতো এই নৃশংসতাৰ পোষকতা কৰিব পাৰে। মই নিজে ভাবিব খোজোঁ যে কিজানি সেৱক বিলাকক শিকাব লাগে এনে ইচাৰা পুলিচে চুপাৰিণ্টেণ্ডেণ্টে দিছিল। কিন্তু এনে দুৰা-বস্থাতো দুঃসংহাৰী ভগবান কত ? ইপিনে গান্ধীজীৰ দৰে এজন লোকক মিছা অপবাদ। ইয়াত প্ৰায় ১০ জন সম্পূৰ্ণ নিৰপৰাধীৰ ওপৰত অত্যাচাৰ, কত অহিংস লোকৰ মৃত্যু। ইয়াক চায়ো ইয়াৰ প্ৰতিকাৰ হবলগীয়া নাই নে ?"

বৰদলৈদেৱৰ এই টোকাৰ পৰাই যোৰহাট জেইলত ঘটা সেই নিৰ্মম ঘটনাৰ বিষয়ে সহজে বুজিব পাৰি। মুঠতে জেইল কৰ্তৃপক্ষৰ কথা যে দুৰন্ত স্বভাৱৰ কোনো ৰাজনৈতিক বন্দীয়ে ঘৰত জুই লগাই দিছিল। সেই জুই নুমাবলৈ পগলা ঘণ্টা দিয়া হৈছিল। ওৱা-ৰ্ডাৰ সকলে জুই নুমাবলৈ অহাত বন্দীসকলে বাধা দিছিল। তাত তেওঁলোকৰ ওপৰত লাঠি চাৰ্জ "মৃদু" ভাবে কৰা হৈছিল। ঈশ্বৰক ধন্যবাদ যে বাধা স্বত্বেও নম্বৰৰ জুই নুমাব পৰা গৈছিল। মুঠতে চিপাহী সকলে নিজৰ সীমা লঙ্ঘন কৰি বন্দীসকলৰ ওপৰত অত্যাচাৰ কৰা নাই।

আমাৰ পক্ষৰ কথা হ'ল যে সেই আটাইবোৰ কথা সজোৱা। আচলতে জেইলাৰকে প্ৰমুখ্য কৰি কৰ্তৃপক্ষ আৰু পুলিচৰ লগত আগৰে পৰা দুৰভিসন্ধি কৰি অহঙ্কাৰী ৰাজনৈতিক বন্দী সকলক শিক্ষা দিবৰ কাৰণে পাঙি পিক কৰা কাৰ্য্যৰ ফল। বহুত সময়ত ৰাজ নৈতিক বন্দীসকলক বহুত কথাত জেইলাৰ আৰু ওৱাৰ্ডাৰ সকলৰ লগত কৰা তৰ্ক আৰু বাদানুবাদত অসন্তুষ্ট হোৱাত এসেকা দিবৰ কাৰণে কৰা কু-অভিসন্ধিমূলক কাৰ্য্য। জুই লগোৱা কথাটো ইমান মিছা যে যিটো সোপাত (খেৰ আৰু ফটা কাপোৰৰ) জুই লগাই ঘৰৰ ওপৰলৈ দলিয়াই দিয়া হৈছিল, সেই সোপাটোও নুপুৰিলে ঘৰত জুই লগাৰটো কথাই নাই ; তাৰ চিনো দেখিবলৈ নাই।

যি হওক পহিলা মাৰ্চ তাৰিখৰ বৰদলৈদেৱৰ টোকাত তদন্ত সম্বন্ধে যি লিখা আছে তাকো তুলি দিলেই সেই বিষয়ে যথেষ্ট। দেখা যাব শেষলৈকে সেয়ে প্ৰমাণিত হ'লগৈ। ফলত জেইলাৰ আৰু এচিষ্টেন্ট জেইলাৰ এজনৰ বহুদিন পিচত বদলি কৰাৰ বাহিৰে আন কোনো শাস্তি দিয়া কথা আমি নাজানো।

১।৩।৪৩ তাৰিখৰ টোকাত আছে ............ "মই অন্তৰাৱাৰ পৰাও কাৰো শাস্তি বিচৰা নাই। বিশেষকৈ সাধাৰণ পুলিচ আৰু ওৱাৰ্ডাৰ বিলাকৰ ওপৰত। মোৰ মনৰে বৰ্ত্তমান তদন্তৰ মূল্য বেছি হ'বই নোৱাৰে ; কাৰণ জেইল কৰ্তৃপক্ষৰ লগত বন্দীবিলাকৰ কেনে সংঘৰ্ষ চলিছে সেই সম্বন্ধে কোনো তদন্তই নাই। জেইল কৰ্তৃপক্ষই যে এনে এটা কাণ্ড কৰিলেও তেওঁলোকৰ কাৰ্য্য সমৰ্থন হ'ব পাৰে, এনে ধৰণৰ ভাৱ তেওঁলোকৰ কেনেকৈ হ'ব পাৰে

তাৰ একো বিচাৰ নাই। সাক্ষী হোৱা প্ৰণালীও ডি-চি আৰু ই-এ-চিৰ মতে হৈছে। যাকে তাকে সাক্ষী লৈছে। সাক্ষী বিলাকে কি কৈছে—আৰু কি লিখিছে তাক কোনেও নাজানে। সাক্ষীবিলাকে যি কথা কৈছে সেইবোৰ দ্বাৰা তাক চালি জাৰিব চোৱা নাই। ঘটনাটো যে আগৰ পৰা ঠিক ঠাক কৰি থোৱা হৈছিল—যেনে লাঠি গোটোৱা, জুই সম্বন্ধে কোৱা সাক্ষীক কেবলমাত্ৰ জেলৰ বাহিৰ চালিত কাম কৰা লোক সকল আৰু যি জেইলাৰ সকলৰ প্ৰিয়; জুইৰ কোনো উপযুক্ত ভিত্তি নাই। কেৱল সৃষ্টি মাত্ৰ। এইবিলাক সম্বন্ধে উপযুক্ত তদন্ত হোৱা নাই। এনে অৱস্থাত এইটো কেনেকৈ তদন্ত হ'ব পাৰে?

এই কাৰণে মোৰ মনত এটা কথা উত্থাপন হ'ব লাগিছে যে যদি এছেম্বলী ইত্যাদিতো উপযুক্ত তদন্ত স্বীকাৰ নকৰে তেন্তে তাৰ প্ৰতিবাদত সত্যাগ্ৰহী হিচাপে মই কিবা ব্ৰত নলনে? যদি লওঁ, তাৰ নৈতিক ভিত্তি থাকিবনে? শৰীৰে সহ্য কৰি উঠিবনে? মহাত্মাই তেনে ব্ৰত সদায় বিবেকৰ পৰা উত্তৰ হয় বুলি কৈছে; কিন্তু মইতো তেনে বিবেকৰ মাত এতিয়াও শুনা নাই? এই চিন্তাবিলাকে মোক এতিয়া বিমোৰ কৰি তুলিছে।"

মহাত্মা গান্ধীয়ে কৃতকাৰ্য্যতাৰে ২১ দিনীয়া অনশন ব্ৰত উদ্‌যাপনৰ সম্বন্ধে লিখা বৰদলৈদেৱৰ টোকাখিনি প্ৰণিধানযোগ্য। ইয়াত তাৰ অলপ তুলি দিয়া হ'ল— 'গান্ধীজীৰ অনশন প্ৰায় শেষ হ'ল আৰু নিজৰ মাহাত্ম্য ইয়াতো দেখুৱালে। এনে কথা জগতৰ আগত প্ৰমাণিত ফল যে মহাত্মা সম্পূৰ্ণ অহিংস। সেই কাৰণে ইয়াকো কব লাগিব, বৃটিছ গভৰ্ণমেণ্টে ওলোটাকৈ ক'লেও যে প্ৰথম অত্যাচাৰ আৰম্ভ কৰে বৃটিছ গভৰ্ণমেণ্টে। সি যিয়েই হওক, গান্ধীজী আৰু কংগ্ৰেছৰ প্ৰতি দেশত প্ৰতিপত্তি গুচাবৰ কাৰণে আৰু ভাৰতবাসীৰ স্বাধীনতাৰ ভাৱ দূৰ কৰিবৰ কাৰণে কংগ্ৰেছ আৰু কংগ্ৰেছলৈ সহানুভূতি থকা লোক সকলক চেপি মাৰি পেলাবলৈ ওলাইছে, কিন্তু মহাত্মাৰ দ্বাৰা শান্তি আনিবলৈ নিদিয়ে—। আন পিনে হয়তো মহাত্মা জেলৰ পৰা ওলালে সাম্প্ৰদায়িক কিবা এটা মীমাংসা হবই আৰু তাৰ দ্বাৰা স্বাধীনতাৰ বিপক্ষে বৃটিছৰ প্ৰচাৰৰ ভিত্তি দৃঢ় হয়। বৃটিছৰ এই কঠোৰ নীতিৰ ভিতৰত মই একো দেখা নাপাওঁ; ...... যিহওক মহাত্মাজীৰ কি অপূৰ্ব শক্তি! এই শক্তি সম্পূৰ্ণৰূপে ঈশ্বৰ বিশ্বাসৰ পৰা হোৱা নাইনে? আৰু এই অনশনে কংগ্ৰেছৰ নীতি আৰু কংগ্ৰেছৰ নৈতিক শক্তি জগতৰ আগত কিমান শকত কৰি তুলিলে? তথাপি যেতিয়া আমাৰ স্বেচ্ছাসেৱক বিলাকৰ নৈতিক শক্তি বঢ়াবৰ কাৰণে আৰু ত্যাগ আৰু সংযমৰ কথা কোৱা যায় তেতিয়া কিছুমানে ভাৱে ই অদৰকাৰী, আন কিছুমানে ভাৱে ই আইন বিৰোধী। যদিও জেলৰ মাৰপিটটো সম্পূৰ্ণৰূপে পাশৱিক আছিল, আমাৰ সেৱক সকল সংযত হ'লে এই মাৰপিটৰ কোনো কাৰণ নথকাতো মাৰপিট কৰা হ'লে নৃশংসতাৰ নগ্নতা দেখুৱাবলৈ আৰু ভাল হ'লহেঁতেন।"

৪২'ৰ আন্দোলনত কিছুমান কাম গুপ্তভাৱে কৰা হৈছিল। কাৰ হুকুম বা প্ৰৰোচনাত কৰিছিল কোনেও কব নোৱাৰে। সেই সময়তে সৰুপথাৰত ৰেল বগৰাই পেলোৱা মোকৰ্দ্দমাৰ ৰায় ওলাইছিল। সেই ৰায় মতে ৪ জনৰ ফাঁচীৰ হুকুম হৈছিল আৰু ৩ জনৰ ১০ বছৰ সশ্ৰম কাৰদণ্ড। বাকী ২৩ জন খালাচ পালেও আকৌ তেওঁলোকক নিৰাপত্তা বন্দী কৰা হৈছিল। কুশল কোঁৱৰ তাৰে ভিতৰত এজন যাৰ ফাঁচী সেই জেলতে হ'ল।

বাকী ৩ জনৰ আজীৱন দ্বীপান্তৰৰ আদেশ হ'ল পিচত। এই বিষয়ত বৰদলৈদেৱৰ মনোভাৱ কি আছিল টোকাত তাৰ আভাস পোৱা যায়। তেওঁ লিখিছিল: "শুনা মাত্রে (অর্থাৎ মোকৰ্দ্দমাৰ ৰায়ৰ খবৰ) হৃদয়স্থলত কিবা হোৱা যেন পালোঁ। মুখেৰে অৱশ্যে মানুহক কলোঁ যে বন্দুকেৰেও এনেকুৱা নিৰপৰাধী অনেক লোক মাৰিছে; গতিকে ব্যস্ত হোৱাৰ কোনো কাৰণ নাই। কিন্তু নিজে সকলোতকৈ বেছি দুখ পালোঁ যেন লাগিল। লগে লগে এই আন্দোলনৰ সমুদায় তত্ত্বটো ভাবিবলৈ ধৰিলোঁ মই কেতিয়াও ভাবিব নোৱাৰোঁ যে নিখিল ভাৰত কংগ্রেছ কমিটী চলি থাকক বা নাথাকক চালক সকলে গুপ্তভাৱে কোনো মানুহ মৰা কাম কৰিবলৈ প্রশ্রয় দিছে নাইবা স্কুলঘৰ ইত্যাদি পুৰিবলৈ কৈছে। কিছুমান অবুজ লোকৰ হাতত পৰি, আন্দোলনৰ নৈতিকতা একো নুবুজি, এনেদৰে কৰিব নোৱাৰা কামত হাত দিছে। শুনিলোঁ যে এই আচামী বিলাকৰ ভিতৰত দুই এজন কংগ্রেছৰ কৰ্মীও আছিল।...........এনে কথাত গান্ধীজীয়ে যে মর্মান্তিক কষ্ট পাব তাত কোনো সন্দেহ নাই। আন পিনে এই দণ্ডিত লোক কেজনে যদি এইটো স্বাভাৱিক কাম বুলি ধৰি লৈ নির্ভয়ে দণ্ড গ্রহণ কৰিবলৈ প্রস্তুত হ'ব পাৰিছে তেন্তে তেওঁলোক অতি মহৎ বুলি আমিও কব লাগিব।..........কিন্তু প্রকৃততে এই লোক কেজন একেবাৰে নির্দোষী যেন লাগে। শুনিলোঁ, মোকৰ্দ্দমা প্রমাণ একেবাৰে হোৱা নাই। ষড়যন্ত্রৰ কিবা সামান্য প্রমাণ হ'ব পাৰে বুলি মেধি আৰু আন কিছুমানে ভাৱে, কিন্তু ট্রেন পেলোৱাৰ কোনো প্রমাণেই নাই। গভর্ণমেণ্টে নিজৰ জেদ পুৰাবৰ কাৰণে আংশিক শাসন বহির্ভূত অঞ্চলৰ সুবিধা পাই জুডিছিয়েল হত্যা কৰিলে। ইও আকৌ আইন আৰু শৃংখলা ৰখাৰ নামত; কেৱল ই ফাঁচীৰ জৰি আৰু সিবিলাক আছিল গুলি আৰু লাঠি।..........ঈশ্বৰক ধন্যবাদ দিওঁ যে মোৰ কোনো কথাৰ বা কাৰ্য্যৰ দ্বাৰা কোনো মানুহে কোনো কষ্ট পাব লগীয়া হোৱা নাই।"

ইয়াৰ আগতে উল্লেখ কৰা কুশল কোঁৱৰৰ ফাঁচীৰ দিন ওচৰ চাপিল। আগদিনাখন বৰদলৈদেৱে জেইলাৰৰ লগত তেওঁক দেখা কৰিবলৈ গৈছিল। সেই দিনাৰ টোকাত যি লিখা আছে সি কেনে মনোৰম পঢ়িলে চকু পানী ওলায়। যোৰহাট জেলত আন এটা প্রাণৱন্ত ঘটনা 'কমলা মিৰিৰ' মৃত্যু। তেওঁ সৰ্ব্বাধীন হৈ থকাচ নহল কিন্তু পিচত বেমাৰ হৈ জেলত ঢুকাল। বৰদলৈদেৱে এওঁৰ সবলতা, নির্ভিকতা, আত্মবিশ্বাস প্রভৃতি গুণবোৰত মুগ্ধ হৈ পঢ়াবলৈ লৈছিল। যিহওক কুশল কোঁৱৰৰ ফাঁচীৰ আগদিনা লিখা টোকাত আছে—"১৪।৬।৪৩—একাদশী পালন কৰিলোঁ।..........ভাটিবেলা জেইলাৰে ফাঁচী হবলগীয়া কুশল কোঁৱৰক চাবলৈ নিয়াত গলোঁ। যি দেখিলোঁ তাত বিস্ময় নামানি নোৱাৰিলোঁ। আমি গৈছিলোঁ, তেওঁক পাৰিলে সান্ত্বনা দিবলৈ কিন্তু দেখিলো যে তেওঁৰ পৰাহে আমি অকল সান্ত্বনায়ে নহয়, প্রেৰণা পাবলৈও উপযুক্ত। আসন্ন মৃত্যুয়ে কুশল কোঁৱৰৰ সাধনা পূৰ কৰিলে যেন লাগিল। যিখিনি কথা ক'লে আৰু যি ভাৱেৰে ক'লে সি স্থিতপ্রজ্ঞৰ অৱস্থা নাপালে কব নোৱাৰে। কথাখিনি মনত নাথাকিলেও এই মানুহজনৰ মৃত্যুমুখত যি নির্মল আনন্দৰ বিকাশ দেখিলোঁ, যি স্থিৰতা আৰু ঈশ্বৰত বিশ্বাসৰ জাজল্যমান প্রমাণ দেখিলোঁ তাক জীৱনৰ বাকী কেইটা দিন নাপাহৰিব যেন লাগিছে আৰু প্রার্থনা

কৰোঁ। পৰমেশ্বৰে সততে মনত ৰখাই যেন। মই নিজেই পৰম ধন্য মানিম যদি এই মনোভাৱ মৃত্যু কালত মোৰ মনতো আনিব পাৰোঁ, শান্তিপদ অভয়পদ ময়ো পাওঁ। তেওঁৰ কথাৰ ভাবাৰ্থ হৈছে,—মই নিৰ্দোষ। মোৰ কাম অনুসাৰে মোৰ শাস্তি অতিৰিক্ত হৈছে। মই মহাত্মাৰ অহিংসাত বিশ্বাসী আৰু ১৭ বছৰ নিৰামিষ, আনকি লোণ পৰ্য্যন্ত পৰিত্যাগ কৰি, অহিংস জীৱন যাপন কৰিছোঁ। মোৰ দ্বাৰা বেল বগৰাই মানুহ মৰা কাম হব নোৱাৰে। কংগ্ৰেছ কৰ্মী হিচাপে আৰু ময়ে অকল সেই অঞ্চলৰ লিখা পঢ়া জনা কাৰণে কংগ্ৰেছৰ কাগজ-পত্ৰ ৰাইজক বুজাই দিছিলোঁ। নাম-সবাহতো ধৰ্মকথা আলোচনা কৰোঁ। কিন্তু তথাপি মোৰ এই শাস্তি হ'ল। কিন্তু সেই কাৰণে মোৰ দুখ চিন্তা কোনো নাই। অত বিলাক মানুহৰ মাজত মোৰহে যদি সেই শাস্তি হব লগীয়া হ'ল, সেইটো নিশ্চয় পৰমেশ্বৰৰ ইচ্ছা বুলি ধৰিব লাগিব। তেওঁ মোক বাচি লৈছে। সেইকাৰণেহে মোক খালাচ কৰিবলৈ অত চেষ্টা সত্বেও একো নহ'ল। মোক মোৰ লৰা তিৰোতাই সহায় কৰিবলৈ শক্তি থাকিলে মই খালাচ হলোহেঁতেন। সেই কাৰণে মোৰ কোনো দুখ চিন্তা নাই। পূৰ্বৰ কৰ্মফল লবই লাগিব আৰু সেইটো গ্ৰহণ কৰাত মোৰ মনত অলপো অশান্তি হোৱা নাই। যত জীৱন তাত মৃত্যু আছেই; আৰু যত মৰণ তাতে আকৌ পুনৰ্জন্ম আছে। জনম লওঁতে ১।। ঘন্টা কষ্ট পাইছিলোঁ এতিয়া ১৫ মিনিটহে কষ্ট পাম। মোৰ আত্মা কাৰো নহয়, আন কোনেও একো কৰিবও নোৱাৰে। চৰকাৰেও নোৱাৰে; আপোনালোকেও নোৱাৰে। পৰমেশ্বৰেই ইয়াক দিছে এতিয়া ইচ্ছা হৈছে আকৌ নিব। এইদৰে যি নম্ৰভাৱে, যি উজ্বল জ্যোতি মুখত লৈ কথা কলে যে সকলোৱে শুনি তবধ মানিলে মই কেৱল কলোঁ "পৰমেশ্বৰ, আনন্দময়, আপোনাৰ চিত্তত আনন্দ বৰ্ত্তমান। অন্তঃকৰণেৰে সেৱা জনালোঁ।"

কথাৰ লগতে কৈছিল যে তেওঁ কাম বেছিকৈ কৰিব নোৱাৰাৰ কাৰণে দুখ থাকিল। ডেপুটি কমিচনাৰে কুশল কোঁৱৰৰ লগত থকা ১৭ বছৰৰ সংস্কৃত "গীতা" খন ৰাখিলে, লগতো আনিবলৈ নিদিলে। সকলোকে ক্ষমা বিচাৰিলে। শুনিলোঁ ভায়েক ভতিজাহঁত বাওঁতে কন্দা দেখি তেওঁলোকক প্ৰবোধ দিছিল আৰু সেই কথাত কাতৰতা অলপো নাছিল।

কুশল কোঁৱৰৰ শৰীৰৰ ওজন একোৱেই কমা নাছিল। সদায় নিয়মমতে খাই শুই আছিল। এই ৰাতিও তেওঁ হেনো টোপনিত আছিল; আৰু ৪-১৫ মিনিটত চুপাৰিণ্টেণ্ডেন্ট চিপাহী ইত্যাদি অহা আন্দাজ পাইহে সাৰ পাইছিল। তেওঁক হেনো, কৈছিল তেওঁৰ সময় শেষ। তেওঁৰ কাৰণে কৰা সকলো চেষ্টাৰে ফল নধৰিলে। কোঁৱৰে প্ৰাৰ্থনা কৰিবলৈ সময় বিচাৰিছিল কিন্তু সময় দিয়া নহ'ল। তেওঁ অলপো বিৰক্তিৰ ভাব প্ৰকাশ নকৰি "ৰাক ডেন্তে" বুলি সাজু হোৱা দেখুৱালে। হাতকড়ি মাৰি ক'লা চোলাৰে চকু ঢাকি পিছোৱাৰ পাচত নিজে খোজ কাঢ়ি গৈ ফাঁচী চাঙত উঠিল। তাত উঠি সকলোৰে ফালে চাই কিবা দোষ থাকিলে ক্ষমা বিচাৰিলে আৰু "দয়াৰ ঠাকুৰ হৰি, দয়াল হৰি" বুলি ঈশ্বৰৰ নাম লওঁতে লওঁতে ফাঁচী কাঠত ওলমি পৰিল। সকলো শেষ হ'ল।।



চৰ্দ্দাৰ পেটেল গুৱাহাটীলৈ আহোঁতে বৰদলৈৰ লগত সাক্ষাৎ



বৃক্ষৰোপণ উৎসৱত বৰদলৈ

৺কমলা মিৰি আৰু কুশল কোঁৱৰ উভয়েই মোৰ মনেৰে আদৰ্শ পুৰুষ। এজনে ৰোগ যন্ত্ৰণা সহ্য কৰিও বহু সময়ত নিজৰ মৃত্যু ওচৰ বুলি জানিও প্ৰতিশ্ৰুতি দি জেলৰ পৰা ওলাই নগ'ল। আনজনে বিনা অপৰাধে মৃত্যু দণ্ডত দণ্ডিত হৈও অতি সাহেৰে মৃত্যুক একেবাৰে নগণ্য বুলি ভাবি এই সংসাৰৰ মায়াজালৰ পৰা মুক্ত হৈ ঈশ্বৰৰ ওচৰত ঠাই ল'লে। দুয়ো জনৰ তুলনা নহয়। দুয়োজনে যি অহিংস সাহসৰ আহি দেখুৱালে ই এই জেলখানাটো পুণ্যস্থান কৰিলেই সমগ্ৰ অসমকো পুণ্য ভূমি কৰিলে। আত্মবলেৰে অন্যায়ৰ প্ৰতিশোধ বুলি যদি কিবা এটা সত্য আছে এওঁলোকেই তাৰ চৰম আদৰ্শ দেখুৱালে।

মোৰ মনত দুখ হয় যে এই শক্তিৰ মূল্য ক'ত বা কেনেকৈ পাব পাৰি? তাৰটো চেষ্টা নকৰোঁৱেই বেছিভাগ কৰ্মীয়েই এই মহৎ কাৰ্য্যবিলাকৰ এটা ক্ষণিক উত্তেজনাত কৰা বুলি ধৰোঁ। আৰু পাছতে পাহৰি যাওঁ। মহাত্মাজীৰ অহিংস নীতি যে কম লোকেহে অন্তৰেৰে মানে, ই তাৰ প্ৰমাণ। কিন্তু মহাত্মাৰ নামত আমি তেওঁৰ দ্বাৰা কাম সিদ্ধি কৰি যাবলৈ প্ৰস্তুত। যদি কুশল কোঁৱৰ আৰু ৺কমলা মিৰিৰ জীৱন দানত কিবা মহত্ব আছে তেন্তে সেই মহত্বটো কেনেকৈ পাইছে তাক আমি বুজা উচিত। পৰমেশ্বৰে আমাক সেই বুজনি দিয়ক।"

সদায় নিয়মিত ভাবে সকলো কাম কৰাৰ পাছতো আৰু নিজে স্বাস্থ্যৰ কাৰণে নিৰামিষ ভোজন, একাদশী পালন, উপাসনা, পঢ়া-শুনা, সূতা-কটা, বেড্মিণ্টন খেলা (কেতিয়াবা তেখেতে ডবা খেলিছিল, ডবা খেলিব জানিছিল) কিতাপ লিখা প্ৰভৃতি যথাযথৰূপে পালন কৰা স্বত্তেও স্বাস্থ্য ভালে নাছিল। বন্দীশাললৈ অহাৰ অলপ দিনৰ পিচৰ পৰাই চকুৰ অসুখ, পেটৰ অসুখ, তেজৰ ছাপ বৃদ্ধি, বুকুৰ ধপ্‌ধপনি প্ৰভৃতি হবলৈ ধৰাত, জেইল চুপাৰিন্টেণ্ডেন্টে মাজে মাজে স্বাস্থ্য পৰীক্ষা কৰি তাৰ ৰিপোৰ্ট গভৰ্ণমেন্টলৈকে পঠিয়াই আছিল আৰু ডাক্তৰে সদায় যোৰহাটৰ পৰা বদলি কৰি কলিকতালৈ চিকিৎসাৰ কাৰণে পঠাব লাগে বুলিয়েই মত দি আছিল। গভৰ্ণমেন্টৰ ফালৰ পৰা কলিকতালৈ বদলি কৰিবলৈ নাৰাজ। চিকিৎসাৰ কাৰণে চৰ্ত্তাধীন মুক্তি দিব খোজে। কিন্তু বৰদলৈদেৱে কোনো চৰ্ত্ত মানিবলৈ ৰাজি নহয়। এইদৰেই বহুত বাদানুবাদ গ'ল। পিছুত গভৰ্ণমেন্টৰ মনোভাব পৰিৱৰ্ত্তিত হৈ প্ৰথমতে গুৱাহাটী জেললৈ বদলি কৰি নি অন্ততঃ ডাঃ ভুবনেশ্বৰ বৰুৱা, ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়া প্ৰভৃতিৰ চিকিৎসাৰ সহায় কৰি দিয়াই স্থিৰ হ'ল আৰু সেইমতে ৩০।১০।৪৩ তাৰিখে যোৰহাট জেলৰ পৰা তেখেতক বদলি কৰি আনি ৰেলৰে গুৱাহাটী জেল পোৱালে। ইয়ালৈ আহোঁতে ডিমাপুৰ ষ্টেশ্যন পাওঁতে জ্বৰ উঠিল। সেই জ্বৰ গুৱাহাটী জেলতো কেইবাদিনো আছিল। ঔষধ খোৱাতহে ক্ৰমে ভাল হ'ল।

ইতিমধ্যে গভৰ্ণমেন্টৰ হুকুম অনাই চিভিল চাৰ্জনে ডাক্তৰ বৰুৱাৰ সৈতে বৰদলৈদেৱৰ স্বাস্থ্য পৰীক্ষা কৰিবলৈ ধৰিলে আৰু সিবিলাকৰ মতামতসহ গভৰ্ণমেন্টলৈ ৰিপোৰ্ট দিবলৈ ধৰিলে। এওঁবিলাকে পোনতে কলিকতাত চিকিৎসা কৰিবলৈ

'পেৰলত' যাবলৈ বিচাৰিলে, কিন্তু 'পেৰলত' গ'লেও বৰদলৈদেৱে কোনো চৰ্ত্তত চহী নকৰে কাৰণে সিও সম্ভৱ নহল। চৰ্ত্ত আন একো নহয়—যাথোন চহী কৰিব লাগে যে নিৰূপিত দিনৰ পিচত মই স্বইচ্ছাই জেলত সোমাম। বৰদলৈদেৱে এনেদৰে লিখিবলৈকো নাৰাজ হ'ল। দ্বিতীয়তে গুৱাহাটী আহি পোৱাৰ পিছতে স্বাভাৱিকতে তেখেতৰ পৰিবাৰে ল'ৰা ছোৱালী কেইটাৰ সৈতে তেখেতক দেখা কৰিব খুজি চকুৱ লবলৈ যোৱাত ডি-চিয়ে ক'লে যে সেই সাক্ষাতৰ সময়ত এজন চি-আই-ডি পুলিচ থাকিব। বৰদলৈদেৱে এনে চৰ্ত্তত কাকো দেখা কৰিবলৈ অস্বীকাৰ কৰিলে।

ইয়াত ৰাজনৈতিক বন্দীসকলক জেলাৰে সূতা কাটিবলৈ দিছিল। তেওঁলোকে অস্বীকাৰ কৰিলে। সেই সম্পৰ্কে বৰদলৈদেৱে মত প্ৰকাশ কৰি টোকাত লিখিছে—"সূতা কটা সম্বন্ধে লৰাবিলাকে মোৰ মত প্ৰকাশ কৰা সত্ত্বেও নকটাকে ঠিক কৰিলে বুলি জানিলোঁ। তেওঁলোকৰ মত হৈছে যে জেলত তেওঁলোকে কোনো ৰকমৰ শ্ৰম নকৰে। যদিও মই একো ক'বলৈ নাযাওঁ, মোৰ মনেৰে ই এটা মহা ভুল সিদ্ধান্ত। মানুহে শ্ৰম বিচাৰে। নিজৰ নীতি মতে কাম কৰিবলৈ সুবিধা পায়ো তাক ত্যাগ কৰাটো মোৰ মনেৰে অন্যায়। মোৰ মত নমনাৰ কাৰণে মোৰ কোনো অভিমান নাই। তেওঁলোকৰ ভাল তেওঁলোকেই বুজিব। মই কেৱল দেখিছোঁ মোৰ ঠাই এই সমাজৰ পৰা ক্ৰমে আঁতৰিব ধৰিছে। যোৰহাটৰ ডেকাসকলতকৈ আমাৰ ইয়াৰ ডেকাসকল বিশেষ পৃথক নহয়।"

শৰৎ কালৰ সন্ধ্যা সময়ত এদিন বাহিৰলৈ ওলাই আহি চাৰিওফালে পৰিবেষ্টৰ পৰ্বত মালাৰ সৌন্দৰ্য্য লক্ষ্য কৰি প্ৰাণত যি অনুভৱ কৰিছিল সেই বিষয়ে ডায়েৰিত লিখিছে—"এই সৌন্দৰ্য্যৰ পৰিবেষ্টনৰ ভিতৰত থাকিও তাৰ শোভা আমাৰ চকুত নপৰে। আত্মাই যেন ঈশ্বৰৰ ওচৰত বিভিয়াই কৈ উঠে কি দোষত প্ৰভু! ভাৰতবাসীয়ে এনে অৱস্থা (বান্ধন দশা) সহ্য কৰিবলৈ বাধ্য হৈছে? এতিয়াও আমাৰ পাপৰ ওৰ পৰা নাই নে? এইদৰেই চাৰ্চিল, আমেৰিকা প্ৰভৃতি মদমত্ত সাম্ৰাজ্যবাদীসকলক ভাৰতৰ ওপৰত এইদৰে প্ৰপীড়ণৰ তলত সদায় থাকিব দিবানে? লাখে লাখে লোক অনাহাৰে বঙ্গদেশ আৰু আন প্ৰদেশতো মৰিব লাগিছে; তথাপি তুমি সন্তুষ্ট হোৱা নাই নে? সঁচাকৈয়ে যদি তুমি আছা তেন্তে আৰু কিমান দিন এইদৰে চলিব দিবা?"

বন্দীশালৰ কঠোৰতাত বিদ্ৰোহী বৰদলৈদেৱৰ এই আছিল আন্তৰিক প্ৰতিঘাত? এই সম্পৰ্কে যীশুখৃষ্টৰ জন্মোৎসৱৰ দিনা টোকাত যি কথা লিখা আছে সি আৰু মৰ্মভেদী-"আজি যীশুৰ জন্মদিন। আজি তেওঁৰ জীৱনী সম্বন্ধে চিন্তা কৰিছিলোঁ আৰু ইয়াৰ সৰু লৰা দুজনক কৈছিলোঁ। লগতে সেই মহাপুৰুষৰ পদানুসৰণকাৰী খৃষ্টান জাতি সকলৰ আজিৰ অৱস্থাৰ সম্বন্ধে চিন্তা কৰিছিলোঁ। মানুহ ইমানেই মলিন, ইমান ৰাজসিক যে খৃষ্টৰ এই জ্যোতিৰ্ময় নিৰ্মলতায়ো অলপো প্ৰভাৱ কৰিব নোৱাৰে। খৃষ্ট যিমান দয়ালু আৰু মৰমিয়াল আজি পাশ্চাত্য খৃষ্টিয়ান ৰাজশক্তিবিলাক তিমান ক্ৰুৰ আৰু নিৰ্মম। তেওঁ যেনেকৈ জগতৰ উপকাৰী এওঁলোক তেনে ধ্বংসকাৰী; তেওঁ যেনে ত্যাগী এওঁলোক আক্ৰোশপৰায়ণ। আচৰিত হবলগীয়া এই যে এই জঘন্য লোকসকলোকো ঈশ্বৰে

বাঢ়িবলৈ আৰু জগতৰ অপৰিসীম অন্যায় কৰিবলৈ সম্পূৰ্ণ ক্ষমতা দিছে। অকল সেয়ে নহয় এওঁলোকৰ নীতিৰ লগত যিয়েই সংশ্ৰৱত আহিছে তাঁহাতো তেনে পঙ্কিলত পৰি চাৰিওপিনে স্বাৰ্থপৰতা আৰু অন্যায় বিস্তাৰ কৰি ফুৰিছে। এই পতনৰ পৰা কোন দিনা ৰক্ষা পাব প্ৰভু কোন দিনা আকৌ খৃষ্ট, বুদ্ধ আৰু গান্ধীজীয়ে বিচৰা নিৰ্মলতা জগতত প্ৰৱৰ্ত্তিব?"

পহিলা জানুৱাৰী তাৰিখৰ টোকাত আছে—"নতুন বছৰ আহিল। যুদ্ধমত্ত মিত্ৰ শক্তিয়ে এই বছৰতেই ইউৰোপীয় যুদ্ধ শেষ হব বুলি ঘোষণা কৰিবলৈ ধৰিছে। কিন্তু যুদ্ধ সঁচা বৈযে ইউৰোপত শেষ হবনে? মই ভাবোঁ সেইটো অসম্ভৱ, যদি কিবা কাৰণে সন্ধি নহয়।

আমাৰ দেশত খাদ্য বস্তুৰ অভাৱ চলিযেই আছে। শুনিছোঁ শতকৰা ৯৫ জন লোক অৰ্থ উপাৰ্জনত বলিযা হৈছে ......সমস্ত দেশখন একেবাৰে নৰকত ডুব গৈছে। খোৱা বস্তু বেচা-কিনাতে সৰহ পাপ প্ৰবেশ কৰিছে। গতিকে পাপ মানুহৰ জীৱন লৈযে হৈছে। পৃথিবীৰ চালনা কেতিয়াও ধাৰ্মিক আৰু ন্যায় পৰাযণলোকৰ হাতলৈ নাহিবনে? হে ভগবান, এই পাপ সংসাৰৰ পৰা দূৰ কৰা আৰু সত্য আৰু ন্যাযৰ ৰাজ্য স্থাপন কৰা যদি ধ্বংস লীলাই তোমাৰ ইচ্ছা তেন্তে তাকে সোনকালে শাস্তি দিয়া।"

বৰদলৈদেৱৰ চিকিৎসাৰ কাৰণে যোৰহাট জেলৰ পৰা গুৱাহাটীলৈ বদলি কৰি আনি ডাঃ বৰুৱাৰ দ্বাৰাই পৰীক্ষা কৰাই গভৰ্ণমেণ্টে ৰিপোৰ্ট বিচাৰি খালাচ সম্পৰ্কে ইমান দিন বাদানুবাদ কৰিহে আছে। কোনো শেষ সিদ্ধান্তত উপনীত হোৱা নাই। ৬।১।৪৪ তাৰিখে লিখা টোকাত আছে—"গধূলি মোৰ খালাচ সম্পৰ্কীয ডি-চিৰ চিঠিয়ে মনতো একেবাৰে মাৰি পেলালে। চিঠিত লিখা আছে—গভৰ্ণমেণ্টে আপোনাৰ খালাচৰ কথা এইদৰে ঠিক কৰিছে যে আপুনি কলিকতাত বা য'তে চিকিৎসাধীন থাকে তাতে ঘৰত অন্তৰীণ থাকিব লাগিব। এতেকে আপুনি ক'ত থাকি চিকিৎসা কৰাব জনাব। এই চিঠিৰ উত্তৰ হয় বুলি দিলে অন্তৰীণৰ হুকুম মানি লোৱা হয়।—মই অৱশ্যে এইটোত ৰাজি হ'ব নোৱাৰোঁ।"

মুঠতে এই বিষয়ে বহুত লিখা লিখি চলিল। ১২ তাৰিখৰ টোকাত দেখা যায়—"ছাদুল্লা চাহাবে হেনো মোৰ বৰ আদৰ হৈছে বুলি মানুহৰ আগত কৈ ফুৰিছে। কথাটো সঁচা হোৱা অসম্ভৱ নহয় আৰু আমি জনাত ছাৰ ছাদুল্লাৰ চৰিত্ৰৰ লগত মিলি যায়। কিন্তু মই তেওঁক কি দোষ দিম বা কিয় অন্যায় ভাবিম। বৃটিছ শাসনৰ লগত মিশ্ৰিত হৈ বহু মানুহেই এইদৰে নিজৰ ভদ্ৰতা আৰু কোমলতা এৰিছে। ধন পূজা কৰিলে বহুতৰ অনেক গুণেই নাশ হব।"

যিহওক ২৬ তাৰিখৰ টোকাত এইদৰে আছে—"আজি স্বাধীনতা দিন পালন। শ্ৰীমতী সৰোজনী নাইডুৱে জেলৰ ভিতৰতো এই ব্ৰত ৰক্ষা কৰাৰ কথা কৈছিল। নৰা-বিলাকে ৩ বজাত মিটিং ঠিক কৰিছে। কিন্তু হঠাৎ ১ বজাত খবৰ ওলাল যে মোৰ হেনো খালাচ হ'ব লাগে। ৩ বজামানত জেইলাৰে মিঃ দেনেহী চাহাবৰ চহীৰে হুকুম দেখুৱালে। তাত মোক ৯ আগষ্টত আৱদ্ধ ৰখা হুকুম উঠাই লৈছে। গতিকে বিনা চৰ্ত্তেই খালাচ দিছে। মিটিঙলৈ গ'লো। মিটিং প্ৰায় ২০ মিনিটমান মানতে শেষ হ'ল।

মই লগৰীয়া সকলোকে মাত লগালোঁ আৰু বিদায় ললোঁ। মনটো কেনেবা লাগিল। জেল গেটৰ পৰা বাহিৰ হৈ গণেশে লৈ অহা মটৰত উঠা মাত্ৰকে চি–আই-ডি–ইন্স-পেক্টৰে দেনেহী চাহাবৰ চহীৰে এখন নোটিছ্‌ত চহী কৰালে। সেইখন হল নতুন অৰ্ডিনেন্স মতে অন্তৰীণৰ হুকুমমতে গুৱাহাটী এলেকা এৰিব নোৱাৰি। মনতো বেয়া লাগিল। কিন্তু তেতিয়া ঘৰলৈ অহাৰ বাহিৰে আন উপায় নেদেখিলোঁ। পিচত যি হয় কৰা যাব।"

এইদৰে ২৬ জানুৱাৰী তাৰিখে বৰদলৈদেৱে স্বাস্থ্যৰ কাৰণে জেলৰ পৰা খালাচ হৈ ওলাই আহিল। ইমানতে বৰদলৈদেৱৰ বন্দীশাল জীৱনৰ অন্ত পৰিল।

# মন্ত্রী মিছন আৰু বৰদলৈ

## প্ৰথম পৰ্য্যায়

ভাৰতৰ ৰাজনৈতিক ক্ষমতা হস্তান্তৰ তথা স্বাধীনতা দিবৰ কাৰণে বৃটিছ চৰকাৰে মন্ত্ৰীসকলৰ পক্ষৰ পৰা এটি "মিছন" পঠাইছিল। ছাৰ ষ্টেফৰ্ড ক্ৰীপচ্ সেই মিছনৰ গুৰিয়াল আছিল। সিবিলাক আহি বিভিন্ন প্ৰদেশৰ প্ৰধান মন্ত্ৰীসকলক বেলেগ ভাবে লগ ধৰি কেনে ধৰণৰ শাসন পদ্ধতি হলে ভাৰতৰ পক্ষে সুবিধাজনক হব আৰু সেই বিধান বা পদ্ধতি প্ৰণয়ন কোনে কৰিব আৰু প্ৰদেশৰ কিবা স্বকীয়া সমস্যা থাকিলে তাৰো সমাধানৰ উপায়ৰ বাবে মতামত গ্ৰহণ কৰিছিল। সেই মতে ১৯৪৬ চনৰ পহিলা এপ্ৰিল তাৰিখে বৰদলৈদেৱে সিবিলাকৰ লগ ধৰাৰ দিন ধাৰ্য্য হল আৰু আবেলি ঠিক ৪ বজাত ভাইচৰয় ভৱনত সেই সময়ৰ ভাইচৰয় লৰ্ড ৱাভেলৰ সন্মুখত মন্ত্ৰী মিছনৰ সভ্য সকলৰ আগত উপস্থিত হল আৰু তেখেতৰ কৰ্ত্তব্য আৰম্ভ কৰিলে। পোনতে আলোচনা কৰি স্থিৰ কৰি ললে যে বৰদলৈদেৱে তেখেতৰে বক্তব্য কৈ যাব আৰু কোনো কথাৰ বহল বিবৃতি লাগিলে সদস্য সকলে প্ৰশ্ন কৰি যাব। সেই মতেই বৰদলৈদেৱে বিবৃতি দিবলৈ ধৰিলে। সেই বিবৃতিৰ সকলো অংশ ইয়াক দীঘলীয়া ভাবে দিবৰ প্ৰযোজন নাই। গতিকে সংক্ষেপতে মূল কথা কেইটা মাথোন ইয়াত উল্লেখ কৰা হব।

তেখেতে প্ৰথমতেই কলে যে কংগ্ৰেছৰ পক্ষৰ পৰা একমাত্ৰ ওৱাৰ্কিং কমিটীয়েই আপোনালোকৰ মাজত আলোচনাক্ৰমে কোনো সিদ্ধান্ত গ্ৰহণ কৰাৰ অধিকাৰী। মই কংগ্ৰেছৰ এজন সেৱক হিচাপেহে আপোনালোকৰ আগত নিজৰ মন্তব্য উপস্থিত কৰিম। মোৰ মনত স্বাধীন ভাৰতৰ বিষয়ে যি ছবি অঙ্কিত আছে আমাৰ প্ৰদেশৰ দৃষ্টিকোণৰ পৰাই সেই বিষয় দাঙি ধৰিম। এনেতে চাৰ ষ্টেফৰ্ড ক্ৰীপছে কলে যে যদিও কংগ্ৰেছ কৰ্ত্তৃপক্ষই জনাব তথাপি প্ৰদেশ বিলাকৰ পক্ষৰ পৰাও নিজৰ স্বকীয়া কথাৰে জনালে সমগ্ৰ কথাটো বিবেচনা কৰিবলৈ সুচল হব আৰু বাহুল্য বিবেচনাও কোনো প্ৰদেশৰ পক্ষে স্বকীয়াকৈ বিবেচনা কৰিব পৰা যাব।

বৰদলৈদেৱে আকৌ কলে, "মোৰ মনেৰে আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ দৰেই ভাৰতৰ শাসন সেই যুক্তৰাষ্ট্ৰীয় বিধিমতে গঠিত হব লাগে। মিঃ জিন্না চাহাবৰ এনে ধৰণৰ ৰাষ্ট্ৰবিধি এখন কৰাত কোনো যুক্তিযুক্ত বাধা থাকিব নোৱাৰে। ইয়াৰ দ্বাৰা তেখেতৰ দাবীও মানি লোৱা হয়। অৱশ্যে প্ৰদেশ বিলাকক এতিয়াতকৈ অধিক ক্ষমতা দিব লাগিব। সেই প্ৰসঙ্গত তেখেতে কেন্দ্ৰীয় বিষয় আৰু প্ৰাদেশিক বিষয়ৰ কথা উল্লেখ কৰে। লৰ্ড ৱাভেলে সুধিলে "আপোনাৰ মতে কৃষি বিভাগ কেন্দ্ৰীয় হব লাগে নে প্ৰাদেশিক হৈয়ে থকা ভাল হ'ব?" বৰদলৈদেৱে কলে—"কেন্দ্ৰত উপদেষ্টা কমিটী এখন থাকিলে বেয়া নহ'ব কিন্তু প্ৰদেশ বিলাকেই ইয়াক পৰিচালনা কৰিব লাগিব; কাৰণ আমাৰ দেশ খেতি প্ৰধান।" এনেতে আন এজনে সুধিলে, "শিক্ষা

বিষয় একা ?” তেখেতে কলে, “এই বিষয়টো একে বিধানেই ভাল হ'ব। কেন্দ্ৰৰ উপদেষ্টা কমিটী সদায় সহায়ক হব লাগে। তাৰ পিচত স্বকীয়া প্ৰদেশ গঠনৰ বিষয়ত যিমানদূৰ সম্ভৱ ভাষা আৰু কৃষ্টিৰ একতাৰ ভেটিত হ'লে ভাল হয় বুলি মত প্ৰকাশ কৰিলে। এই প্ৰসঙ্গতো মিঃ জিন্না চাহাবৰ পাকিস্থানৰ দাবীৰ কথা যে পাকে প্ৰকাৰে মানি যোৱাই হয় তাকেই উল্লেখ কৰিলে কিন্তু যদিহে প্ৰদেশবোৰক যথেষ্ট ক্ষমতা দিয়া হয়। মোৰ মতে যদি প্ৰদেশবোৰ বিভাগ হয় তেন্তে কোনো কোনো প্ৰদেশ মুছলিম প্ৰধান হবই। সেইখিনিই তেখেতৰ দাবী মতে হোৱা বুলিলে অন্যায় নহব।

মোৰ মতে সেই দাবীও আমি মিলনৰ কাৰণে মাথোন মানি লব পাৰোঁ। যদিহে ই মিঃ জিন্নাৰ পক্ষে গ্ৰহণযোগ্য নহয় তেন্তে তেখেতক বাদ দিও আমি আগ বাঢ়িবলৈ প্ৰস্তুত হব লাগিব।

বৰদলৈদেৱে কলে যে অতি শীঘ্ৰে শাসন ক্ষমতা হস্তান্তৰ কৰি ভাৰতীয় লোকৰ হাতত দিব লাগে আৰু তাৰ বাবে যুগুত ব্যৱস্থা কৰিব লাগে। যিমান পলম হব সিমানেই জটিলতাই দেখা দিব পাৰে। যদিহে মিঃ জিন্নাই মধ্যবৰ্ত্তী গভৰ্ণমেণ্ট এটা স্থাপনত মত দিয়ে—ভাল কথা; যদিহে নিদিয়ে তেন্তে তেনে বাধাদান নীতি বৃটিছ চৰকাৰে মানি লব নালাগে। ভাৰতীয় লোক সকলৰ এই বিষয়ে মতামত স্পষ্ট আৰু যদিহে কেঁৰো যেঁহো কৰে বুজা যাব যে সাম্প্ৰদায়িক ভাৱৰ অচিলা লৈয়ে বৃটিছ চৰকাৰে ভাৰতক স্বাধীনতা দিব নোখোজে।

প্ৰসঙ্গতঃ বৰদলৈদেৱে দেখুৱালে যে ভাৰতৰ ভিতৰত ৮ খন প্ৰদেশতে কংগ্ৰেছ গভৰ্ণমেণ্ট। পঞ্জাবৰ কথাও ইয়াৰ লগতে ধৰিব পাৰি। মুঠতে বাকী থাকিল বঙ্গদেশ আৰু সিন্ধু প্ৰদেশ। কংগ্ৰেছৰ নীতি সমৰ্থনকাৰী লোকৰ সংখ্যা ৩২ কোটিৰ ভিতৰত ২৬ কোটি। যদিহে মিঃ জিন্না আৰু কংগ্ৰেছে কোনো এটা বিধান মানি মধ্যবৰ্ত্তী চৰকাৰ গঠন কৰিব নোৱাৰে তেন্তে বৃটিছ গভৰ্ণমেণ্টে প্ৰাদেশিক চৰকাৰৰ দ্বাৰা মনোনীত সদস্যৰ দ্বাৰা মধ্যবৰ্ত্তী চৰকাৰ গঠন কৰিও ক্ষমতা হস্তান্তৰ কৰিব লাগে। এই চৰকাৰকে বৰ্ত্তমান ভাৰত চৰকাৰৰ হাততে সমস্ত ক্ষমতা অৰ্পণ কৰিব লাগে যেনে মুছলীম লীগৰ প্ৰশ্ন, সংখ্যালঘু আৰু ভাৰতীয় ৰাজন্য বৃন্দৰ প্ৰশ্ন সমাধান কৰিবলৈ ক্ষমতাবান হব লাগে। ইবিলাকেই গণ-পৰিষদ গঠন কৰিব লাগে আৰু এই পৰিষদেই ভাৰতৰ শাসন বিধি ৰচনা কৰিব। ইয়াৰ পিচত এই মনোনয়ন কোনে কৰিব বা কেনেকৈ কৰিব বা প্ৰাদেশিক ব্যৱস্থাপক সভাই নিৰ্বাচন কৰিব নে ইত্যাদি প্ৰশ্ন আলোচনা হয়।

মিছনৰ পক্ষৰ পৰা প্ৰশ্ন হয় যে এই বিধানৰ ফলত সংখ্যালঘু সম্প্ৰদায় অনুন্নত আৰু জনজাতি সকলৰ পক্ষৰ পৰা লোক লোৱাত বাধা থকা বা কেনেকৈ সম্ভৱ হব আলোচনা হল আৰু বৰদলৈদেৱে তাৰ যথাযথ উত্তৰ দি জনালে যে সেই বিষয়ত কোনো অসুবিধা নাই; কাৰণ কংগ্ৰেছো সেই নীতিৰে অনুসৰণকাৰী; যত সিবিলাকক স্বকীয়া সুবিধা দিবলৈ ন্যায়তঃ বাধ্য।

ইয়াৰ পিছত অসমৰ স্বকীয়া সমস্যাৰ কথা আলোচনা কৰা হল। বৰদলৈদেৱে কলে যে মিঃ জিন্নাই অসমখন পাকিস্থানৰ ভিতৰত হব লাগে বুলি দাবী কৰিছে। সি

যেনে অসম্ভৱ তেনে অবাস্তৱ। আকাশৰ চন্দ্ৰ তেখেতৰ ওচৰলৈ নামি অহাটো সম্ভৱ হব পাৰে কিন্তু অসম কেতিয়াও পাকিস্থানৰ অন্তৰ্ভুক্ত নহয়। ভাৰতৰ আন প্ৰদেশৰ ভিতৰত অসমেই (শ্ৰীহট্টক বাদ দি) কেতিয়াও বাহিৰা শক্তিৰ তললৈ অহা নাছিল। অসমৰ বুৰঞ্জী অতি পুৰণি; এনেকি মহাভাৰতৰ সময়ৰ পৰাই ধৰিব পাৰি। তাত উল্লেখ আছে, মহাৰাজ ভগদত্তই একলক্ষ হাতী লৈ কুৰুক্ষেত্ৰ ৰণত হাজিৰ হৈছিল। দ্বিতীয় শতাব্দীৰ পৰা এয়োদশ শতাব্দলৈকে অসমৰ সীমা বিহাৰ প্ৰদেশৰ পুব সীমাৰ পৰা শদিয়ালৈকে আছিল আৰু কোচবিহাৰৰ জলপাইগুৰি ৰংপুৰ প্ৰভৃতি ঠাই ইয়াৰ অন্তৰ্ভুক্ত আছিল। এই শদিয়া ভাৰত মহাদেশৰ একেবাৰে পুব সীমা। যেতিয়া পাঠান আৰু মোগলে পূৰ্ব্ব বঙ্গত চুবা পাতি আধিপত্য বিস্তাৰ কৰিছিল তেতিয়া সময়ে সময়ে সেই কালৰ শাসক জাতি আহোম আৰু কোচ্ ৰজাসকলৰ লগত সংঘৰ্ষ হৈছিল। ত্ৰয়োদশ শতাব্দীৰ পৰা সপ্তাদশ শতাব্দীলৈকে এই কালছোৱাৰ ভিতৰত সিবিলাকে ১৭ বাৰ অসম দেশ আক্ৰমণ কৰি প্ৰত্যাহত হৈছিল; আৰু এনেকি সীমান্তৰ পৰাও খেদাই দিছিল। অৱশেষত ব্ৰহ্মদেশীয় লোকৰ আক্ৰমণত আৰু বিশেষতঃ অসম ৰাজ পৰিয়ালৰ ভিতৰত তেতিয়া ভিতৰুৱা কন্দল লগাত অসম দেশ জুৰুলা হল। মানৰ আক্ৰমণত বাৰে বাৰে দেশ যেতিয়া জুৰুলা হল তেতিয়াই সেই আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ বৃটিছক মাতি অনা হল। তেতিয়াৰ পৰাই প্ৰকৃতপক্ষে অসমত স্বাধীনতা নোহোৱা হল। এইদৰে দেখা যায় যে অসমে বহুদিন নিজৰ আচাৰ ব্যৱহাৰ ভাষা কৃষ্টি লৈ স্বকীয়া ভাবেই নিজৰ স্বাধীনতা ৰক্ষা কৰি আহিছিল।

শ্ৰীহট্ট আছিল বঙ্গদেশৰ চুবাদাৰৰ তলত। গতিকে তাত বঙ্গদেশৰ প্ৰভাৱেই বেছি আছিল। এই সিদিনা মাথোন প্ৰশাসন ব্যৱস্থাৰ সুবিধাৰ কাৰণে শ্ৰীহট্ট জিলাখন অসমৰ লগত লগ কৰি দিয়া হৈছে। কংগ্ৰেছে ভাষা আৰু কৃষ্টিৰ ভেটিত প্ৰদেশবোৰ বিভাগৰ নীতি মানি লৈছে। সেইমতে শ্ৰীহট্ট জিলাখন কংগ্ৰেছ্ প্ৰদেশ হিচাবে বঙ্গদেশৰ লগতহে চামিল আছে। বৃটিছ্ চৰকাৰে শাসন কাৰ্য্যবিলাক চলাবৰ সুবিধাৰ কাৰণে অসমৰ লগত লগ লগাওঁতে বঙ্গদেশৰ পৰা ফালি অনা হল। এইদৰে ফালি অনাত শ্ৰীহট্টবাসীয়ে তীব্ৰ আন্দোলন কৰি ইয়াৰ বিৰোধিতা কৰিছিল আৰু সেই বিৰোধ এতিয়ালৈকে চলি আছে। ১৯২৪ চনত অসম কাউন্সিলত শ্ৰীহট্ট বিচ্ছেদৰ প্ৰস্তাৱ গৃহীত হয় আৰু সেই প্ৰস্তাৱৰেই বঙ্গদেশৰ লগত পুনৰ চামিল হবলৈ দাবী জনায়। একে ধৰণৰ প্ৰস্তাৱকে ১৯২৬ চনত অসম কাউন্সিলত ভাৰত চৰকাৰৰ নিৰ্দ্দেশত গৃহীত হয়, যেহেতু আগৰ বাৰত ভোটৰ সংখ্যাধিক্য পৰ্য্যন্ত পৰিমাণ নাছিল। বঙ্গদেশত তথা কেন্দ্ৰীয় চৰকাৰটো শ্ৰীহট্ট বঙ্গদেশৰ লগত ভুক্ত হব লাগে বুলি তেনে প্ৰস্তাৱ গৃহীত হয়। কিন্তু পিছত মুছলমান সভ্য সকল এই প্ৰস্তাৱৰ বিপক্ষে গ'ল। যেহেতু সিবিলাকে ভাবিছিল যে বৰ্ত্তমানে অসমত থকাত চৰকাৰী চাকৰী প্ৰভৃতি বিষয়ত যেনে সুবিধা ভোগ কৰিছে বঙ্গদেশৰ লগত চামিল হলে সেই সুবিধাবোৰ হেৰাব। আচলতে সিবিলাকৰ গোপন অভিসন্ধি এয়ে আছিল যে মুছলীম লীগে ইয়াৰ বৰ্ত্তমান মুছলমানৰ জনসংখ্যা ৩৩·৭ৰ পৰা সংখ্যা গৰিষ্ঠতা কৰি অসমক পাকিস্থানৰ ভিতৰ কৰিব আৰু তাৰ বাবে পূৰ্ব্ব বঙ্গৰ পৰা হাজাৰ

হাজাৰ মুছলমান আনি অবৈধ ভাবে আৰু বলেৰেও অসমত বহুবাৰ চেষ্টা কৰি আছে; যেতিয়াই এই কথাৰ প্ৰকাশ পালে অসমত শ্ৰীহট্ট বিচ্ছেদ আৰু মাটি পতন নীতিয়ে, ৰাইজৰ মাজত তিক্ততা আৰু বিৰক্তিৰ ভাব আৰু বাঢ়ি আহিল। ৰাইজ ইয়াৰ ঘোৰ বিৰোধী হল। সাধাৰণ শাসন কাৰ্য্যতো উভয় উপত্যকাৰ ভিতৰত অৰিয়াঅৰি ভাব বাঢ়ি আহিল। তাৰ প্ৰধান বিষয় হল কৰ্ম্মচাৰী নিয়োগ, ৰাজহুৱা কাৰ্য্যত গভৰ্ণমেণ্টৰ পক্ষৰ পৰা কৰা খৰচৰ তাৰতম্য; শেষত এনে হল যে কোনো জনহিতকৰ কামো এনে অৰিয়াঅৰি ভাৱত বন্ধ ৰাখিব লগাত পৰিছিল। অসম উপত্যকাৰ লোকসকলে এনেদৰেও আপত্তি কৰে যে অসম উপত্যকাৰ দুখীয়া মানুহৰ ধনেৰে সুৰমা উপত্যকাৰ বাবে বেছিকৈ খৰচ কৰা হৈছে। লৰ্ড ৱাভেলে এনেতে প্ৰশ্ন কৰিলে যে এইটোনো কেনে দৰে সম্ভৱ? তেনেতে বৰদলৈদেৱে ক'লে যে শ্ৰীহট্ট জিলা স্থায়ী বন্দোবস্ত মতে জমিদাৰ-প্ৰধান দেশ। কিন্তু ব্ৰহ্মপুত্ৰ উপত্যকা তেনে নহয়; খাচ ৰায়ত ভাবে বন্দবস্তি দিয়া হিচাপে ইয়াৰ খাজনা বেছি। কিন্তু শ্ৰীহট্ট সেই হিচাপে বহুতো কম। তেনেতে ভাইচৰয়ে প্ৰশ্ন কৰিলে যে অসমত এতিয়াও বহুতো মাটি পতিত হৈ আছে। বৰদলৈদেৱে ক'লে যে সেইটো সঁচা কথা নহয়। সেইটো মুছলীম লীগৰ উদ্দেশ্য পূৰণৰ বাবে কৰা অপপ্ৰচাৰহে মাথোন। কৃষি বিভাগে দিয়া হিচাপ ভুল। তেওঁবিলাকে প্ৰদেশৰ মুঠ মাটি কালিৰ পৰা খেতি আদিত আৱদ্ধ থকা মাটি বাদ দি যিটো পৰিমাণ ধৰিছে তাত নদীৰ গৰ্ভ, পৰ্ব্বত পাহাৰ, দ মাটি অৰ্থাৎ সদায় পানীৰ তলত থকা মাটি বাদ দিয়া নাই। ভাইচৰয়ে ক'লে পৰ্ব্বতৰ দাঁতি কাষৰততো কিছু মাটি থাকিব পাৰে? বৰদলৈদেৱে ক'লে যে কিছু থাকিলেও সি শাসন বহিৰ্ভুত অঞ্চল হব আৰু তাক কামত লগাবলৈ ইমান ধন খৰচ কৰিবৰ প্ৰয়োজন হব যে মহতকৈ শিং চৰা হব। এইবোৰ কামলৈ চাই তেখেতে খাটাং ভাব মত প্ৰকাশ কৰিলে যে কংগ্ৰেছৰ মূলনীতি অনুসৰণ কৰি ভাষা আৰু কৃষ্টিৰ ভেটিত অসম প্ৰদেশখন স্বকীয়াকৈ গঠন কৰিব লাগে। শ্ৰীহট্ট জিলা ইয়াৰ পৰা উলিয়াই দিব লাগে। এনেতে লৰ্ড পেথিক লৰেঞ্চে সুধিলে—যদি বঙ্গদেশ পাকিস্থানৰ অন্তৰ্ভুক্ত হয় তেতিয়া অসমে ভাৰতীয় ইউনিয়নৰ লগত কেনেকৈ সংযোগ ৰাখিব। বৰদলৈদেৱে ক'লে আমাৰ মতে আমি কোনো মতেই পাকিস্থান মানি নলওঁ; গতিকে প্ৰাদেশিক সংযোগৰ বিষয়ে আমাৰ মতে কোনো প্ৰশ্ন নুঠে। যদি ধৰিলোৱা যায় তথাপি আমাৰ বাট ওলাব জলপাইগুৰি আৰু কোচবিহাৰ আৰু দাৰ্জিলিং হৈ পুৰ্নিয়া অৰ্থাৎ বিহাৰ প্ৰদেশ পাবগৈ পৰা যাব। এই কেইখন জিলা কেতিয়াও পাকিস্থানৰ ভিতৰত সোমাব নোৱাৰে। সেই জিলা কেইখন হয় বিহাৰ নহয় অসমৰ লগত চামিল হব। অন্ততঃ এই জিলা কেইখন সদায় সংযোগ ৰক্ষাৰ কাৰণে প্ৰস্তুত ৰাখিব লাগিব।

তাৰ পিছত বৰদলৈদেৱে অসমৰ পক্ষে স্বকীয়া বিবেচনা পাবৰ যোগ্যতা সম্বন্ধে দাবী জনালে। ইয়াৰ আভ্যন্তৰীণ যন্ত্ৰ শক্তিশালী আৰু স্বয়ং সম্পূৰ্ণ কৰিব লাগে বুলি জনাই কলে যে কেন্দ্ৰীয় গভৰ্ণমেণ্টৰ পৰা অসমে সদায় অৱহেলাই পাই আহিছে। যদিও পেট্ৰল আৰু তেল অসমত উৎপন্ন হয় তাৰ বাবে কেন্দ্ৰৰ পৰা মাথোন যৎসামান্য টকা পোৱা হয়। অসমৰ পৰা ২ কোটি ৬০ লক্ষ পাউণ্ড চাহ বছৰি আমদানি হয় কিন্তু



৫৮ তম জন্ম দিবস উপলক্ষে ১৯৪৮ চনত
বৰদলৈ সাংবাদিক সকলৰ দ্বাৰা গুৱাহাটীত সম্বৰ্দ্ধিত

তাৰ বাবে অলপো টেক্স বা কৰ ( Duty ) অসমৰ ভাগত নিদিলে। আন আন কেন্দ্ৰীয় চৰকাৰৰ চাকৰি আদিৰ পৰাও অসম দেশ বঞ্চিত। অসমক বৰ নিকৰুণ ভাবেই সদায় ব্যৱহাৰ কৰে। ফলতঃ স্বায়ত্ব শাসিত দেশ হলেও ইয়াত নাই এটা ভাল শিক্ষানুষ্ঠান (বিশ্ববিদ্যালয়ৰ কথাই নাই এখন ইঞ্জিনিয়াৰীং কলেজও নাই,) হাইকোৰ্ট নাই ইত্যাদি। সহায় হিচাপে কেন্দ্ৰৰ পৰা বছৰি পোৱা ৩০ লাখ টকা অতি সামান্য। কিন্তু যুদ্ধৰ সময়ত অসমৰ ওপৰত আন প্ৰদেশৰ তুলনাত বহুত বেছি মাৰধাত পৰিছিল। কিন্তু উন্নতিৰ পথত আগুৱাবলৈ কৰা যত্নৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰৰ পৰা সদায় অৱহেলাই আৰু আও-কাণকে পাই আহিছে। আন আন প্ৰদেশৰ দৰে অসমেও তাৰ উৎপন্ন বস্তুৰ ওপৰত সম্পূৰ্ণ কৰ্তৃত্ব পাব লাগে, যদিও হিচাপ মতে কেন্দ্ৰই পৰিচালনাৰ বাবদ আয়ৰ এটা অংশ ৰাখিব পাৰে আৰু এই প্ৰদেশৰ আভ্যন্তৰীণ শাসন প্ৰণালীত সম্পূৰ্ণ স্বাধীনতা পোৱা উচিত।

বৃটিছ মিছন আৰু ভাইচৰয়ে ইয়াৰ পিচত অসমৰ জনজাতি সকলৰ বিষয়ত বিশেষ আগ্ৰহ দেখুৱাই সিবিলাকৰ পক্ষে কেনে বিধান সুবিধাজনক হব প্ৰশ্ন কৰিলে। বৰদলৈদেৱে তাৰ উত্তৰত ক'লে পৰ্ব্বতীয়া জনজাতি সকলক নিশ্চয় অসমৰ শাসনৰ অন্তৰ্ভুক্ত কৰিব লাগিব। বৰ্ত্তমান ব্যৱস্থা একেবাৰে অসন্তোষজনক। বৰ্ত্তমানে গৱৰ্ণৰে ভাৰতৰ চেক্ৰেটৰী আৰু ষ্টেটৰ তৰফে পাৰ্ব্বত্য অঞ্চল শাসন কৰে। সেইটো পৰিবৰ্ত্তণ কৰি খাচীয়া জয়ন্তীয়া অঞ্চলৰ দৰে খাচ অসম প্ৰদেশৰ অন্তৰ্ভুক্ত কৰি শাসন পদ্ধতি ৰচনা কৰিব লাগিব। সেইটো কৰোঁতে সেই অঞ্চলৰ কাৰণে কিছু স্বকীয়া ব্যৱস্থা কৰিব লাগিব। প্ৰদেশৰ ভিতৰত মিউনিচিপালিটি আৰু লোকেল ব'ৰ্ডৰ শাসন যেনেদৰে চলিছে সেইদৰেই এই অঞ্চল বিলাকৰো শাসন পদ্ধতি প্ৰবৰ্ত্তিত হব লাগে। প্ৰাদেশিক আইন সভাত সিবিলাকৰ পৰাও প্ৰতিনিধি লব লাগে। প্ৰাদেশিক গৱৰ্ণমেণ্টৰ লগত এই অঞ্চলবিলাকৰ সম্বন্ধ কেনে হব সেইটো বাহুল্য ভাবে পিচত নিৰ্দ্ধাৰিত হব এনেতে ভাইচৰয়ে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ জনজাতি সকলৰ কথা প্ৰশ্ন কৰিছিল। বৰদলৈ-দেৱে ক'লে যে দক্ষিণ পাৰৰ জনজাতি সকলৰ অৰ্থাৎ খাচিয়া জয়ন্তীয়া আৰু লুচাই প্ৰভৃতি জাতিতকৈ উত্তৰ পাৰৰ জনজাতিসকল আৰু পিচপৰা। সিবিলাকে মাজে সময়ে আহি ওচৰৰ গাওঁবোৰ আক্ৰমণ কৰে আৰু অত্যাচাৰ কৰি লুটপাত কৰে। কিন্তু সেইটো সাধাৰণ পুলিচ বা মিলিটাৰীৰ সহাযতে দমন কৰিব পৰা যাব। আৰু ক্ৰমে ভৈয়ামৰ লোকৰ লগত ঘনিষ্ঠতা বাঢ়ি অহাৰ লগে লগে তেনে অত্যাচাৰ আৰু উৎপীড়ণ কমি যাব। ভাইচৰয়ে তেতিয়া সেই অঞ্চলবিলাকৰ উন্নতিৰ কাৰণে খৰচ ক'ৰ পৰা পোৱা যাব প্ৰশ্ন কৰিলে। বৰদলৈদেৱে ক'লে যে এতিয়াও সেই অঞ্চলবিলাক শাসন কৰোঁতে প্ৰদেশৰ পৰাই বহুত টকা খৰচ হয়। দুঃখৰ কথা ইবিলাক অঞ্চল বৃটিছ শাসনৰ দিনতো অৱহেলিত হৈ আহিছে। কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হোৱাৰ পিচত হে গাৰো পাহাৰৰ তুৰাত এখন হাইস্কুল স্থাপিত হৈছে। তাৰ পিচত জোৱাইত জয়ন্তীয়াৰ খাই ঠাই, আৰু লুচাই পাহাৰতো শিক্ষাৰ ব্যৱস্থা অতি শোকলগা। চাৰ ষ্টেফৰ্ড ক্ৰিপচৰ প্ৰশ্নোত্তৰত

বৰদলৈদেৱে কলে যে আমি অতি আনন্দ মনেৰে সিবিলাকৰ উন্নতিৰ কাৰণে টকা খৰচ কৰিবলৈ প্ৰস্তুত আছোঁ।

আন দুই এটা সৰু সুৰা কথা হোৱাৰ পিচত বৰদলৈদেৱে পোনপটীয়াকৈ প্ৰশ্ন কৰিলে যে ভাৰতক স্বাধীনতা দিয়া বিষয়ত সিবিলাকৰ মনোভাৱ কি ? তেতিয়া লৰ্ড পেথিক লৰেঞ্চে কলে যে সিবিলাকে সকলো জাতি আৰু সম্প্ৰদায়ৰ মাজত একতা স্থাপন কৰিবলৈ আৰু সিবিলাকৰ হাততে ক্ষমতা হস্তান্তৰ কৰিবলৈ চেষ্টা কৰিছে। সিবিলাকে এনে আলাপ আলোচনাৰে কাৰো ওপৰত কোনো কথা বলেৰে জাপি নিদি ভাৰত আৰু বৃটিছ জাতিৰ ভিতৰত ইমান দিনৰ সোহাৰ্য্যৰ ফলত উদ্ভৱ হোৱা দায়িত্বৰ সন্তোষজনক ভাৰ হাত এৰাবলৈকে চেষ্টা কৰিছে।

এইদৰে আলোচনা শেষ কৰি মন্ত্ৰীমিছনে ভাবি চিন্তি ১৬ মে' তাৰিখে সিবিলাকৰ ঘোষণা প্ৰকাশ কৰিলে। পৰৱৰ্ত্তী অধ্যায়ত তাৰ প্ৰতিক্ৰিয়া আৰু তাত বৰদলৈদেৱৰ অৱদানৰ বিষয়ে আলচ কৰা হৈছে।

# মন্ত্ৰী মিছন আৰু বৰদলৈ

## দ্বিতীয় পৰ্য্যায়

ভাৰতৰ ৰাজনৈতিক দল, চৰকাৰৰ মুখপাত্ৰ আৰু নেতা আদি সকলোৰে লগত আলোচনা শেষ কৰি বৃটিছ মন্ত্ৰীমিছনে ১৯৪৬ চনৰ ১৬ মে' তাৰিখে যি ঘোষণা কৰিলে তাৰ ঘাই বিষয় বস্তু দুটা আছিল। এটা আছিল যে সমগ্ৰ ভাৰতৰ প্ৰদেশবিলাকৰ পৰা সভ্য নিৰ্ব্বাচন কৰি গণ পৰিষদ গঠন কৰিব আৰু সেইদৰে গঠিত গণ পৰিষদে স্বাধীন ভাৰতৰ শাসন ব্যৱস্থা ৰচনা কৰিবলৈ সম্পূৰ্ণ ক্ষমতা পাব। দ্বিতীয়টো হৈছে হিন্দু মুছলমান সমস্যা সমাধান আপোছ নোহোৱাত অৰ্থাৎ কংগ্ৰেছ আৰু মুছলীম লীগৰ ভিতৰত মতভেদ থকাত মুছলমানৰ কাৰণে স্বকীয়া পাকিস্থান ৰাষ্ট্ৰৰ পৰিবৰ্ত্তে ভাৰতৰ প্ৰদেশবোৰ তিনি ভাগত ভগাব আৰু 'ক' 'খ' আৰু 'গ' তিনটা বিভাগ হৈ যুটীয়া প্ৰদেশবোৰে এটা মাথোন ভোটৰ গৰিষ্ঠতাৰে নিৰ্ভৰ কৰি নিজ নিজ ভোটৰ দ্বাৰা শাসন ব্যৱস্থা ৰচনা আৰু যুগুত কৰিব। এইমতে আমাৰ প্ৰদেশ 'গ' বিভাগত (বা জোটত) পৰে আৰু বঙ্গদেশৰ লগত জোটাশালি মাৰিব লাগে। বঙ্গদেশ মুছলমান প্ৰধান প্ৰদেশ। সিবিলাকৰ লোক সংখ্যা আমাতকৈ বহুত বেছি আৰু সেই হিচাপত আমাৰ সভ্য সংখ্যাতকৈ কমেও দহগুণ বেছি হয়। গতিকে প্ৰাদেশিক আইন প্ৰণয়ন প্ৰভৃতি যাৱতীয় কাৰ্য্যত অসমে সদায় সকলো অৱস্থাতে আৰু সকলো কামতে বঙ্গদেশৰ ভোটৰ মুখাপেক্ষী হব লাগিব অৰ্থাৎ আমাৰ স্বাৰ্থ কেতিয়াও ৰক্ষা কৰাৰ সম্ভাৱনা নাই। সেই বাবে এই ঘোষণাৰ মূল কথা আমাৰ প্ৰদেশৰ স্বাৰ্থৰ সম্পূৰ্ণ বিপৰীতে।

গতিকে এই ঘোষণাত আমাৰ প্ৰদেশ তথা প্ৰাদেশিক কংগ্ৰেছ কমিটী আৰু ব্যৱস্থাপক সভা আৰু সভ্যসকল উদ্বিগ্ন হৈ তীব্ৰ প্ৰতিবাদ আৰু বিৰোধিতা যে কৰিব সি দেখা দেখি কথা। সেইমতে দেখা গ'ল অসম, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ আৰু শিখ সম্প্ৰদায় বেছিকৈ বিপন্ন হব লগা হোৱা যেন দেখা গ'ল আৰু এই সকলো ঠাই আৰু লোকৰ পৰাই ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ আৰম্ভ হল। কিন্তু গোটেই ভাৰতৰ তুলনাত এই বিপন্নতাৰ পৰিসৰ কিমান? গতিকে পোনতে আমাৰ প্ৰতিবাদলৈ যেন বিশেষ কাণ সাৰ কৰিবৰ প্ৰয়োজনেই নেদেখুৱালে নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে।

ইয়াৰ প্ৰতিবাদত মুখ্য অংশ গ্ৰহণ কৰিলে অসমে আৰু নেতৃত্ব ললে স্বাভাৱিকতে বৰদলৈদেৱে। তেখেতে সম্পূৰ্ণকৈ হৃদয়ঙ্গম কৰিছিল যে এই প্ৰস্তাৱিত বিধান অসমৰ পক্ষে সৰ্ব্বনশীয়া হব আৰু তাৰ স্বকীয়া অস্তিত্ব পৰ্য্যন্ত লুপ্ত হব। গতিকে এই সমস্যা অসমৰ পক্ষে জীৱন মৰণৰ সমস্যা। সেই বাবে এই বিষয়ত বৰদলৈদেৱৰ যি আপ্ৰাণ চেষ্টা আৰু শেহত সফলতা লাভ তাক পৰৱৰ্ত্তী কালত সকলোৱে একবাক্যে স্বীকাৰ কৰিব লগা হৈছিল। ই তেখেতৰ জীৱনৰ অন্যতম সৰ্ব্বভাৰতীয় কৃতিত্ব। এইটো কিন্তু স্বীকাৰ

কৰিব লাগিব যে আমাৰ চেষ্টা এই ফালৰ পৰা কৃতকাৰ্য্যতাৰে পৰিসমাপ্তি ঘটিলেও ফলতঃ ভাৰত খণ্ডিত হল আৰু এখন বেলেগ ৰাষ্ট্ৰ গঠিত হৈ বহুতো সমস্যাৰ সৃষ্টি হৈছিল আৰু তাৰে অন্যতম ডাঙৰ সমস্যা,—'ভগনীয়া সংস্থাপন সমস্যা।'

বৃটিছ মন্ত্ৰীমিছনৰ ঘোষণাৰ সময়ত গুৱাহাটীত প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অধিবেশন বহি আছিল। ঘোষণাৰ মৰ্ম্ম অনুধাৰন কৰি তেতিয়াই দিল্লীতো বহি থকা নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটীলৈ বৰদলৈদেৱৰ মাৰফত তাঁৰৰ বাতৰি যোগে তীব্ৰ বিৰোধিতা জনালে। তাঁৰৰ বাতৰিত বৰদলৈদেৱক ইমানকে ক'লে যে গোটেই অসমে এই ঘোষণাৰ মৰ্ম্ম কথা জানি আতঙ্কিত হৈ উঠিছে আৰু কোনো পধ্যেই অসমে এনে জোটাশালি মৰা বিভাগীয় প্ৰস্তাৱ মানি নলব আৰু সেই বিষয়ে বৰদলৈদেৱে সকলো সভ্যৰে কাষ চাপি এই মতামত জনাই এনে অনুৰোধ কৰিলে। সেই অনুসৰি বৰদলৈদেৱে কংগ্ৰেছ ৱৰ্কিং কমিটীৰ মেম্বৰ সকলক লগ ধৰিলে আৰু ১৯ মে'ত এখন স্মাৰক লিপি পেছ কৰিলে। সেই স্মাৰক লিপিত অসমৰ প্ৰতিবাদ জ্ঞাপন কৰিলে। আৰু প্ৰতিবাদৰ কাৰণ ফঁহিয়াই দেখুৱাই কোৱা হয় যে তেতিয়া হলে অসমৰ স্বকীয়া অস্তিত্ব নাথাকিব আৰু তাৰ নিজৰ ভাষা আৰু কৃষ্টি বিপন্ন হব। সেই বাবেই অসমে জোটাশালি মাৰি আন প্ৰদেশৰ লগত যুক্ত হবলৈ সম্পূৰ্ণ নাৰাজ। বিশেষতঃ ৱৃটিছ গভৰ্ণমেণ্ট তথা কংগ্ৰেছ মহাসভাৰ ঘোষিত নীতিৰো ই বিপৰীতে যাব যেহেতু প্ৰদেশৰ শাসন ব্যৱস্থা প্ৰবৰ্ত্তণ বা ৰচনা কৰাত সাৰ্ব্বভৌম ক্ষমতাও খৰ্ব্ব হব।

অকল স্মাৰকলিপি পঠায়ে সন্তুষ্ট নাথাকি প্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে সভাপতি মৌঃ মহম্মদ তৈয়বুল্লা চাহাবৰ নেতৃত্বত এটি সঁজাতি দল দিল্লীলৈ পঠালে আৰু সিবিলাক ১০ জুন তাৰিখে নতুন দিল্লীত বহি থকা কংগ্ৰেছ ৱৰ্কিং কমিটীত উপস্থিত হল। তাত মহাত্মা গান্ধীও উপস্থিত আছিল। তাতো আন এখন স্মাৰকলিপি দাখিল কৰিলে আৰু অনুৰোধ জনালে যে যাতে অসমে কোনো অৱস্থাত 'গ' তপশীলভুক্ত গোটত যোগ দিব লগা নহয় অৰ্থাৎ আন সংখ্যা গৰিষ্ঠ প্ৰদেশৰ ভোটত আমাৰ প্ৰদেশৰ শাসন ব্যৱস্থা কৰিবলৈ এৰি নিদিয়ে। আন প্ৰদেশৰ দৰে অসমেও যাতে নিজৰ শাসন পদ্ধতি ৰচনাত নিজৰ সাৰ্ব্বভৌম ক্ষমতা প্ৰয়োগ কৰিব পাৰে।

কংগ্ৰেছ সভাপতি মৌলানা আবুল কালাম আজাদ চাহেবে কংগ্ৰেছৰ ৱৰ্কিং কমিটীৰ তৰফে সকলো প্ৰকাৰে এই দাবী মানি লবলৈ স্বীকাৰ কৰিলে আৰু সহায়তা কৰিবলৈ প্ৰতিশ্ৰুতি দিলে আৰু সঁজাতি দলৰ যোগে সমগ্ৰ দেশবাসীলৈ এই মৰ্ম্মে জানিবলৈ আৰু সহানুভূতি জ্ঞাপন কৰিবলৈ অনুৰোধ কৰিলে। এই আশ্বাস বাণী পাই অসমৰ লোক-সকল কিছু পৰিমাণে শান্ত হল আৰু উদ্বিগ্নতা কিছু শাম কাটিল। নহলে গোটেই দেশতে চাৰিও ফালৰপৰা প্ৰতিবাদ হব ধৰিছিল আৰু ৰাজনৈতিক চেতনা থকা মানুহ মাত্ৰেই দেশৰ ভবিষ্যত ভাবি চিন্তান্বিত হৈছিল।

আনফালে নিৰূপিত দিনত গণপৰিষদৰ সভ্য নিৰ্ব্বাচন হবই লাগিব। এই নিৰ্ব্বাচনৰ কাৰণেও আমাৰ প্ৰদেশৰ পক্ষে বহুতো চিন্তাৰ আৰু সমস্যাৰ কাৰণ আছিল। শ্ৰীহট্ট কাছাৰ জিলা আমাৰ লগত আছিল। তেওঁবিলাকৰ লগত ব্ৰহ্মপুত্ৰ উপত্যকাক

সদায় ভিতৰি এটা অবিশ্বাসৰ ভাব আছিল যদিও কংগ্ৰেছৰ প্ৰভাৱত সি কিছু শাম কাটি আছিল। তদুপৰি তেতিয়া ইউৰোপীয় দলৰ প্ৰবল প্ৰভাৱ আছিল। তেওঁবিলাকৰ স্বাৰ্থৰ কাৰণে বহুত সময়ত সিবিলাক মুছলিম লীগৰ লগ লৈছিল। গতিকে আমাৰ প্ৰদেশৰ কাৰণে যি দহজন সভ্য গণপৰিষদকে ব্যৱস্থাপক সভাৰ সভ্যৰ ভোটত নিৰ্ব্বাচন কৰিব লাগিব তাৰ ভাগ বটোৱাৰা কেনেকৈ হব ? এই সমস্যা সমাধানত বৰদলৈদেৱে যথেষ্ট নিপুণতা আৰু কৌশল অবলম্বন কৰিছিল আৰু ফলতঃ ইউৰোপীয় দল নিৰপেক্ষ হল। সিটো উপত্যকাৰ পৰা দুজন সভ্য ললে। মুঠতে মুছলীম লীগৰ পৰা ৩ জন আৰু বাকী ৭ জন কংগ্ৰেছৰ মনোনয়ন লাভ কৰিলে আৰু নিৰ্ব্বাচিত হল।

ইতিমধ্যে বৰদলৈদেৱে ৰাতিক দিন কৰি এই বিপদৰ পৰা কি উপায়ে উদ্ধাৰ পাব পাৰি চিন্তা কৰিবলৈ ধৰিলে। মহাত্মাগান্ধীক মুখ্য কৰি পণ্ডিত জৱহৰলাল নেহৰু আৰু কংগ্ৰেছ সভাপতি মৌলানা আবুল কালাম আজাদ আৰু ৱৰ্কিং কমিটীৰ অন্যান্য সদস্যৰ লগত আলোচনা কৰি তেখেতে গণপৰিষদলৈ নিৰ্ব্বাচিত প্ৰতিনিধিসকলক ব্যৱস্থাপক সভাত এটা প্ৰস্তাবৰ দ্বাৰা (তাত কেনেভাবে কাম কৰিব লাগিব) নিৰ্দ্দেশ দিবলৈ স্থিৰ কৰিলে। সেইটো উপায় প্ৰশস্ত হব বুলি উক্ত নেতাসকলে স্বীকাৰ কৰিলে আৰু কংগ্ৰেছ সভাপতিৰ নিৰ্দ্দেশত বিধান সভাত সদস্য নিৰ্ব্বাচনৰ লগে লগে যি নিৰ্দ্দেশ দিলে তাৰ টোকা ইয়াত বাহুল্য ভাবেই সন্নিবেশ কৰা হল। সেই নিৰ্দ্দেশ নামাৰ খচৰা হওঁতে আগতে ৱৰ্কিং কমিটীয়েই স্থিৰ কৰিছিল।

১০ জুলাইত এই সদস্য নিৰ্ব্বাচনৰ কাৰণে অসম ব্যৱস্থাপক সভাৰ দিন ধাৰ্য্য হল। নিৰ্দ্দিষ্ট দিনত নিৰ্দ্দিষ্ট কামৰ কাৰণে সভা বহিল। বিৰোধী দলে নিৰ্ব্বাচনৰ লগে লগে এই সভাই সভ্য সকলৰ স্বকীয়া স্বাধীনতাত হস্তক্ষেপ কৰি কোনো নিৰ্দ্দেশ দিবৰ অধিকাৰ আছেনে বুলি বৈধতাৰ প্ৰশ্ন তুলিলে। বিৰোধী দলৰ মতে সভ্য সকলৰ ক্ষমতা কোনো নিৰ্দ্দেশৰ দ্বাৰা খৰ্ব্ব কৰিবৰ অধিকাৰ নাই। সভাত তুমুল বিতৰ্ক উপস্থিত হল আৰু অধ্যক্ষৰ বিচাৰত জানিবা সি নাকচ হল আৰু নিৰ্দ্দেশমূলক প্ৰস্তাৱ আলোচনাৰ্থে সভাত উপস্থিত কৰা হল আৰু সেই প্ৰস্তাৱ দাঙি ধৰিলে স্বৰ্গীয় বৰদলৈদেৱে। তাৰ প্ৰাসঙ্গিক কথাখিনি বাহুল্য ভাবেই ইয়াত সন্নিবেশ কৰা হল। ব্যৱস্থাপক সভাত বৰদলৈদেৱে প্ৰস্তাৱটো দাঙি ধৰি কলে—"মোৰ প্ৰস্তাৱটো উত্থাপনৰ আগতে ইয়াৰ অধিকাৰ লৈ বিৰোধীদলৰ পৰা এনে বাধা পাম বুলি আশা কৰা নাছিলোঁ। মই প্ৰস্তাৱটো পঢ়াৰ আগতে এষাৰ কথা কব খোজোঁ যে এইটো ব্যৱস্থাপক সভাৰ গণপৰিষদলৈ প্ৰতিনিধি নিৰ্ব্বাচনৰ বিষয় মাথোন। গতিকে বিৰোধী দলে যিদৰে কথাটো বুজাব খুজিছে ই তাৰ ভিতৰত নপৰে আৰু প্ৰস্তাৱটো এই :

যেহেতু যোৱা ১৬ মেই ১৯৪৬ চনত বৃটিছ মন্ত্ৰীমিছন আৰু ভাইচৰয় বাহাদুৰে যি ঘোষণা কৰিছে সেই বিষয় এই ব্যৱস্থাপক সভাই সাৱধানতাৰে বিবেচনা কৰি এই সিদ্ধান্তত উপনীত হৈছে। আৰু এই সভাৰ মত এয়ে যে অসম প্ৰদেশৰ পৰা গণপৰিষদলৈ নিৰ্ব্বাচিত সভ্যসকলৰ নিজৰ প্ৰদেশৰেই বাবে শাসন পদ্ধতি ৰচনা আৰু মীমাংসা কৰিবৰ সম্পূৰ্ণ অধিকাৰ আছে। আন কোনো প্ৰদেশৰ লগত (একাধিক ভাবে) জোটাশালি

মৰা বা লগ হৈ বিভাগ গঠন কৰি কোনো শাসন পদ্ধতি ৰচনা কৰিলে এই প্ৰদেশৰ স্বাৰ্থৰ বিপক্ষে হব আৰু যেহেতু এই সভাৰ মতে অসম প্ৰদেশে কোনো আন প্ৰদেশৰ লগত কোনো বিষয়তে স্বাৰ্থ সংশ্লিষ্ট থাকিলে কোনো বিভাগ বা জোটাশালি নামাৰিব। সেই অৰ্থে এই সভাই ইয়াৰ পৰা নিৰ্ব্বাচিত ১০ দহজন প্ৰতিনিধিক (১৬ মে' ১৯৪৬) চনৰ ঘোষণা মতে তলত দিয়া বিধান কেইটা মানি চলিবলৈ নিৰ্দ্দেশ দিয়ে—

১ম—এই সভাৰ পৰা গণপৰিষদলৈ নিৰ্ব্বাচিত প্ৰতিনিধিসকলে আমাৰ প্ৰদেশৰ কাৰণে শাসন পদ্ধতি ৰচনা কৰিবলৈ গোট খাব অৰ্থাৎ সিবিলাকে মাথোন আমাৰ প্ৰদেশৰ কাৰণে শাসন পদ্ধতি স্থিৰ কৰিব ;

২য়—এই প্ৰতিনিধিসকলে আন কোনো দলত বা বিভাগত আমাৰ প্ৰদেশৰ শাসন পদ্ধতি ৰচনা কৰোঁতে যোগ নিদিব ; আৰু

৩য়—এই প্ৰতিনিধিসকলে আন প্ৰদেশৰ লগত জোটাশালিমৰা শাসন পদ্ধতি ৰচনা কৰা কাৰ্য্যত বৰং পাৰ্য্যমানে বাধা জন্মাব। আমাৰ প্ৰদেশৰ লগত স্বাৰ্থযুক্ত কোনো বিষয় আন প্ৰদেশৰ লগত চামিল হৈ মাথোন অধিক সংখ্যক ভোটৰ দ্বাৰা নিৰূপিত হোৱা কোনো সিদ্ধান্তত সহযোগ নকৰিব ;

৪ৰ্থ—এই প্ৰতিনিধিসকলে গণপৰিষদৰ যোগে কেন্দ্ৰীয় শাসন পদ্ধতি ৰচনা কৰাত সদায় সহযোগিতা কৰিব বা অংশ গ্ৰহণ কৰিব।

সভাপতি ডাঙৰীয়া :—মই প্ৰস্তাৱটো আপোনাক ফঁহিয়াই দেখুৱাওঁ। দকৈ গমি চালে দেখিব যে এই প্ৰস্তাৱত মাথোন দুটা ঘাই কথা লুকাই আছে। প্ৰথমটো হৈছে যে এখন প্ৰদেশে নিজৰ শাসন পদ্ধতি ৰচনা কৰাত ক্ষমতা আছে। অৰ্থাৎ প্ৰদেশৰ প্ৰতিনিধিসকলৰ শাসন পদ্ধতি ৰচনা কৰিবৰ অধিকাৰ আছে। দ্বিতীয়তে আন প্ৰদেশৰ লগত এই প্ৰদেশৰ সম্বন্ধ থকা বিষয় বিলাকত মন্ত্ৰীমিছনৰ ঘোষণামতে আন প্ৰদেশৰ লগত জোটাশালি মাৰোতে আমাৰ প্ৰদেশৰ শাসন পদ্ধতিত আনৰ অধিক ভোটৰ তলতীয়া হৱ নেলাগে অৰ্থাৎ তেনে জোটাশালিমৰা অৱস্থাৰ পৰা আমি আঁতৰত থাকিম। মোৰ প্ৰস্তাৱত এই দুটাই ঘাই কথা। ব্যক্তিগত ভাৱে মই ভাবোঁ এনে ধৰণৰ প্ৰস্তাৱত কোনো পক্ষৰ পৰা বিৰোধিতা হব নেপায় বা হোৱা উচিত নহয়। মোৰ মতে মন্ত্ৰীমিছনৰ ঘোষণাৰ অন্ত-র্নিহিত কথাহে এই প্ৰস্তাৱৰ যোগে ব্যক্ত কৰা হৈছে। কি প্ৰাদেশিক শাসন পদ্ধতি ৰচনা বিষয়ক, কি আন প্ৰদেশৰ লগত সংশ্লিষ্ট স্বাৰ্থযুক্ত কথাৰ আলচ আৰু মীমাংসা বিষয়ত, মন্ত্ৰীমিছনৰ এনে কথা কতো নাই যে এখন প্ৰদেশে নিজৰ কাৰণে স্বকীয়াকৈ শাসন প্ৰণালী ৰচনা কৰি লব নোৱাৰে বা আন কোনো প্ৰদেশৰ লগত সমান অংশীদাৰ হিচাপে কোনো স্বকীয়া স্বাৰ্থৰ বিষয় আলচ কৰিব নোৱাৰে। মন্ত্ৰীমিছনৰ ঘোষণাৰ ইয়াৰ বাহিৰে আন অৰ্থ কৰিলে সি নিশ্চয় ভুল হব আৰু সি নিশ্চয় বিবেচনাৰো অযোগ্য হব। ইয়াৰ বাহিৰে আন এটা অৱস্থা কোনো প্ৰদেশৰ পক্ষে সম্ভ্ৰম আৰু মৰ্য্যাদাৰ বিপক্ষে হব। আমাৰ ইয়াৰ ভিতৰত এনে কোন আছে—যি অসমৰ মৰ্য্যাদা বা সম্ভ্ৰমৰ কাৰণ অনুভৱ নকৰিব বা চিন্তা নকৰিব ? সেই কাৰণে মই ভাবো যে এই প্ৰস্তাৱৰ বিৰোধিতা নহব।

মই আচলতে অনুভৱ কৰোঁ গণতন্ত্ৰৰ এনে মূল নীতিৰ বিপক্ষে কোনেও থিয় নিদিব।

আমি সকলোৱে জানো যে আমাৰ প্ৰদেশ ১৯৩৫ চনৰ ভাৰত শাসন আইনমতে শাসিত হৈ আহিছে। সেই আইনৰ বিধানমতে অসম প্ৰদেশে কিছুমান ক্ষমতা পোৱাৰ ফলত ই সৰ্ব্বপ্ৰকাৰে স্বয়ং শাসিত হৈছে। আভ্যন্তৰীণ শাসন হিচাপে এই প্ৰদেশে এটা গভৰ্ণ-মেণ্টৰ সকলো বিষয়তে শাসনত হাত আছে আৰু বাহিৰা হিচাপে ই এটা গোট হিচাপে আন প্ৰদেশৰ লগত সমান স্বত্বৰ অধিকাৰী।

মই কেতিয়াও ভাবিব নোৱাৰোঁ যে মন্ত্ৰীমিছনে উক্ত ক্ষমতাবিলাক বিলোপ কৰিবলৈ বা নিদিবলৈ কিবা নতুন প্ৰস্তাৱ কৰিব পাৰে। সিবিলাকে জানে যে জোটাশালি মাৰিলে, প্ৰাদেশিক স্বাধীনতা খৰ্ব্ব কৰা হব আৰু কোনো এটা অংশক নিজৰ সন্মতি আৰু স্বাধীন চিন্তাৰ পৰা বঞ্চিত কৰি কোনো বিধান গ্ৰহণ কৰিবলৈ অনুমোদন কৰিব।

মই এইটো কেতিয়াও ভাবিব নোৱাৰোঁ যে গণতন্ত্ৰপ্ৰিয় মন্ত্ৰীমিছনে কাৰো ওপৰত গাৰ বলেৰে এনে গণতন্ত্ৰ-বিৰোধী বিধান জাপি দিব পাৰে। সেই কাৰণে মই কওঁ, সভাপতি ডাঙৰীয়া, যে মন্ত্ৰীমিছনৰ ঘোষণাৰ কথাৰ লগত মোৰ এই প্ৰস্তাৱেই সমৰ্থন যোগ্য আৰু সামঞ্জস্য থকা অৰ্থ আৰু সেই বাবেই ই অকল সমৰ্থন যোগ্যই নহয় সকলোৰে পক্ষে ই সমাদৰ পাববো লায়ক। এই প্ৰস্তাৱৰ দ্বাৰা গণপৰিষদলৈ নিৰ্ব্বাচিত সদস্য সকলক আমি আমাৰ প্ৰদেশৰ কাৰণে শাসন আইন প্ৰণয়ন কৰিবলৈ ভাৰ দিছোঁ। আমাৰ প্ৰদেশৰ সমস্যা আমাৰ বাহিৰে আনে কি জানিব? প্ৰয়োজন হলে আমিয়েই আনৰ লগত উত্তৰ হোৱা বিভেদবোৰ গুচাই নিজক খাপ খুৱাই লব লাগিব। মই জানো যে আমাৰ প্ৰদেশত এনে দল বা সম্প্ৰদায় আছে যি ৰাজনৈতিক ক্ষেত্ৰ বা শাসন সম্বন্ধীয় আন কথাৰ আন প্ৰদেশৰ লগত খাপ খুৱাই লবলৈ প্ৰস্তুত কিন্তু আমিয়েইহে লগ হৈ বহি আমাৰ নিজৰ ভিতৰত সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰিব লাগে, কোনো বাহিৰা প্ৰদেশৰ মানুহে নহয়। মই ভাবো যে গণতন্ত্ৰক ভাল পোৱা কোনো লোকে মোৰ এই প্ৰস্তাৱৰ বিৰোধিতা নকৰিব।

• দ্বিতীয়তো কথাৰ বিষয়ে অৰ্থাৎ আন প্ৰদেশৰ লগত আমাৰ দেশৰ সম্পৰ্ক থকা কথাৰ বিষয় আলোচনা। মই এইটো স্বীকাৰ কৰোঁ যে বঙ্গদেশৰ লগত আমাৰ প্ৰদেশৰ সম্বন্ধ থকা বহুতো বিষয়ত আলোচনা কৰিব লাগিব আৰু সেইবোৰ সমাধান কৰিব লাগিব। বঙ্গদেশৰ লগত আমাৰ বহুতো বিষয়ত সম্বন্ধ আছে। অতীত কালৰে পৰা উভয় প্ৰদেশৰ ভিতৰত চলি থকা বেপাৰ বানিজ্যৰ কথা নকৰোঁৱেই; আন বহুতো কথাত সিবিলাকৰ লগত ঘনিষ্ঠ সম্বন্ধ আছে। এনে কি বিশ্ববিদ্যালয়, হাইকোৰ্ট প্ৰভৃতিৰ বাবেও সিবিলাকৰ ওচৰত আমি ধৰুৱা। কিন্তু অকল ইয়াৰ বাবেই বঙ্গৰ অধিক সংখ্যক ভোটৰ ফলত আমাৰ সম্বন্ধ নিৰূপণ বা স্বাৰ্থ তলত পৰিবলৈ দিব নোৱাৰি। আমি এইটো কবই লাগিব যে যুটীয়া সভাত অধিক সংখ্যক ভোটৰ বলত আন এখন প্ৰদেশৰ তলতীয়া হৈ আমাৰ সকলো প্ৰাদেশিক স্বাৰ্থ বিসৰ্জন দিবলৈ ভয় কৰিছোঁ আৰু সেই বাবেই তেনে যুটীয়াকৈ মতা সভাত যোগ দিয়া নহব। মই এইটো অনুভব কৰোঁ যে এনে প্ৰস্তাৱ গ্ৰহণ কৰাত কাৰো আপত্তি নহব। কোনো সাম্প্ৰদায়িক বিবেচনা নাথাকিলে মোৰ প্ৰস্তাৱ সৰ্ব্ববাদী সন্মত ক্ৰমে গ্ৰহণ কৰাৰে যোগ্য।"

চাৰ ছাদুল্লা তেতিয়া বিৰোধীদলৰ নেতা। তেখেতে ইয়াৰ তীব্ৰ বিৰোধীতা কৰিছিল আৰু লগত উজান ধৰিছিল মিঃ হুইটেকাৰে; তেখেত ইউৰোপীয় দলৰ নেতা। চাৰ ছাদুল্লাৰ মতে এনে প্ৰস্তাৱ অনাটো বিধি বহিৰ্ভুত হৈছে কাৰণ "মন্ত্ৰীমিছনৰ কথামতে আমাক গণপৰিষদলৈ সভ্য নিৰ্ব্বাচন কৰিবলৈ দিছে আমি তাকে কৰিব লাগে। আমি (সেই সভ্যসকলক) নিৰ্দ্দেশ দিবৰ কোন? আৰু সেই নিৰ্দ্দেশ খাটিব কিয়? তেখেতৰ মতে বঙ্গদেশৰ লগত আমাক লগ লগাই দিয়াত আমাৰ বৰ সুবিধা হৈছে। উন্নত বঙ্গদেশৰ লগত জাপ গ'লে আমাৰো উন্নতি অনিবাৰ্য্য। বিশেষতঃ বঙ্গদেশ নহলে আমাৰ উপায় ক'ত?

আমাৰ দেশত মুঠে চাউল কেইটাহে হয়; বাকী দেখোন সকলো বস্তু বাহিৰৰ পৰা আহে। তালৈ যদি বাট এৰি নিদিয়ে বঙ্গদেশে তেতিয়া আমাৰ উপায় কি হব? দ্বিতীয়তে পৃথিবীৰ ভিতৰত ডাঙৰ আসামৰ চাহ খেতি। ইয়াত উৎপন্ন হোৱা চাহ বোৰনো কেনেকৈ পঠাব পৰা হব বিদেশলৈ যদি বঙ্গদেশক আমি বিৰোধী ভাবাপন্ন কৰোঁ। তথাপি এইটো অন্য কথা যে মন্ত্ৰীমিছনে সংখ্যা লঘু সম্প্ৰদায় বুলিহে মুছলমান সকলক গণ-পৰিষদলৈ নিৰ্বাচনত স্বকীয়া সুবিধা দিছে। লগতে শিখ সম্প্ৰদায়কো দিছে। তেন্তে যদি এই প্ৰস্তাৱ মনা হয় সেইটোও বন্দ হৈ যায়। তথাপি যেতিয়া কংগ্ৰেছৰ গুৰিয়াল সকলে এনে মনোভাবেই গ্ৰহণ কৰিছে যেতিয়া অৱশ্যে এই প্ৰস্তাৱ গৃহীত হব; কিন্তু সি বাধ্যতামূলক ভোটহে হব। অসমৰ সকলোৱে ইচ্ছাপূৰ্বক দিব পৰা ভোট নহব। সেইবাবে এই প্ৰসঙ্গত আমি মুছলীম লীগৰ মনোভাব ইয়াৰ দ্বাৰাই ব্যক্ত কৰিলোঁ। আমাৰ দলৰ আন কোনেও আৰু এই প্ৰসঙ্গত নকব বা ভোট নিদিব। ইউৰোপীয় দলীয় নেতাৰ মতে এই প্ৰস্তাৱৰ বিৰোধিতা কৰাৰ যাই কাৰণ অৰ্থনৈতিক। সিবিলাকৰ মতে অনুন্নত দুখীয়া অসমে বঙ্গদেশৰ লগত লগ হোৱা হলে শীঘ্ৰে উন্নত হব পাৰিলেহেঁতেন। মন্ত্ৰী মিছনৰো সেয়ে ভাব। কিন্তু আমাৰ সঙ্গ উদ্দেশ্য কোনেও ভুল বুজাৰ ভয়ত আমি এই বিষয়ত কোনো হস্তক্ষেপ নকৰোঁ। নিৰ্বাচন আৰু প্ৰস্তাৱৰ দুয়োটাতে নিৰপেক্ষ থাকিম।"

বৰদলৈদেৱে ইয়াৰ উত্তৰত যথেষ্ট সমিধান দিছিল। তেখেতে কৈছিল—"যে বিৰোধী দলৰ নেতাৰ মতে আমি প্ৰাদেশিক জোটাশালিমৰা প্ৰস্তাৱ মানি লবলৈ বাধ্য আৰু গণ-পৰিষদৰ নিৰ্বাচন মানি লোৱাত ইটো অংশটো স্বীকৃতি দিয়া হল। বৰদলৈদেৱে কলে যে এই দুয়োটা কথা কেতিয়াও গ্ৰহণযোগ্য হব নোৱাৰে। সেই ঘোষণাৰ ১৫ দফাৰ ৫ ছেদত আছে—প্ৰদেশ বিলাকে ইচ্ছামতে গ্ৰুপত সোমাব পাৰে। সেইমতে আমি মন নগলে ইচ্ছা নকৰিলে নোসোমাবও পাৰোঁ। সোমাবই লগা কথাটো ইয়াৰ দ্বাৰা সূচায় নে? আমি আন প্ৰদেশৰ লগত নোসোমাবৰ যাই কাৰণ হৈছে আন প্ৰদেশৰ "সৰহীয়া ভোটে" আমাক একেবাৰে সৰ্বনাশ কৰিব পাৰে। যদিহে সেই দোষটো গুচাব পাৰি তেন্তে কোনো প্ৰদেশৰ জাপত সোমাবলৈ আমাৰ আপত্তি নাথাকিবও পাৰে। দুখন প্ৰদেশে সমান অধিকাৰ লৈ উভয়ৰ স্বাৰ্থ থকা বহুতো বিষয়ত একেলগে বহি আলচ কৰাত আমি আপত্তি কৰা নাই।

11-10-47.
N.D.

My dear Bardoloi,

All the 3 grounds are sound, assuming of course that there is no mistake about facts. You should certainly take the much needed rest. I am saying all this without knowing the situation. I feel like the blind leading the blind. Therefore I am perhaps but a worthless guide. May not Kaka Saheb be your guide today? The best thing for you is to pray and do the best you can health or no health.

This is a poor letter. But I can give you nothing better.

Yours

Bapu

মহাত্মা গান্ধীয়ে বৰদলৈলৈ লিখা চিঠি (১৯৪৭)

আমাৰ যাই আপত্তি যে আমাৰ অস্তিত্ব কেতিয়াও আনৰ হাতত পেলাই তাক ব্যাহত হবলৈ দিব নোৱাৰোঁ। সেই ঘোষণাৰ ১৯ ছেদৰ (ডি) ছেদত মই পঢ়িছোঁ। বিৰোধী দলৰ নেতাৰ, সেই সম্পৰ্কীয় কথাত মই দেখুৱা আকাঙ্ক্ষা দূৰ কৰিবৰ কোনো কথাকে দেখুৱাব পৰা নাই। মোৰ মতে এইটো একেবাৰে সঠিক যে ঘোষণা মতে আমি "গ্ৰুপত" সোমোৱা নোসোমোৱাটো আমাৰ ইচ্ছাধীন আৰু ১৯ ছেদ মতেও এখন প্ৰদেশে ভোটৰ বলেৰে আন এখন প্ৰদেশৰ ওপৰত প্ৰভুত্ব কৰিবলৈ দিব নোৱাৰে। সেই কাৰণে বিৰোধী দলৰ নেতাৰ কথাৰ যুক্তি-যুক্ততা মই বুজি নেপাওঁ যে আমি জোটাশালি মাৰিবই লাগিব আৰু আন প্ৰদেশৰ লগত স্বকীয়া বিষয়ৰ আলচ কৰি শাসন পদ্ধতি স্থিৰ কৰাত উভয়ৰ ভিতৰত অধিকাংশ ভোটত বলত হোৱা সিদ্ধান্ত মানি লব লাগিব।

যদি কোৱা হয় যে আমি আন প্ৰদেশৰ লগত জাপ খোৱাত আমাৰ স্বাধীনতা আছে তেন্তে আমি জাপত সোমাবলৈ আপত্তিও কৰিব পাৰোঁ। মোৰ বোধেৰে মন্ত্ৰীমিছনৰ মতে এনেকুৱাহে বিধানৰ কথা ভাবিছে যে প্ৰদেশবোৰ স্বকীয়া কিন্তু কেন্দ্ৰত যি গভৰ্ণমেণ্ট গঠিত হব সিবিলাকেই প্ৰদেশবোৰৰ ভিতৰত নিজৰ নিজৰ বিষয় পৰস্পৰৰ সৈতে আলোচনা কৰি নিজ স্বাৰ্থ সংশ্লিষ্ট বিষয়বোৰ মীমাংসা কৰি লব পাৰিব। সকলো ক্ষেত্ৰতে কিন্তু প্ৰদেশবোৰৰ স্বকীয়া অস্তিত্ব স্বীকাৰ কৰা হৈছে। মন্ত্ৰী মিছনৰ প্ৰস্তাৱত ইয়াতকৈ মৰ্য্যাদা সম্পন্ন আন কোনো বিধানৰ কল্পনা আছে বুলি মোৰ মনে নধৰে।

বিৰোধীদলৰ নেতাই আনৰ লগত লগ লগাৰ পৰা যি সুফলৰ আশা কৰা হৈছে কিছুমান কথাত হয়তো সি মিছা নহয়। কিন্তু তেখেতে যি আৰ্থিক সাহায্যৰ কথা কৈছে আৰু মিঃ হুইটেকাৰৰো তেনে মত, বঙ্গদেশৰ নিজৰে দেখোন সঙ্গতি নাই। বছেৰেকীয়া বাজেটো ঘাটি পৰা। আমাৰ দৰে তেওঁবিলাকো বহুতো বিষয়ত পৰমুখাপেক্ষী। আমাক বাট নিদিব এই কথাকেইটা কেন্দ্ৰীয় গভৰ্ণমেণ্টৰ হস্তক্ষেপৰ প্ৰয়োজনীয়তাৰ কথা ওলাই পৰে। তেওঁলোকৰ অৰ্থৰ সহায়ত আমাৰ প্ৰদেশ উন্নত হোৱাটো কথা তৰ্কৰ খাটিৰত কব পাৰে। আচলতে সি কেনেকৈ হব, যাৰ নিজৰে গাত তত নাই। মই ইমানলৈকে ৰাজি হব খোজোঁ যে বঙ্গদেশৰ সৈতে সমান অধিকাৰ লৈ উভয়েৰে কল্যাণজনক কোনো কথাৰ আলোচনা আৰু সেই অনুযায়ী সিদ্ধান্ত গ্ৰহণ কৰিব পাৰোঁ। কিন্তু মই এইটো কেতিয়াও পছন্দ কৰিব নোৱাৰোঁ যে মোৰ প্ৰদেশৰ যাৱতীয় সম্পদ মোৰ ইচ্ছা আৰু সন্মতি নিদিয়াকৈ আনৰ অধিক সংখ্যক ভোটৰ মুখত সিবিলাকক সঁপি দিব পাৰোঁ?

বিৰোধীদলৰ নেতাই কৈছে যে এই সভাৰ বাহিৰৰ এনে বহুত মানুহ আছে যি এই জাপখোৱা কথাটো সমৰ্থন কৰে। তেখেতৰ পক্ষে এনে ধৰণৰ যুক্তি দেখুৱা কিমান দূৰ সমীচীন হৈছে ভাবি চাব। অৱশ্যে আমি জানো যে শ্ৰীহট্টত এনে এটা দল আছে যি বঙ্গ দেশৰ লগত চামিল হবলৈ আপত্তি নকৰে। কিন্তু মোৰ বন্ধুৱে কোৱা কথাৰ ভিত্তিত নহয়। ভাষা আৰু কৃষ্টিগত একত্ব হলে কংগ্ৰেছেও তাক সমৰ্থন কৰিবলৈ একো টান নহয়। কিন্তু ইয়াত তেনে কোনো কথা নাই।

আকৌ চাওক, মোৰ মাননীয় বন্ধুৱে কতদিন এই ঠাইৰ পৰা কত বাৰ আন প্ৰদেশৰ লগত আমাৰ প্ৰদেশৰ সন্মান আৰু মৰ্য্যাদা ৰক্ষাৰ বিষয়েই কৈছে। আজি ইমান দিনে ভাৰত চৰকাৰে আমাৰ প্ৰতি কেনে ধৰণৰ ব্যৱস্থা কৰিছে অন্ততঃ আৰ্থিক বিষয়ত আপোনালোকে সকলোৱে জানে। আমাৰ কথা ভাৰত চৰকাৰৰ ওচৰত নৰজে হেতুকে আনৰ তুলনাত আমাৰ মাত সৰু। এতিয়াও সেই দশাই আমাৰ ঘটিব যদিহে আমাৰ বন্ধুৰ পৰামৰ্শ মানি আমি চলিব লগাত পৰে।

সেই কাৰণে আমাৰ পক্ষে এইটো অপৰিহাৰ্য্য যে আমি আনৰ নিৰ্বাচিত সদস্য সকলক এই প্ৰস্তাৱৰ দ্বাৰা সিবিলাকৰ কাৰ্য্য পদ্ধতি নিৰ্দ্দেশ কৰি দিব লগা হৈছে। মই দুনাই কওঁ যে আমি এই প্ৰস্তাৱৰ দ্বাৰা মন্ত্ৰী মিছনৰ ঘোষণাৰ অৰ্থ যেনে ভাবে লৈছোঁ ইয়াতকৈ যুক্তিসঙ্গত আন অৰ্থ হব নোৱাৰে। বিৰোধীদলৰ নেতাজনে "গ্ৰুপিঙত" যি অলপমান উপকাৰ পাবৰ আশা দেখুৱাইছে তাৰ বিনিময়ত আমি আমাৰ জন্মস্বত্ব ত্যাগ কৰিব নোৱাৰোঁ।

তদুপৰি তেখেতে যি সুবিধা অহাৰ কথা কৈছে সি আচলতে আহেনে নাহে তাকো ঠিক নাই। তেখেতে আগৰ কথাৰ সুৰ বদলাইছে আৰু প্ৰাদেশিক মাৰ্য্যাদা কেনেকৈ অক্ষুণ্ণ থাকিব সেই বিষয়ে আগৰ দৰে আজি কোৱা নাই। তেখেতে নিজ প্ৰদেশৰ সুখ সমৃদ্ধি আৰু লোক সকলৰ প্ৰকৃত কল্যাণ আন প্ৰদেশৰ কৃপাৰ ওচৰত সঁপি দিবলৈ অলপো কুণ্ঠিত বোধকৰা নাই। মোৰ পক্ষে ই অসহনীয় অৱস্থা আৰু কোনো অৱস্থাতে আন প্ৰদেশৰ তলতীয়া হৈ নিজৰ স্বাৰ্থ বলি দিয়াটো কেতিয়াও উচিত নহব।

ইয়াৰ পিছত বৰদলৈদেৱৰ প্ৰস্তাৱটো সভাত গৃহীত হয়। সভাই দিয়া নিৰ্দ্দেশমতে কাম কৰিবলৈ সভ্য সকল বদ্ধপৰিকৰ হল। আচলতে সেই সভ্য সকলোৱো সেই মতেই আছিল—যদিও মুছলীম লীগে বিৰোধিতা কৰিছিল। ভোট দিয়াৰ সময়ত লীগ নিৰপেক্ষ থাকিল। ইউৰোপীয় দলেও পূৰ্বৰ দিহামতে ভোট নিদিলে। কাজেই কোনো বিৰোধিতা নোহোৱাকৈয়ে প্ৰস্তাৱটো সভাত গৃহীত হল। চেপ্তেম্বৰ মাহতো অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি মৌঃ মহম্মদ তৈয়বুল্লা চাহাবে আৰু অসমৰ নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভ্যসকলে নিঃ ভাঃ কংগ্ৰেছ কমিটীৰ সভ্য সকলক লগ ধৰে। তেতিয়া দিল্লীত নিঃ ভাঃ কংঃ কমিটীৰ অধিবেশন বহি আছিল। এইবাৰো নিঃ ভাঃ কংগ্ৰেছ কমিটীয়ে অসমক সম্পূৰ্ণ সহায়তা কৰিবলৈ প্ৰতিশ্ৰুতি দিলে আৰু মহাত্মাজীয়ে এই বিষয়ে পিচত ১৭ ডিচেম্বৰ তাৰিখে শ্ৰীৰামপুৰত থাকোঁতে বৰদলৈদেৱৰ পত্ৰ সহিতে শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী আৰু শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী দেৱক যি উপদেশ দিছিল সেইটো আন এটা অধ্যায়ত দিয়া হৈছে। হয়তো প্ৰসঙ্গক্ৰমে সংক্ষেপে ইয়াত উল্লেখ কৰা হব। মুঠতে শ্ৰীযুত চৌধুৰীদেৱ সেই সময়ত অসম সংসদী দলৰ চেক্ৰেটৰী আছিল। আৰু কেইবাবাৰো কেইবাঠাইলৈ মহাত্মাজী বা ৱৰ্কিং কমিটীক লগ ধৰিবলৈ তেখেতে সততে অহা-যোৱা কৰিব লগাত পৰিছিল বৰদলৈদেৱৰ পত্ৰাদি লৈ।

ডিচেম্বৰ মাহৰ ৬ তাৰিখে বৃটিছ মন্ত্ৰী সভাই প্ৰাদেশিক জোটবন্ধা বিষয়ত (গ্ৰুপিং) যি ব্যাখ্যা স্বৰূপ বিবৃতি দিলে সি অসমৰ পক্ষে তথা গোটেই ভাৰতৰ পক্ষেই নিৰাশজনক আৰু সি আগৰ মূল সূত্ৰ পৰ্য্যন্ত এনে আঘাত কৰিলে যে অসম ত্ৰস্তমান হৈ উঠিল আৰু এইবাৰ আগতকৈও হতাশ হৈ নিতান্ত উদ্বিগ্ন হল। অসমে ঘোৰ সমৰ সন্মুখীন হৈ বিপন্ন অনুভৱ কৰিলে।

গতিকে বৰদলৈদেৱে ৯ ডিচেম্বৰ তাৰিখে গণ পৰিষদৰ সভ্যসকলৰ হৈ কংগ্ৰেছ ওৱাৰ্কিং কমিটীত এখন স্মাৰক পত্ৰ দাখিল কৰিলে। তাত অসমৰ বৃটিছ মন্ত্ৰী সভাৰ ঘোষণাৰ ফলত কি দশা হব পৰিষ্কাৰকৈ ব্যক্ত কৰিলে আৰু সি যে কোনোমতেই অসমৰ পক্ষে গ্ৰহণীয় নহয় দঢ়াই দঢ়াই জনালে। সেই স্মাৰক পত্ৰ খনৰ চমু টোকা এটা তলত দিয়া হ'ল।

এই স্মাৰক পত্ৰখন ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতিৰ ওচৰত দিয়া হৈছিল। তাত আছে:—

প্ৰিয় বন্ধু,

বৃটিছ মন্ত্ৰীমিছনে সিবিলাকৰ ৬ মে'ই তাৰিখৰ ঘোষণাত প্ৰাদেশিক বিভাগ আৰু তাৰ জোটবন্ধা বিষয়ত সম্প্ৰতি যি ব্যাখ্যা প্ৰকাশ কৰিছে সেই সম্পৰ্কে অসম প্ৰদেশৰ পৰা গণ-পৰিষদলৈ নিৰ্ব্বাচিত সদস্যসকলে তলত লিখা মতে মতামত প্ৰকাশ কৰাটো কৰ্ত্তব্য বুলি বিবেচনা কৰে আৰু সিবিলাকে এই প্ৰয়োজনীয় বিষয়ত যেনে মনোভাৱ গ্ৰহণ কৰিছে সেই বিষয়ত পুনৰায় ব্যক্তকৰা প্ৰয়োজন বুলি ভাবিছে।

১। এইটো মনত থাকিব পায় যে ১৯৪৬ চনৰ ১৬ মে'ই তাৰিখে বৃটিছ মন্ত্ৰীমিছনৰ ঘোষণাৰ পিচত ১৯ মে' তাৰিখেই শ্ৰীযুত গোপীনাথ বৰদলৈদেৱে কংগ্ৰেছ ৱাৰ্কিং কমিটীত এখনি স্মাৰক পত্ৰ দাখিল কৰে। তাত দেখুৱা হৈছিল যে প্ৰস্তাৱিত গণ-পৰিষদৰ সাৰ্ব্বভৌম ক্ষমতা বিষয়ত কংগ্ৰেছৰ যি দাবী সেই দাবী ইয়াৰ দ্বাৰা পূৰণ হোৱা নাই আৰু অসম প্ৰদেশ এই ঘোষণাৰ ফলত বিশেষ ভাৱে ক্ষতিগ্ৰস্ত হব। আজি বৃটিছ মন্ত্ৰী সভাই এই ঘোষণাত প্ৰাদেশিক বিভাগ আৰু জোটবন্ধা বিষয়ত যি ব্যাখ্যা প্ৰকাশ কৰিছে সেইটো কথা তেতিয়া দাখিল দিয়া স্মাৰক পত্ৰতে অনুমান কৰা হৈছিল। সেইমতে দেখা যায় যে অসম "গ" বিভাগত যোগ দিবলৈ বাধ্য আৰু তাৰ শাসন পদ্ধতিত জোটখোৱা অংশৰ ভোটাধিক্যত নিৰূপিত হব। বিশেষতঃ তাৰ সংশোধনৰ আন কোনো উপায় নাই। তাৰ পিচত ১০ জুন তাৰিখে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতিৰ দ্বাৰা পৰিচালিত এটা সঁজাতি দলে আন এখন স্মাৰকপত্ৰ ৱাৰ্কিং কমিটীত দাখিল দিয়ে।

তাতো সেই একে আসোঁৱাহৰ কথাকে প্ৰকাশ কৰা হৈছিল। এই উভয় বাবতে কংগ্ৰেছ সভাপতি মহোদয় আৰু ৱাৰ্কিং কমিটীৰ সভ্যসকলে শ্ৰীযুত বৰদলৈ আৰু সঁজাতি দলক অনুগ্ৰহ কৰি আশ্বাস দিছিল যে ৱাৰ্কিং কমিটীয়ে অসম প্ৰদে-

শৰ কথাটো বিশেষ ভাবে বিবেচনা কৰি চাব। আৰু 'প্ৰাদেশিক ব্যৱস্থাপক সভাত কেনেভাবে কাম কৰিব তাৰো এটা নিৰ্দ্দেশ সি বিলাকে দিব।

২। যেতিয়া বৰদলৈদেৱ কাৰ্য্যবশতঃ দিল্লীত আছিল তেতিয়া তেখেতে ৱাৰ্কিং কমিটীক অনুৰোধ কৰিছিল যে প্ৰাদেশিক ব্যৱস্থাপক সভাত গণপৰিষদৰ সভ্য নিৰ্ব্বাচন কৰাৰ লগে লগে সিবিলাকৰ কাৰ্য্য পদ্ধতি সম্পৰ্কে নিৰ্দ্দেশ বান্ধি দিব লাগে। সেই নিৰ্দ্দেশত সিবিলাকে বিভাগ বা জোটত কেনেভাবে কাম কৰিব স্পষ্ট থাকিব লাগে। তেনে নিৰ্দ্দেশ নামৰ যি প্ৰস্তাৱ হব তাৰ এটা নকল ৱাৰ্কিং কমিটীয়ে তৈয়াৰ কৰি দিব লাগে। কিন্তু সময়ৰ মুৰত তেখেতৰ হাতত কোনো খচৰা দিব পৰা নহল। পিচত যেনিবা ৱাৰ্কিং কমিটীৰ খচৰা এটা কংগ্ৰেছ সভাপতিৰ অনুমোদন বিচাৰি এজন মানুহৰ হাতত দিয়া হল আৰু সভাপতি দেৱে তাৰ উত্তৰ এনেদৰে লিখি পঠালে।

বৰ্ত্তমানে সমস্যা প্ৰাদেশিক জোট-বন্ধা লৈয়ে হৈছে আৰু আপুনি সেই বিষয় ৱাৰ্কিং কমিটীৰ মতামতৰ বিষয়ে জানে। আপুনি সেই সিদ্ধান্ত অনুসাৰেই এটা প্ৰস্তাৱৰ খচৰা কৰি সভাত দাখিল কৰিব আৰু সেই খচৰা গণ-পৰিষদৰ চিলেকচন বৰ্ডে কৰি দিব।

সেইমতে বৰ্ডে যি প্ৰস্তাৱ ৰচনা কৰি দিলে তাকেই বৰদলৈদেৱে জুলাই মাহৰ ব্যৱস্থাপক সভাত দাঙি ধৰি গ্ৰহণ কৰিলে। তাৰ বহুল বিৱৰণ ওপৰত দিয়া হৈছে। তাৰ অনুবন্ধমতে গণ-পৰিষদৰ নিৰ্ব্বাচিত সদস্য সকলে কোনো প্ৰাদেশিক বিভাগ বা জোটবন্ধা কথাত যোগ নিদিব বৰং তেনে বিধানৰ বিৰোধিতা কৰিব।

২২ জুলাইত পণ্ডিত জৱহৰলাল নেহৰুৱে বৰদলৈদেৱলৈ লিখিলে : "অসম ব্যৱস্থাপক সভাত গৃহীত প্ৰস্তাৱ মই দেখিছোঁ। সেইমতে আপোনালোকে প্ৰাদেশিক বিভাগ কথাটোত অসহযোগ কৰিব নালাগে। মই দেখিছোঁ যে আপোনালোকে বিভাগ আৰু প্ৰাদেশিক জোটবন্ধা দুয়োটা কথাৰ বিষয়ে ভুল ধাৰণা কৰিছে। তেখেতৰ মতে কোনো বিভাগে জোটবান্ধিবলৈ অস্বীকাৰ কৰিব পাৰে কিন্তু প্ৰাদেশিক শাসন ব্যৱস্থা প্ৰণয়নত সিবিলাকৰ স্বকীয়া অস্তিত্ব থাকিব।" ইয়াৰ উত্তৰত বৰদলৈদেৱে জনালে যে ব্যৱস্থাপক সভাৰ প্ৰস্তাৱৰ দ্বাৰা ইয়াকে বিচৰা হৈছে যে প্ৰদেশ বিলাকক নিজ নিজ প্ৰদেশৰ কাৰণে আইন প্ৰণয়ন কৰিবলৈ সাৰ্ব্বভৌম ক্ষমতা দিব লাগে আৰু অকল প্ৰদেশৰ সদস্য সকলেই সেইটো স্থিৰ কৰিব লাগে। বৰদলৈদেৱে তদুপৰি জনালে যে "বৰ্ত্তমানে মধ্যবৰ্ত্তী কাল ছোৱাৰ গভৰ্ণমেণ্টৰ অধিনায়ক হিচাপে আপুনি সিদিনা যিটো বেতাৰ বাৰ্ত্তা যোগে আভাস দিলে তাতো আপোনাৰ পৰা যেনে মনোভাৱৰ পৰিচয় পোৱা গ'ল (সেই বিষয়ত) কিন্তু অসমবাসী লোকসকলৰ মনত বৰ সন্দেহ ওপজাইছে।" ইয়াৰ উত্তৰত পণ্ডিতজীয়ে ২৭ চেপ্তেম্বৰত এইদৰে উত্তৰ দিলে :

"প্ৰাদেশিক বিভাগ আৰু জোটবন্ধা বিষয়ত অসমবাসীৰ মনত উদ্বিগ্নতাৰ কথা মই সম্পূৰ্ণ অনুভৱ কৰিছোঁ। মই ভাবোঁ যে সেই বিষয়ত আমাৰ যি সিদ্ধান্ত সি আপোনালোকৰ মনোভাব সম্পূৰ্ণ ৰক্ষা পেলাইছে। আমি যেতিয়া ১৬ মে'ই তাৰিখৰ ঘোষণা পত্ৰ মানি লৈছোঁ আমি প্ৰাদেশিক বিভাগলৈ যাব লাগিব কিন্তু কথা হৈছে তাত গৈ আমি কেনেদৰে কাম কৰিম ? মোৰ বেতাৰ বক্তৃতাত এই বিষয়ে কোনো কথা উল্লেখ নকৰাটো সচাঁ কাৰণ মই কোনো বিতৰ্ক মূলক কথা কবলৈ ইচ্ছা কৰা নাছিলোঁ ; কিন্তু আমাৰ পক্ষে এইটো খাটাং যে প্ৰাদেশিক স্বতন্ত্ৰতা ৰক্ষা কৰিবই লাগিব। আৰু আন প্ৰদেশৰ লগত জোটবন্ধা বা শাসন পদ্ধতি ৰচনা কৰাত প্ৰদেশেই নিজে নিজে সিদ্ধান্ত গ্ৰহণ কৰিবৰ ক্ষমতা পাব। এইটো সচাঁ যে আমি এই বিষয়ত ফেদাৰেল কোৰ্টৰ ব্যাখ্যা মানি লবলৈ স্বীকাৰ কৰিছোঁ আৰু আমাৰ সেই সিদ্ধান্ত মানি আমি চলিম। কিন্তু আমি আমাৰ অসমৰ দৰে এখন প্ৰদেশৰ ইচ্ছাৰ বিৰুদ্ধে কোনো সিদ্ধান্ত জাপি দিয়া কথাত মান্তি হবৰ কাৰণে জোৰ নকৰোঁ।

এইটো সম্ভৱতঃ ইয়াত উল্লেখ নিষ্প্ৰয়োজন যে ৱাৰ্কিং কমিটীৰ যোৱা জুলাই আৰু আগষ্টৰ অধিবেশনত এইটো কথা অবিসম্বাদিত ৰূপে প্ৰকাশ কৰিছিল যে প্ৰদেশবিলাকৰ নিজ নিজ শাসন পদ্ধতি ৰচনা কৰিবৰ স্বকীয়া ক্ষমতা থাকিব আৰু প্ৰাদেশিক প্ৰস্তাৱিত জোটত সোমাব নে নোসোমাব সেই সিদ্ধান্ত লবৰ অধিকাৰ থাকিব।

"বৰ্ত্তমানে বৃটিছ গভৰ্ণমেণ্ট কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে দিয়া ব্যাখাৰ সম্পূৰ্ণ বিপৰীত ব্যাখা দিছে আৰু কমিটীয়ে সেই ব্যাখ্যাৰ ভেটিত হে আমাক (অসম বাসীক) কেনে ভৰসা দিছিল। যদিহে বৃটিছ গভৰ্ণমেণ্টৰ ব্যাখা মানি লোৱা হয় তেতিয়া এনে হয় যে আমাৰ প্ৰাদেশিক শাসনবিধি বা জোটবন্ধা বিষয়ত সিদ্ধান্ত গণপৰিষদৰ সভ্যসকলৰ (প্ৰদেশৰ পৰা নিৰ্ব্বাচিত) ভোটৰ গৰিষ্ঠতা লৈ "গ" বিভাগত বহিবই লাগিব। ফলতঃ আমি মুছলীম লীগৰ অনুকম্পাৰ ওচৰতে আমাৰ প্ৰাদেশিক শাসনবিধি বা জোটবন্ধা বিষয়ত সম্পূৰ্ণ নিৰ্ভৰ কৰিব লাগিব। বিভাগ সম্বন্ধে এনে ধৰণৰ সম্ভাৱনা আগতলৈ অসমৰ পৰা গণপৰিষদলৈ নিৰ্ব্বাচিত হোৱা সভ্য সকলৰ পক্ষে এটা মাত্ৰ পন্থা দেখা পাওঁ, সেইটো হৈছে "বিভাগৰ" কথাত একেবাৰে অমান্তি হোৱাটো। আমি ভাবোঁ যে আমাৰ অৱস্থা কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে এই সম্পৰ্কে ফেদাৰেল কৰ্টৰ ব্যাখা মানি লবলৈ কংগ্ৰেছ আৰু মুছলীমৰ মতভেদ স্বীকাৰ কৰাত অতিশয় বেয়াৰ ফালে চাল খাইছে। বৃটিছ চৰকাৰে তদুপৰি ঘোষণা কৰিছে যে ১৬ মে'ই তাৰিখৰ ঘোষণাত যি শেষ ব্যাখা কৰা হৈছে সেইটো উপযুক্ত আইনৰ দ্বাৰা সমৰ্থিত আৰু সেয়ে আমাৰ বিস্থতিৰ বিধানৰ পক্ষে মূল কথা। সেই কাৰণে আমি ভাবোঁ যে এনেস্থলত ফেদাৰেল কৰ্টৰ ব্যাখ্যাৰে বা ঠাই কত আছে ?

তদুপৰি অসম বিধান সভাৰ আমাৰ ওচৰত যি নিৰ্দ্দেশ সেই মতে "বিভাগীয়" কথালৈ যাবৰ কাৰণে কোনো বাট নাই।

এই কেটা কথা গতিকে আমাৰ আগত ফটফটীয়াকৈ ওলাই পৰিছে যে:

(১) কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে কোনো অৱস্থাতে বিভাগীয় কথাৰ ১৯ (৫) আৰু (৬) অনুচ্ছেদৰ যি ব্যাখ্যা কৰা হৈছে তাৰ কোনো মতেই গ্ৰহণ কৰিব নোৱাৰে।

(২) বৰ্ত্তমান পৰিবৰ্ত্তিত অৱস্থাত সিবিলাকৰ পূৰ্ব্বৰ প্ৰস্তাৱমতে ফেদাৰেল কৰ্টৰ মধ্যস্থতা মানি লব নোৱাৰে।

(৩) বৃটিছ গভৰ্ণমেণ্টৰ মনোভাব মতে দেখা যায় যে সিবিলাকে নিজ ইচ্ছা মতে যি সৰ্ত্ত আৰোপ কৰিছে তাত ভেটা দি গণপৰিষদে নিজক সাৰ্ব্বভৌম ক্ষমতাশালী অনুষ্ঠান বুলি ঘোষণা কৰিব লাগে আৰু পূৰ্ব্বৰ ঘোষিত নীতিমতে কি বিভাগ, কি জোটবন্ধা সকলো বিষয়তে নিজৰ শাসনবিধি ৰচনা কৰিবলৈ আগ বাঢ়িব লাগে।

আমাৰ এই নিবেদনৰ প্ৰত্যুত্তৰ পালে ৱাৰ্কিং কমিটীৰ ওচৰত চিৰকৃতজ্ঞ থাকিম।

আপোনালোকৰ বিশ্বস্ত,
(স্বা:) শ্ৰীগোপীনাথ বৰদলৈ আৰু
আন সভ্যসকল

১০ ডিচেম্বৰ তাৰিখে অসম প্ৰাদেশিক কংগ্ৰেছ সভাপতি আৰু সম্পাদক শ্ৰীসিদ্ধিনাথ শৰ্ম্মাদেৱে কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ সভ্য সকলে শ্ৰীৰামপুৰত থকা মহাত্মা গান্ধীলৈ তলত লিখা মতে তাঁৰ কৰিছিল:—

অসমে কোনো অৱস্থাতে বৃটিছ গভৰ্ণমেণ্টৰ সম্প্ৰতি প্ৰকাশিত ব্যাখ্যা মতে মুঠেই এটা ভোটৰ গৰিষ্ঠতাটো আমাৰ দেশৰ শাসনবিধি প্ৰণয়নত বিভাগীয় বা জোটবন্ধা বিধান মানি নলয় বা বঙ্গদেশৰ লগত জোট বান্ধিবলৈ ফেদাৰেল কৰ্টৰ ৰায় হলেও অস্বীকাৰ কৰিব।

মুছলীম লীগৰ সমৰ্থিত কোনো সৰ্ত্ত হলেও অসমে তাত প্ৰতিৰোধ কৰিবলৈ সকলো ক্ষমতা প্ৰয়োগ কৰিব। ই গণতন্ত্ৰ অনুমোদিত স্বতন্ত্ৰতা প্ৰভৃতি সকলো বিধানৰ বিপক্ষে। আমাৰ সমস্যা স্বকীয়া আৰু নতুন ধৰণৰ। অসম বিধান সভাৰ জুলাই মাহত দিয়া গণপৰিষদৰ সদস্যসকলৰ প্ৰতি নিৰ্দ্দেশ অটুট ৰাখক যে সিবিলাকৰ নিজ প্ৰদেশৰ শাসন পদ্ধতি ৰচনা নিজে বিধান কৰিব, আন প্ৰদেশৰ অধিক সংখ্যক ভোটৰ ওপৰত হবলৈ যেন এৰি নিদিয়ে।

অসমক এই বিপদৰ পৰা ৰক্ষা কৰক আৰু আপোনালোকৰ সুসিদ্ধান্ত জ্ঞাপন কৰি সমগ্ৰ দেশবাসীৰ উৎকণ্ঠা যেন দুৰ কৰে। বাধ্যতামূলক ভাবে যেন প্ৰাদেশিক ভোটত অসমক জুমুমুৱায়।

সভাপতি—তৈয়বুল্লা
সম্পাদক—সিদ্ধিনাথ শৰ্ম্মা
অসম কংগ্ৰেছ

ডিচেম্বৰ মাহৰ ১২ তাৰিখে বৰদলৈদেৱৰ চিঠিৰে সৈতে শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী, কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰি দলৰ সম্পাদক আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী সম্পাদক, অসম প্ৰদেশ কংগ্ৰেছ, উভয়ে শ্ৰীৰামপুৰত মহাত্মাজীক লগ ধৰি তেখেতৰ উপদেশ প্ৰাৰ্থনা কৰিলে। মাহাত্মাজীয়ে তেওঁবিলাকৰ হাতত নিজ মন্তব্যৰ এখন টোকা দি পঠালে। সেই টোকা ২৩ ডিচেম্বৰৰ বাতৰি কাকতবিলাকত প্ৰকাশিত হৈছিল। তাৰ অত্যাৱশ্যকীয় অংশ ইয়াৰ তলত দিয়া হ'ল—

১৫ তাৰিখে পুৱা শ্ৰীযুত ভাগৱতী আৰু শ্ৰীযুত চৌধুৰীয়ে শ্ৰীৰামপুৰত মহাত্মাজীক দেখা দি বৰদলৈদেৱে দিয়া চিঠিখন দিলে। সিবিলাকে কলে যে বৰ্ত্তমানে অসমৰ পক্ষে প্ৰাদেশিক জোটবন্ধা বিষয়ত কি কৰা উচিত ? বঙ্গদেশৰ লগত জোটবন্ধা অসমৰ ইচ্ছা নহয়। ই অসমৰ পক্ষে জীৱন মৰণৰ প্ৰশ্ন। কোনো কোনোৱে কয় যে অসম আঁতৰি থাকিলে মুছলীম লীগকে সহায় কৰা হব। অসমে গোটেই ভাৰতৰ উন্নতিৰ পথত কিয় বাধা দিব ? অসমে নিৰুপায়ত পৰি কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ ওচৰ চাপিছোঁ। কিন্তু তাৰ পৰাও বিশেষ খাটাং কথা পোৱা নাই। গতিকে তেখেতৰ ওচৰত পৰামৰ্শ বিচাৰি আহিছে। এই কথাত মহাত্মাজীয়ে ক'লে এই বিষয়ত সিদ্ধান্ত কৰিবলৈ মোৰ একমিনিটো সময় নেলাগে। কাৰণ মই এইটো ঠিক কৰি থৈছোঁ। মই হাড়ে মগজুৱে এজন কংগ্ৰেছ পন্থী ; বৰ্ত্তমান কংগ্ৰেছৰ গঠন প্ৰণালী ময়ে তৈয়াৰ কৰা। মই বৰদলৈক কৈছিলোঁ যে যদিহে কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে কোনো খাটাং নিৰ্দ্দেশ নিদিয়ে তেন্তে অসমে কেতিয়াও "বিভাগ" মানি লব নালাগে। অসমে প্ৰতিবাদ দাখিল কৰি গণপৰিষদ ত্যাগ কৰি ওলাই আহিব লাগে। ই কংগ্ৰেছৰ মঙ্গলৰ কাৰণে কংগ্ৰেছৰ বিপক্ষে সত্যাগ্ৰহ স্বৰূপ হব।

উচিত ভাবেই হওক বা অনুচিত ভাবেই হওক কংগ্ৰেছে এটা সিদ্ধান্ত ললে যে ই ফেদাৰেল কৰ্টৰ মীমাংসা মানি লব। ডবাৰ খেলত যেন এটা ডাঙৰ চাল দিয়া হৈছে। মই এইটো সহজে বুজিছোঁ যে ফেদাৰেল ক'ৰ্টৰ সিদ্ধান্ত গ্ৰুপীঙৰ কথাত কংগ্ৰেছৰ ব্যাখ্যাৰ বিপৰীতে হব কাৰণ মন্ত্ৰসভাই সিবিলাকৰ মতপোষণকাৰী আইনৰ মতামত পাইছে। এই ফেদাৰেল ক'ৰ্ট বৃটিছৰ দ্বাৰায়ে গঠিত। সি স্বাধীনতা বিহীন আদালত। কংগ্ৰেছে কিন্তু নিজৰ সিদ্ধান্ত মতেই কাম কৰি যোৱা উচিত। যদি অসমে মনে মনে থাকে তেন্তে সৰ্ব্বনাশ হব। অসমে যিটো কৰিব নুখুজিব তাক কোনেও জোৰ কৰি কৰাব নোৱাৰে। ই স্বাধীন ভাবে স্বতন্ত্ৰ এটা ক্ষেত্ৰ হিচাপে থিয় দিবও লাগিব। ই এতিয়াও বহু পৰিমাণে স্বতন্ত্ৰ ৰাষ্ট্ৰ। আপোনালোকৰ সাহস, কৰ্ম্মশক্তি আৰু দক্ষতা আছেনে নাই মই কব নোৱাৰোঁ। আপোনালোকেহে সেইটো জানে, যদি সেইকথা ঘোষণা কৰে তেন্তে বৰ ভাল হয়। যেতিয়াই গণ-পৰিষদ বহিবৰ সময় হব আপোনালোকে কৈ দিব "বন্ধুসকল, অসমে বিদায় লৈছে।" ভাৰতৰ স্বাধীনতাৰ কাৰণে এয়ে প্ৰধান কথা। প্ৰত্যেকটো গোটে নিজৰ মতে কাম কৰিবলৈ আৰু সিদ্ধান্ত গ্ৰহণ কৰিবলৈ সমৰ্থবান হব লাগে।

মই আশা কৰোঁ এই বিষয়ত অসমেই বাট দেখুৱাব। শিখসকলৰ কাৰণেও মোৰ এয়ে উপদেশ। কিন্তু এই বিষয়ত আপোনালোকৰ অৱস্থা শিখসকলতকৈ বহুতো ভাল। আপোনালোক এখন স্বকীয়া প্ৰদেশ কিন্তু তেওঁবিলাক এখন প্ৰদেশৰ ভিতৰত এটা সম্প্ৰদায় মাথোন। কিন্তু মই ভাবোঁ যে প্ৰত্যেক মানুহৰ নিজ ইচ্ছা মতে কাম কৰিবলৈ অধিকাৰ আছে যেনেকৈ মই নিজে কাম কৰি আছোঁ।

ইয়াৰ পিচত মহাত্মাজীৰ লগত বহুতো প্ৰশ্নোত্তৰ হল। তাৰ বাহুল্য বিৱৰণ নিস্প্ৰয়োজন। প্ৰসঙ্গতঃ ১৯৩৯ চনৰ যুক্তমন্ত্ৰীসভাৰ পদত্যাগৰ কথাও ওলাল উদাহৰণ স্বৰূপে। মহাত্মাজীয়ে ক'লে—সুভাষ বাবুৰ মততে ময়ো অসমৰ স্বকীয়া অৱস্থালৈ চাই পদত্যাগ কৰিব নালাগে বুলি মত দিছিলোঁ। সেই 'বয়কটৰ' ময়ে গুৰি আছিলোঁ। মই কৈছিলোঁ অসমে ইচ্ছা নকৰিলে পদত্যাগ কৰিব নালাগে। কিন্তু পদত্যাগ কৰিলে আৰু মোৰ মতে ভুল কৰিলে। বন্ধুদুজনে ক'লে—মৌলানা আজাদ চাহাবে অসমৰ কাৰণে স্বকীয়া বিধানত মত দিবলৈ অস্বীকাৰ কৰিলে। শেষত মহাত্মাজীয়ে ক'লে আমাৰ দাসত্বসুলভ মনোবৃত্তিৰ ফলত ভাবোঁ যে কি জানি কংগ্ৰেছৰ কথা নামানিলে কিবা অন্যায় কৰা হব। স্বাধীনচিতীয়া ভাব আৰু এনে দাসত্ব মনোবৃত্তিৰ মাজত পাৰ্থক্য কৰা টান। আমাক ইয়েই ভুল কৰায়। তেখেতে একেবাৰে শেষত ক'লে, মই আপোনালোকক ইমানখিনি সময় যিখিনি কথা কলোঁ সেই খিনিৰে আপোনালোকৰ মনৰ দৃঢ়তা বঢ়াবলৈ যত্ন কৰিছোঁ। আপোনালোকে যদি এতিয়া ঠিকমতে কাম নকৰে তেন্তে অসমৰ সৰ্ব্ব নাশ হব। বৰদলৈদেৱক ক'ব মই এতিয়াও হতাশ হোৱা নাই। গোটেই পৃথিবীৰ বিৰুদ্ধেও আপোনালোকে থিয় দিব লাগিব। নতুবা মই কম, অসমত মানুহ জাতি আছে কিন্তু মানুহ নাই। বঙ্গদেশে অসমত আধিপত্য কৰিব এইটো অসহনীয় কথা।

বন্ধুজনে তেতিয়া ক'লে, তেন্তে আপোনাৰ আশীৰ্ব্বাদ লৈ আমি সকলোকে জনাব খোজো যে অসমে কংগ্ৰেছৰ বিৰুদ্ধে থিয় হৈছে। মাহাত্মাজীয়ে ক'লে, 'ঈশ্বৰৰ আশীৰ্ব্বাদত কুশল হওক।"

মহাত্মাজীৰ এই টোকা পাই বৰদলৈদেৱে লগত আন কেজনক গণ-পৰিষদৰ সদস্যলৈ কংগ্ৰেছৰ ৱাৰ্কিং কমিটিৰ সভাত উপস্থিত হল আৰু তাক দাখিল দি মহাত্মাজীৰ মনোভাব জনালে।

তাৰ পৰা ঘূৰি আহি বৰদলৈদেৱে ডিচেম্বৰ মাহৰ ২৬ তাৰিখত অসম প্ৰাদেশিক ৱাৰ্কিং কমিটীত বিস্তৃত বিৱৰণ দি সকলো কথাৰ সম্ভেদ দিলে আৰু তেখেতৰ অহোৰাত্ৰ পৰিশ্ৰমৰ বিৱৰণো দাখিল কৰিলে। তেতিয়া ৱাৰ্কিং কমিটীয়ে সকলো কথা জানি বিবৃতি প্ৰকাশ কৰিলে। লগতে ৱৰ্কিং কমিটীয়ে এটি সজাতি দল গঠন কৰি নতুন দিল্লীত বহিব লগা নিখিল ভাৰত কংগ্ৰেছ কমিটী আৰু ৱাৰ্কিং কমিটীৰ আগত সিবিলাকৰ মন্তব্য আৰু সিদ্ধান্ত উত্থাপিত কৰিবলৈ দিহা কৰিলে।

ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, বৰদলৈ আৰু তেওঁৰ মন্ত্ৰীসভাৰ মন্ত্ৰী আৰু উপমন্ত্ৰীসকল (১৯৪৯)। বাওঁফালৰ পৰা—মৌলবী মতলিব মজুমদাৰ, ৰেভাৰেণ্ড নিকলাছ ৰয়, শ্ৰীবিমলা প্ৰসাদ চলিহা, শ্ৰীবৰদলৈ, শ্ৰীৰামনাথ দাস, ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, শ্ৰীপূৰ্ণানন্দ চেতিয়া, শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীহৰেশ্বৰ দাস, শ্ৰীৰূপনাথ ব্ৰহ্ম, শ্ৰীমতিৰাম বৰা আৰু শ্ৰীঅমিয় কুমাৰ দাস।

তাত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সম্পূৰ্ণ সহযোগ আৰু অসমবাসীৰ সমস্যা সন্তোষৰূপে সমিধান কৰা সিদ্ধান্ত গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। তাত স্পষ্ট উল্লেখ থাকিল যে সিবিলাকৰ সিদ্ধান্ত কংগ্ৰেছে গ্ৰহণ কৰা মূলনীতিৰ ওপৰত নিৰ্ভৰ কৰিহে কৰা হৈছে ।

সেই সময়ত জাতীয় কংগ্ৰেছ মহাসভাৰ আগত অসম, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ আৰু শিখসকলৰ প্ৰাদেশিক বিভাগ আৰু জোটবন্ধা বিষয়টোৱেই হৈছে আটাইতকৈ গুৰুতৰ প্ৰশ্ন। এই প্ৰশ্ন সমাধানৰ দায়িত্ব সিবিলাকৰ ওপৰত। অসমে এনে গুৰুত্বৰ পৰিস্থিতিৰ নিজৰ সিদ্ধান্তত দৃঢ় থাকিবলৈ আৰু সকলোকে সহানুভূতিশীল হবলৈ আহ্বান জনায়।

লিখা বাহুল্য বৰদলৈদেৱক মুখ্য কৰি অসম প্ৰাদেশিক কংগ্ৰেছ তথা দেশবাসীৰ যি দাবী আৰু সিদ্ধান্ত, সি ফলৱতী হল। বিভাগ বা জোটবন্ধা বিষয়ত মন্ত্ৰী মিছনৰ বিধান পৰিবৰ্তিত হৈ দেশ খণ্ডিত হ'ল আৰু তাৰ পৰিণতি হিচাপে এই ভাৰতবৰ্ষ আৰু পাকিস্থান ।

---

# মহাত্মাজীৰ সংস্পৰ্শত

[ এইটো বৰদলৈদেৱে নিজে লিখা প্ৰবন্ধৰ অসমীয়া অনুবাদ। তেখেতে লিখিছিল ইংৰাজীত মহাত্মাজীৰ প্ৰভাৱ কেনেকৈ তেখেতৰ ওপৰত পৰি গোটেই জীৱন নিয়ন্ত্ৰিত হৈছিল তাৰ আভাস আৰু মহাত্মাৰ সংস্পৰ্শত ঘটা আৰু সহায় লৈ কৰা কামৰ বৰ্ণনা। জীৱন কথাৰ বহুখিনি সন্দেহ এই প্ৰবন্ধত পোৱা গতিকে ইয়াত হুবহু তুলি দিয়া হল। অৱশ্যে কিছুমান কথা ইয়াৰ দ্বাৰা দোহৰা যেন দেখালেও নিৰৰ্থক নহয় ]

গান্ধীজীৰ প্ৰভাৱ মোৰ জীৱনত কোনো এক ধুমুহাৰ দৰে অহা নাছিল। তেওঁৰ দক্ষিণ আফ্ৰিকাৰ মহান জীৱন ছোৱাৰ বিষয়ে সেই সময়ত সম্পূৰ্ণ ৰূপে উপলব্ধি কৰিবৰ কাৰণে আমি নিচেই সৰু আছিলোঁ আৰু দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সকলৰ আন্দোলনৰ গুৰি ধৰোঁতে সেই মহাপুৰুষজনৰ অন্তৰ্নিহিত ভাবধাৰাৰ বিষয়ে আমি বিশেষ নাজানিছিলোঁ। আনকি ১৯১৫ চনত তেওঁ যেতিয়া ভাৰতবৰ্ষলৈ আহিছিল সেই সময়তো আমাৰ অসমৰ লোকসকলে ভাৰতৰ অন্যান্য লোকসকলৰ দৰে তেওঁৰ বিষয়ে বিশেষ নাজানিছিল। কিন্তু চাম্পাৰাণ আৰু খৈদাত তেওঁ কৰা কামৰ পিচতেই আমাৰ মনলৈ এক নতুন আদৰ্শ আৰু নতুন প্ৰণালী আহিল। এই নতুন আদৰ্শ আৰু নতুন প্ৰণালীত প্ৰকৃতমূল্য উপলব্ধি কৰিবলৈ আমাৰ এতিয়াও বহুত বাকী। কিন্তু তেখেতৰ যেতিয়া ১৯২০ চনত জনসাধাৰণক অন্যায়ৰ লগত অসহযোগ কৰি নিজৰ আত্মা শুদ্ধি কৰিবলৈ আৰু অহিংস আৰু সত্যৰ বলেৰে বলীয়ান হৈ বৃটিছ সকলৰ বিপক্ষে সংগ্ৰাম কৰিবলৈ আহ্বান জনালে তেতিয়া মোৰ মনত ই এটা আচৰিত আৰু মনোমোহা চাপ বহুৱালে। তেখেতৰ এই আহ্বানে মোৰ জীৱনত পাহৰিব খোজা পথটিৰ কথা যেনিবা আকৌ সোঁৱৰাই দিলে। গান্ধীজীয়ে কোৱামতে এবছৰৰ ভিতৰত আমি স্বাধীনতা লাভ কৰিব নোৱাৰিলেও তেখেতে আদৰ্শ দেখুৱা সৰ্ত্তসমূহ কঠোৰ ভাবে পালন কৰিব পাৰিলে আমাৰ অন্তৰ আত্মা ইয়াৰ দ্বাৰা বিশেষ ভাবে উপকৃত হব। তেওঁৰ আহ্বানে মোৰ অন্তৰত অসাধাৰণ প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু কোনো কোনো সময়ত এই প্ৰভাৱ অদমনীয় হৈ উঠিছিল। সেইবাবেই যেতিয়া মহাত্মাজী পোন প্ৰথমে অসমলৈ আহে মই তেখেতক মোৰ আধ্যাত্মিক আৰু ৰাজনৈতিক গুৰু স্বৰূপে মানি লওঁ।

তেওঁক অভ্যৰ্থনা জনাবলৈ যিসকল স্বেচ্ছাসেৱী সমবেত হৈছিল তেওঁলোকক কোৱা হৈছিল যে মহাত্মাজী তেওঁলোকৰ কাষেৰে যাওঁতে যাতে তেওঁলোকৰ কোনোৱে তেওঁৰ চৰণ স্পৰ্শ নকৰে। তেখেতে মোৰ ওচৰেদি খোজ কাঢ়ি যাওঁতে মোৰ অন্তৰত অনুপ্ৰেৰণাৰ কেনে হিল্লোল উঠিছিল তাক মই বৰ্ণনা কৰিবলৈ অক্ষম। মই সেই সময়ত গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সম্পাদক আছিলোঁ আৰু সেই বাবেই তেখেতক অভ্যৰ্থনা জনাবৰ

কাৰণে গোট খোৱা তেখেতৰ গুণগ্ৰাহীসকলৰ আগ শাৰীত ঠাই পোৱাৰ সৌভাগ্য ঘটিছিল। মই তেখেতৰ চৰণ কমল স্পৰ্শ কৰিব নোৱাৰিলোঁ যদিও তেখেতৰ খোজত স্পৰ্শ কৰিয়েই পৰম তৃপ্তি লাভ কৰিছিলোঁ। সেই সময়ত গান্ধীজীৰ লগত লগৰীয়া স্বৰূপে আহিছিল মৌলানা মহম্মদ আলি আৰু মৌলানা আজাদ চোভানী। সেইবাৰ তেওঁ অসমত তেওঁৰ শ্ৰেষ্ঠ সহায়ক অসহযোগ আন্দোলনৰ অতুলনীয় নেতা স্বৰ্গীয় দেশভক্ত তৰুণ ৰাম ফুকনৰ ঘৰত আছিল। সেই কাৰণে ফুকন ডাঙৰীয়াৰ ঘৰত তেখেতক শুশ্ৰূষা কৰাৰ আমি সকলো সুবিধা পাইছিলোঁ। গান্ধীজীয়ে সেই সময়ত বগা কাপোৰ ব্যৱহাৰ কৰা নাছিল, মাথো গাত কুৰটা এটা আৰু মূৰত গান্ধী টুপী এটাহে আছিল। সাধাৰণ কথা বতৰাৰ সময়তো মহাত্মাজীয়ে হাঁহি আৰু খুহুতীয়া কথা কৈছিল আৰু সকলো সময়তে তেওঁ মনত প্ৰফুল্লতা ৰাখিছিল। তেওঁ শুবৰ ইচ্ছা প্ৰকাশ কৰাৰ ঠিক পিচ মুহূৰ্ত্ততেই টোপনিত লালকাল হব পাৰিছিল। ছাগলীৰ গাখীৰ আৰু কেচা আৰু পকা ফলমূলেই তেওঁৰ আহাৰ আছিল। কিন্তু মই এটা কথাত মোহিত হৈছিলোঁ যে তেওঁ একেবাৰতে আমাৰ নিয়মীয়া মাটিকঁঠাল এটা খাব পাৰিছিল। আমাৰ কুটীৰ শিল্পৰ সাজ সঁজুলি বিশেষকৈ হাতেকটা আৰু হাতেবোৱা কাপোৰৰ সাজ সঁজুলিবোৰ চাই আৰু অসমৰ মহিলা সকলে কেনেকৈ শুদ্ধ বগা আৰু স্বাভাবিক ধৰণৰ সাজপাৰ পিন্ধি কেনে ভাল পাইছিল সেইবোৰ চাই মহাত্মাজীয়ে কেনে আনন্দ পাইছিল তাক মোৰ আজিও মনত পৰে। তেখেতে গুৱাহাটীত সেই সময়ৰ আটাইতকৈ ডাঙৰ সভা এখনত বক্তৃতা দিছিল। সেই সভাত দহ হাজাৰতকৈ অধিক লোকৰ সমাবেশ হৈছিল আৰু সেই সভা স্থলতে গোটেই নগৰৰ বিদেশী কাপোৰ বিলাক আনি গোট খুৱাই তাত জুই লগাই দি যজ্ঞ পতা হৈছিল। তেওঁৰ অসম ভ্ৰমণৰ কালত অসমৰ প্ৰায়বিলাক ঠাইলৈকে গৈছিল আৰু ডিব্ৰুগড়ত তেওঁ ইউৰোপীয় চাহখেতিয়ক কেইজনমানকো লগ ধৰিছিল। অসমৰ পৰা উলটি গৈ তেওঁ অসম আৰু অসমৰ স্বনামধন্য নেতা স্বৰ্গীয় তৰুণৰাম ফুকনৰ বিষয়ে "ইয়ং ইণ্ডিয়া" নামৰ কাকতত যি প্ৰবন্ধ লিখিছিল তাৰ ফলত তেখেতৰ গুণগ্ৰাহী অসমীয়া তিৰোতা দুগুণে উদ্বুদ্ধ হৈছিল।

ইউৰোপীয় চাহখেতিয়ক প্ৰধান অসমেই আছিল প্ৰথম প্ৰদেশ যাৰ আন্দোলনৰ ফলত চৰকাৰে আবকাৰী বিভাগীয় ৰাজহ ৮।৯ মাহ মানৰ ভিতৰতে আধা হৈ পৰিছিল। এই আন্দোলনত ব্যাপক ভাবে প্ৰচাৰ কাৰ্য্য চলোৱাত নবেম্বৰ মাহৰ লগে লগে অসমৰ নেতৃবৃন্দ অগাপিচাকৈ জেলত ভৰ্ত্তি হব লগীয়া হ'ল। মোৰ নাম পুলিচৰ বহীত উঠিল। ইতিমধ্যে মই অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ এজন সভ্য স্বৰূপে আহমদাবাদত বহা বছৰেকীয়া কংগ্ৰেছ কমিটীত এজন সভ্য স্বৰূপে যাব লাগে বুলি বাতৰি পালোঁ। আমি সেইবাৰ অসমৰ পৰিস্থিতিৰ বিষয়ে গান্ধীজীক সবিশেষ জনাই তেওঁৰ দিহা পৰামৰ্শ আমাৰ সহকৰ্মী সকললৈ আনিব লগীয়া হৈছিল। মোৰ লগত যোৱা সতীৰ্থ সকলে মোকেই তেখেত সকলৰ মুখপাত্ৰ স্বৰূপে নিৰ্বাচিত কৰিলে আৰু সেই সময়ত আহমদাবাদত গান্ধীজীৰ কাৰণে অস্থায়ী ভাবে সজোৱা বাহৰত তেওঁৰ লগত একেবাহে কেইবা ঘন্টাও বহি কথা-বতৰা পতা আৰু তেওঁক কৰ্মৰত অৱস্থাত থকা দেখিবলৈ পোৱা সৌভাগ্য

মোৰ সেইবাৰেই প্ৰথম ঘটে। ইয়াতে উল্লেখযোগ্য যে সেই সময়ত কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে তেখেতক ৰাষ্ট্ৰৰ একমাত্ৰ নায়ক আৰু কৰ্ণাধাৰ স্বৰূপে নিৰ্বাচন কৰে। সেই সময়ত মই দেখি আচৰিত হৈছিলো যে এজন মানুহে একেৰাহে এসপ্তাহ ধৰি আৰু আনকি মাহ মাহ ধৰি কেনেকৈ দিনে কুৰি ঘন্টাকৈ কাম কৰিছিল। সেই কামবোৰ এলাপেচা ধৰণৰ নাছিল। সেই কামবোৰ আৰু সেই বিষয়বোৰৰ লগত জড়িত আছিল দেশৰ আৰু ৰাইজৰ ভাগ্য। সেইবোৰ কোনো কোনো অত্যাৱশ্যকীয় সৰু সৰু কমিটীলৈ মোক প্ৰত্যুষত ৪ বজাতে মাতি নিয়া হৈছিল আৰু কোনো কোনো দিন উলটি আহিছিলোঁ ৰাতি প্ৰায় ১২ বজাত। দুপৰীয়াৰ আহাৰৰ কাৰণে মাথো খন্তেক অৱসৰ পাইছিলোঁ। সেই সময়তে গান্ধীজীয়ে তেওঁৰ আগত সাজপাৰ এৰি বগা কাপোৰ পিন্ধিবলৈ আৰম্ভ কৰে। হাতে কটা আৰু হাতে বোৱা খদ্দৰৰ কাপোৰৰ পৰিধান কৰি এজন সাধুৰ দৰে বহি তেওঁ অনেক গুৰুত্বপূৰ্ণ বিষয়ৰ চিন্তা কৰিছিল। এনে বিষয়বোৰৰ ভিতৰত আছিল আলী ভ্ৰাতৃদ্বয়ৰ মুক্তি। ইংৰাজ চৰকাৰৰ লগত আপোচ আৰু অহিংস অসহযোগ আন্দোলন প্ৰত্যাহাৰ আদি উচচ আৰু জাতিৰ জীৱন মৰণত সম্বন্ধ থকা জটিল সমস্যা সমূহ। লগতে মাজে মাজে তেওঁ বাতৰি কাকতৰ বাবে পঠোৱা বা-বাতৰিৰ বাবে শ্ৰুতলিপি দিছিল আৰু কেতিয়াবা কেতিয়াবা তেনে বা বাতৰিবোৰ শুধৰাই দিছিল। তেওঁৰ অন্তৰ্নিহিত অভিপ্ৰায় মই তেতিয়ালৈকে উপলব্ধি কৰিব পৰা নাছিলোঁ, কিন্তু তেখেতে মুকলি অন্তঃকৰণেৰে প্ৰশ্ন বিলাক মোৰ নিচিনা এজন লোকৰ আগত এনেদৰে ব্যাখ্যা কৰিছিল যে তেওঁ কেনেকৈ প্ৰত্যেকটো সমস্যাক চিন্তা কৰিছিল, প্ৰতিটো সমস্যাৰ ক্ষেত্ৰতো তেওঁ কেনে ভাবে কৰ্মপন্থা গ্ৰহণ কৰিবলৈ থিৰ কৰিছিল তাক ফটফটীয়াকৈ জানিব পৰা গৈছিল। গান্ধীজীয়ে মোক ক'লে যে যিবোৰ বক্তৃতা দিয়াৰ ফলত শ্ৰীফুকন আৰু বৰদলৈক গ্ৰেপ্তাৰ কৰা হৈছিল সেই বক্তৃতা সমূহ লিখি ৰাখি সভাই সমিতিয়ে প্ৰচাৰ কৰি অন্যান্য কৰ্মীসকলেও কাম কৰি যাব লাগে। আৰু যি সকল স্বেচ্ছাসেৱক অতি কঠোৰ নিৰ্য্যাতনৰ সম্মুখীন হৈয়ো নিজৰ অহিংসা আন্দোলনৰ ভাবধাৰা বাহাল ৰাখিব পাৰে তেওঁলোকে মদ কানি আদি মহলৰ সম্মুখত পিকেটিং চলাব লাগে। আমাৰ শেহৰজন কৰ্মী বাহিৰত থকালৈকে আমি এইদৰে কাম কৰি প্ৰয়োজন হলে বন্দীশাললৈ যাবলৈ প্ৰস্তুত হব লাগিব। তেখেতে মোক আৰু কৈছিল যে এইদৰে আমি অহিংস আন্দোলন চলোৱাৰ কাৰণে যদি বৃটিছ সকলৰ খং উঠে আৰু তেওঁলোকে যদি বন্দুকেৰে গুলীয়াই আমাক প্ৰাণে মাৰিবলৈও অগ্ৰসৰ হয় তেনেহলেও তাক আমাৰেই জয় বুলি ভাবিব লাগিব। মই গান্ধীজীৰ এই উপদেশ সহকৰ্মী সকলক দিবলৈ নৌ-পাওঁতেই মই তাৰ পৰা ঘুৰি আহি অসমত ভৰি দিয়াৰ লগে লগে মোক গ্ৰেপ্তাৰ কৰিলে। আকৌ কেইদিনমান পিচতে মোক মুক্তি দিয়া হল। কিন্তু দিনচেৰেক পিচতেই পুনৰ গ্ৰেপ্তাৰ কৰি মোক এবছৰ কঠোৰ কাৰাদণ্ড দিলে। মোৰ এই বন্দীশালৰ দিনকেইটা সঁচাকৈয়ে অভাৱনীয় দুখ আৰু কষ্টৰ দিন আছিল। আনহাতে মই মহাত্মাজীক যে বুজিবলৈ সুযোগ পাইছিলোঁ আৰু তেওঁৰ উপলব্ধিয়ে মোক যে দুগুণে উদ্বুদ্ধ কৰি তুলিছিল তাক পূৰ্ণমাত্ৰাই হৃদয়ঙ্গম কৰিব পৰাত মোৰ হিয়াত অপাৰ আনন্দৰ স্ফূৰ্ত্তি হৈছিল। মহাত্মাজীয়ে নো আমাৰ পৰা কি বিচাৰিছিল তাক আমি উপলব্ধি কৰিব পাৰিলোঁ।

তাৰ পিচত ১৯২৬ চনৰ ডিচেম্বৰ মাহত ব্ৰহ্মপুত্ৰৰ পাৰৰ পাণ্ডুত বহা কংগ্ৰেছৰ মুকলি অধিবেশনৰ সময়ত গান্ধীজীৰ লগত পুনৰ দেখা সাক্ষাৎ হয়। বাপুজীৰ বাহৰ নৈৰ ওখ পাৰতে সজা হৈছিল। বাপুজী আৰু আমি আটায়ে স্বামী শ্ৰদ্ধানন্দজীৰ হত্যাৰ মৰ্মান্তিক বাতৰি পাই মৰ্মাহত আৰু শোকগ্ৰস্ত হৈ পৰিলোঁ আৰু এই বাতৰিয়ে কংগ্ৰেছ অধিবেশনৰ কাৰ্য্যত শোকৰ ছাঁ পেলাইছিল।

ইয়াৰ উপৰিও প্ৰচণ্ড ধুমুহা আৰু লগে লগে হোৱা বৰষুণৰ ফলত কংগ্ৰেছ অধিবেশনৰ কাৰ্য্য ক্ৰমণিকা আৰু এদিনলৈ হোহোঁকাই নিবলগীয়া হল। সেই সময়ত মই সভামণ্ডপৰ ভাৰপ্ৰাপ্ত সম্পাদক আছিলোঁ আৰু সময়ৰ ইমান নাটনিত পৰিছিলোঁ যে আহাৰ কৰিবলৈকো সময় নেপাইছিলোঁ। তথাপিও চৌতে খৰমাৰি গান্ধীজীৰ লগত খাদী প্ৰদৰ্শনী চাবলৈ গৈছিলোঁ। তেওঁৰ ভাষণ নিখিল ভাৰত কংগ্ৰেছ কমিটী আৰু ইয়াৰ মুকলি অধিবেশন উভয়তে শুনিছিলোঁ। কিন্তু উক্ত শোকাতুৰ বাতৰি পাই গান্ধীজী নিজে দ্বিতীয় দিনাৰ অধিবেশনলৈ নগল আৰু অধিবেশনো সোনকালে শেষ হল।

১৯৩৪ চনত গান্ধীজী গুৱাহাটীলৈ আহোঁতে অভ্যৰ্থনা সমিতিয়ে তেখেতক ডাঃ হৰেকৃষ্ণ দাসৰ ঘৰত ৰখাৰ আযোজন কৰে। এইবাৰো বাপুজীৰ লগত দেখা সাক্ষাৎ কৰাৰ সৌভাগ্য মোৰ ঘটিছিল। হৰিজন সকলৰ অৱস্থাৰ বিষয়ে অধ্যয়ন কৰি তেওঁলোকৰ উন্নতি বিধানৰ অৰ্থে ধন সংগ্ৰহ কৰিবৰ কাৰণেই তেওঁ এইবাৰ অসমলৈ আহে। ভাৰতৰ আন আন ঠাইৰ দৰে অসমত অস্পৃশ্যতা নথকাটো দেখিবলৈ পাই তেওঁ আনন্দ পাইছিল। কিন্তু গুৱাহাটী নগৰৰ মিউনিচিপেলিটিৰ কৰ্ত্তৃপক্ষই তেওঁলোকৰ দ্বাৰা নিয়োজিত চাফাই কাম কৰা হৰিজন সকলৰ প্ৰতি যি ব্যৱহাৰ কৰিছিল তাক জানিব পাৰি তেওঁ মনত বৰ বেজাৰ পাইছিল। গুৱাহাটী মিউনিচিপেলিটিৰ কৰ্ত্তৃপক্ষই তেওঁক এখন অভিনন্দন জ্ঞাপন কৰিছিল আৰু তাৰ উত্তৰত গুৱাহাটীৰ চাফাই কামত নিয়োজিত হৰিজন সকলৰ দুখলগা অৱস্থাৰ কথা উল্লেখ কৰি বাপুজীয়ে কৈছিল যে তেওঁ নিজে এই হৰিজন সকলৰ বাসস্থান পৰিদৰ্শন কৰিব। মিউনিচিপেলিটিৰ সেই সময়ৰ চেয়াৰমেনে এই কথাত বৰ ভয় পাই তেওঁৰ হৈ মোক গান্ধীজীৰ ওচৰলৈ পঠায়। এই পৰিদৰ্শনৰ সময়ত মই সকলো অভিযোগৰ বোজা বহন কৰিবলগীয়া হল। সেইবাৰ গান্ধীজীয়ে হৰিজন কল'নীত সোমাই সিহঁতৰ বন্ধা-বঢ়া পাত্ৰ আদিও চাই চিচি ফুৰিছিল। তাৰ কেইমাহমানৰ পিচতেই মোক মিউনিচিপেলিটিৰ চেয়াৰমেন স্বৰূপে নিৰ্বাচন কৰে আৰু সেই বিষয়ে বাৰ গ্ৰহণ কৰাৰ পিচতে মোৰ প্ৰধান কৰ্ত্তব্য হল মিউনিচিপেলিটিৰ এই শ্ৰেণীৰ কৰ্মচাৰী সকলৰ কাৰণে নতুন ঘৰ দুৱাৰ ব্যৱস্থা কৰি তেওঁলোকক আন এখন ঠাইলৈ তুলি নিয়া।

হিন্দুস্থানী প্ৰচাৰ সভাত কৰ্মীসকলৰ লগতো তেওঁ এইবাৰ দেখা সাক্ষাৎ কৰে। আমাৰ কেইজনমানক আমাৰ কামকাজ কেনে চলিছে সেই বিষয়ে প্ৰশ্ন কৰাত মই হিন্দুস্থানী প্ৰচাৰ সভাৰ সভাপতি স্বৰূপে কওঁ যে এনে কাম কাজত আমি অনেক সময়ত নানা অসুবিধাৰ সন্মুখীন হব লগাত পৰিছোঁ। তেতিয়া তেওঁ এই বিষয়ে কেইটামান কথা কলে। তেওঁ কলে যে হিন্দুস্থানী শিক্ষা দিবলৈ কোনো এখন প্ৰচাৰ সভাৰ আৱশ্যকতা নাই। যদি তথাপি কোনো আৰ্থিক অনাটনৰ সন্মুখীন হবলগীয়া হয়

তেনেহলে তেনে কাম বন্ধ কৰি দিয়াই শ্ৰেয় । শিক্ষক নিযুক্তিৰ বিষয়ে তেওঁ কলে, এতিয়া অসমীয়া লৰাই আন ঠাইত গৈ হিন্দুস্থানী শিক্ষা লৈ আহি হিন্দুস্থানী প্ৰচাৰ কাৰ্য্যত লাগি যাব লাগে । ইয়াতেই উল্লেখযোগ্য যে এই সময়ৰেই পৰাই আমি প্ৰতি বছৰে কেই জনমানকৈ অসমীয়া ডেকাক ৱাৰ্দ্ধালৈ পঠাই তাত কাকা চাহেব কালেলকাৰৰ অভি-ভাবকত্বত থাকি হিন্দুস্থানী শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলোঁ ।

ভাগ্যক্ৰমে ১৯৩৬ চনত মই অসম ব্যৱস্থা পৰিষদৰ সদস্য নিৰ্বাচিত হওঁ । মই আচৰিত হৈছিলোঁ যেতিয়া ১০৮ জন সদস্যৰ এই পৰিষদত ৩১ জন সভ্যৰ কংগ্ৰেছ দলৰ দলপতিৰূপে ১৯৩৭ চনত মোক নিৰ্ব্বাচিত কৰে । কংগ্ৰেছৰ সিদ্ধান্তক শিৰ পাতি লৈ মই মহাত্মাজীৰ আদেশ অনুসৰি উক্ত কাৰ্য্যভাৱ গ্ৰহণ কৰাৰ বাহিৰে আন কোনো গত্যন্তৰ নেপালোঁ । সংযুক্ত মন্ত্ৰীসভাৰ বিষয়ে গান্ধীজীৰ মনোভাব কেনে আছিল তাক মই নেজানিছিলোঁ যদিও ১৯৩৮ চনত সুভাষ চন্দ্ৰ বসুৰ সভাপতিত্বত কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ সভ্যসকলৰ মাজত যে এই বিষয়ে অলপ বাক্ বিতণ্ডা আৰু তৰ্ক বিবাদ হৈছিল তাক মই জানিব পাৰিছিলোঁ । ময়ো কংগ্ৰেছৰ সম্পূৰ্ণ নিয়ম প্ৰণালী সন্মত চৰকাৰ গঠন কৰিব নোৱাৰাত বৰ সুখী হোৱা নাছিলোঁ ; কিয়নো কংগ্ৰেছৰ বাহিৰেও আন কিছুমান লোকৰ ওপৰত চৰকাৰে নিৰ্ভৰ কৰিবলগীয়া হৈছিল । কিন্তু কংগ্ৰেছ অনুষ্ঠানৰ মাজত আভ্যন্তৰীণ বাক-বিতণ্ডা চলি থকা সত্বেও চৰকাৰৰ ওপৰত অনাস্থা প্ৰস্তাৱ উত্থাপন কৰা বাবে ১৯৩৮ চনত মুছলীম লীগ মন্ত্ৰী সভাই ইস্তফা দিব লগীয়াত পৰে । ইয়াৰ ফলত বিৰোধীদলে চৰকাৰী শাসনভাৱ গ্ৰহণ কৰিবলগীয়া হয় ; নহলে অনাস্থা-ভাজন চৰকাৰকে শাসন নিৰ্বাহ কৰিবলৈ দিবলগীয়া হয় । এইবাৰ ভাবি-চিন্তি আমি কংগ্ৰেছ সভাপতি আৰু মৌলানা আজাদক মাতি পঠাওঁ আৰু আমাক যথোচিত দিহা পৰামৰ্শ দিবলৈ অনুৰোধ কৰোঁ । কংগ্ৰেছ সভাপতি আহি আমাৰ লগত আলোচনা কৰি মোক কলে যে মই গভৰ্ণৰক কোৱা উচিত যে মন্ত্ৰীসভা গঠন কৰিবলৈ মই প্ৰস্তুত আছোঁ । কংগ্ৰেছ সভাপতিৰ আদেশ অনুসৰি ময়ো তাকেই কৰিলোঁ ।

মন্ত্ৰীত্ব গ্ৰহণ কৰাৰ পিচত আমি মাথো ১৩ মাহ কাৰ্য্য নিৰ্বাহ কৰিলোঁ । এনেতে যুদ্ধৰ বিভীষিকাই দেখা দিয়াত ইয়াৰ পৰা উদ্ভৱ হোৱা সমস্যাৰ ফলত আমি মন্ত্ৰীত্ব ইস্তাফা দিওঁ । আমাৰ এনে সিদ্ধান্তৰ বিপক্ষে চিলেটৰ কেইজনমান নেতাই কংগ্ৰেছ ৱাৰ্কিং কমিটী আৰু মহাত্মাজীক জনায় । কিন্তু আমি ৱাৰ্কিং কমিটীৰ নিৰ্দ্দেশ শিৰোধাৰ্য্য কৰি ইস্তাফা দিলোঁ । প্ৰায় এবছৰৰ ভিতৰতে ১৯৩৯ চনত যুদ্ধ-বিৰোধী সত্যাগ্ৰহ আৰম্ভ হয় । এইবাৰ চিলেটৰ প্ৰায়বোৰ সদস্যই আৰু সংযুক্ত মন্ত্ৰীসভাৰ কংগ্ৰেছৰ বাহিৰে আন আন সভ্যই মত প্ৰকাশ কৰে যে সিন্ধু প্ৰদেশৰ দৰে অসমতো সত্যাগ্ৰহ কৰিবলৈ পৰিষদৰ সদস্য সকলক নিৰ্দ্দেশ নিদি অসমৰ মুছলীম মন্ত্ৰীসভাৰ বিৰুদ্ধে যুঁজিবলৈ অনুমতি দিব লাগে ; কাৰণ লীগ মন্ত্ৰীসভাই অসমত সংৰক্ষিত চৰণীয়া পথাৰ বিলাক মুকলি কৰি তাত পূৰ্ব বঙ্গৰ মুছলমান পমুৱা বহুৱাবলৈ অভিযান চলাইছে আৰু স্থানীয় নিগাজী বাসিন্দাসকলৰ ওপৰত বিশেষকৈ হোজা প্ৰভৃতিৰ সবলচিতীয়া জনজাতীয় বাইজৰ ওপৰত অভাৱনীয় উৎপীড়ণ আদি কৰিছে । স্বৰ্গীয় অৰুণকুমাৰ চন্দ আৰু বৈদ্যনাথ

মুৰ্জী প্ৰমুখ্যে এটা দলে পৰিষদৰ সদস্য ৰূপে থকাটোকে থিৰ কৰিলে আৰু মই অসম কংগ্ৰেছৰ সিদ্ধান্ত অনুযায়ী সত্যাগ্ৰহত যোগদান দিয়া উচিত বুলি থিৰ কৰিলোঁ। এই উদ্দেশ্যে এটি সজাতি দলৰ নেতৃত্ব কৰি ১৯৪৩ চনত গান্ধীজীক দেখা সাক্ষাৎ কৰিবলৈ থিৰাং কৰিলোঁ। গান্ধীজীৰ আগত মুছলীম লীগ মন্ত্ৰীসভাই অসমত কৰা অন্যায় অত্যাচাৰ আৰু আমি পৰিষদত থকা কালছোৱাত কৰা বিৰোধিতাৰ সকলো বিবৰণ বিতং ভাবে ব্যাখ্যা কৰি অসম মন্ত্ৰীসভাক যে বিৰোধিতা কৰি অসম পৰিষদত থকাটো আৱশ্যকীয় তাকো কোৱা হল। তেখেতেক মই ইয়াকো কলোঁ যে এই সত্যাগ্ৰহৰ সিদ্ধান্ত এক সৰ্বভাৰতীয় সিদ্ধান্ত কাৰণে আৰু অসম প্ৰাদেশিক কংগ্ৰেছ কমিটী আৰু অসম ব্যৱস্থা পৰিষদৰ কংগ্ৰেছী সদস্যসকলে তাত যোগদান কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে। শ্ৰীবৈদ্যনাথ মুখাৰ্জীয়ে অসমত সত্যাগ্ৰহ কৰাৰ বিৰোধিতা কৰি যিমান পাৰে যুক্তি অৱতাৰণা কৰিলে। সকলোতকৈ আমি আচৰিত হলো এটা কথাত যে শেহান্তৰত গৈ সত্যাগ্ৰহৰ কৰ্ত্তা আৰু গুৰিধৰোতা জনো গৈ অসমত সত্যাগ্ৰহৰ অনাৱশ্যকতা সম্পৰ্কে পতিয়ন যাওঁ যাওঁ হৈছিল। শেহত বাপুজীয়ে কলে যে সত্যাগ্ৰহৰ শেহ সিদ্ধান্ত সম্বন্ধীয় সম্পূৰ্ণ দায়িত্ব আৰু কৰ্তৃত্ব ন্যস্ত হৈছে মৌলানা আবুল কালাম আজাদ চাহেবৰ ওপৰত আৰু যেহেতুকে তেওঁ পিচদিনা ৱাৰ্দ্ধালৈ আহিব আমি তেওঁক লগধৰি সকলো আলোচনা কৰি লৈ পিচদিনা বিয়লি ৩ বজাত সভাপতিৰে সৈতে তেখেতক দেখা কৰাটো ভাল হব। মই আমাৰ সিদ্ধান্ত আৰু দৃষ্টিবাদৰ বিষয়ে মৌলানা আজাদক সকলো বিবৰি কলো আৰু সুৰমা উপত্যকাৰ বন্ধুসকলেও তেওঁলোকৰ মতামত মৌলানা চাহাবৰ আগত ভাগি পাতি কলে। পিচদিনা আবেলি আগেয়ে ঠিৰাং কৰাৰ দৰে আমি ৰাষ্ট্ৰপতিক লগত লৈ মহাত্মাজীক দেখা কৰিলোঁ। বিৰোধীদল নোহোৱাকৈ মুছলীম লীগ চৰকাৰক অসমৰ শাসন ভাৰ নিৰ্ব্বাহ কৰিবলৈ দিয়াটো কেনে সাংঘাতিক কথা হব তাক পুনৰ জোৰ দি ব্যাখ্যা কৰা হল, কিন্তু মৌলানা চাহেবে মহাত্মাজীক কলে যে সিন্ধু প্ৰদেশক ইতিমধ্যেই সত্যাগ্ৰহৰ পৰা ৰেহাই দিয়া হৈছে আৰু এতিয়া যদি অসমকো তাকে কৰিবলৈ দিয়া হয় তেনেহলে সৰ্ব্বভাৰতীয় সত্যাগ্ৰহৰ সিদ্ধান্ত নিৰাশজনক হৈ পৰিব। অসমৰ সমস্যাৰ বিষয়ে সম্পূৰ্ণৰূপে সহানুভূতি জনাই তেওঁ কলে যে অকল অসমৰ বিষয়লৈ কাম কৰি গলেই বৃটিছ শক্তিয়ে সেও মানিবলৈ বাধ্য হব। মহাত্মাজীয়ে কেই পলমান মোৰ মুখলৈ একেথৰে চাই বল, কিন্তু মই মোৰ মতামত ৰাতিপুৱাই মৌলানা চাহেবক জনালোঁ।

অলপ পিচতে মহাত্মাই কলে—"তোমালোকে কংগ্ৰেছ সভাপতিক মানি চলিবই লাগিব" আৰু আমি তেওঁক মানি চলিলেও মই ইয়াত এই বিষয়ে দীঘলীয়া বৰ্ণনা দিয়াৰ একমাত্ৰ কাৰণ হৈছে গান্ধীজীয়ে এই বিষয়ে পিচত উনুকিয়াইছিল। ইয়াৰ সাত বছৰৰ পাছত মই আন এক উপলক্ষ্যত যাক পিচত বৰ্ণাম—মই গান্ধীজীৰ ওচৰ চাপিবলগীয়াত পৰিছিলোঁ আৰু তেতিয়া তেওঁ মোক কৈছিল যে তুমি যি কোনো অন্যায়ৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ প্ৰস্তুত হব পাৰিব লাগিব লাগে সি কংগ্ৰেছ ৱাৰ্কিং কমিটীয়েই হওক। তেওঁ কৈছিল যে উক্ত সমস্যাটোৰ বেলিকা গা এৰা দিয়াটো মোৰ পক্ষে ভুলেই হৈছিল। তেওঁ সাত বছৰৰ পিচতো ইমান কথা কেনেকৈ মনত ৰাখিছিল তাক ভাবি মই আচৰিত হওঁ।

১৯৪০-৪২ চনৰ ভিতৰত মহাত্মাজীৰ সৈতে সঘনে দেখা সাক্ষাৎ হোৱাৰ ভাগ্য মোৰ ঘটিছিল ; এই সময়ছোৱাত বাপুজীক প্ৰায় ৱাৰ্দ্ধাত হাতে কামে লাগি থকা অৱস্থাত দেখিছিলোঁ। আৰু সেই পবিত্ৰস্থান মোৰ তীৰ্থস্থান স্বৰূপ হৈ পৰিছিল। এই কাল-ছোৱাত মই অকল তেখেতক জনাৰ সুবিধাকেই পোৱা নাছিলোঁ।। লগতে এই মহৎ ব্যক্তি-জন আৰু তেওঁৰ অনুগামীসকলে সেৱাগ্ৰাম আৰু ৱাৰ্দ্ধাত থাকি দেশৰ অসংখ্য গাওঁ আৰু অনুন্নত আৰু দলিত শ্ৰেণীৰ উত্তৰোত্তৰ উন্নতি আৰু মঙ্গলৰ কাৰণে কেনেবোৰ আঁচনি হাতত লৈছিল তাৰ বিষয়ে জ্ঞানলাভৰ ভাগ্য মোৰ ঘটিছিল। কাকাচাহেব কালেলকাৰ এই ক্ষেত্ৰত মোৰ পৰম উপকাৰী হৈ পৰিছিল। মই সদায় গঠনমূলক কামৰ ওপৰত অবিচল আস্থা ৰাখিছিলোঁ। ; কিন্তু মই এইদৰে ৱাৰ্দ্ধালৈ অহাযোৱা কৰাৰ ফলত এইটোও উপলব্ধি কৰিব পাৰিলোঁ যে এখন মুক্ত অহিংস সমাজ গঠন কৰাৰ উপৰিও গঠনমূলক কামৰ দ্বাৰা বিদেশী শাসনৰ নিচিনা অন্যায়ৰো অৱসান ঘটাব পৰা হব। মোৰ এনে এবাৰ ভ্ৰমণত ৱাৰ্দ্ধাত বহুদিন ধৰি আশ্ৰয় পাতি থকা জাপানী সন্ন্যাসী এজনৰ লগত পৰিচয় হয়। এই কালছোৱাত কুষ্ঠৰোগাক্ৰান্ত এজন বিখ্যাত সংস্কৃত পণ্ডিতৰ লগত মোৰ দেখা-সাক্ষাৎ হয়। আৰু বাপুজীয়ে তেওঁক কেনেকৈ নিজহাতে চিকিৎসা কৰে তাৰ বিবৰণ ৰোগীজনৰ মুখৰ পৰাই শুনিবলৈ পাওঁ। গান্ধীজীৰ বাহৰৰ আশে পাশে থকা লোকসকলৰ লগত লাহে লাহে মোৰ ঘনিষ্ঠ সম্বন্ধ হোৱাৰ সুযোগ ঘটে। তেতি-য়াহে মই বিশেষ ভাবে উপলব্ধি কৰিব পাৰিলোঁ বাপুজী সকলোৰে প্ৰতি কেনেকৈ সমানে মৰমিয়াল আছিল। ৰাজনীতিবিদ সকলে তেওঁৰ লগত আলোচনা কৰিবৰ কাৰণে নিৰ্দ্ধাৰিত সময় কৰি লব লগা হৈছিল হয়, এওঁলোকে কিন্তু যেতিয়াই তেতিয়াই গৈ বাপুজীৰ লগতে যি কোনো বিষয়ে আলোচনা কৰিব পাৰিছিল। জটিল ৰাজনৈতিক সমস্যাৱলীৰ বেলিকা তেওঁ যি দৰে আলোচনা কৰে আশ্ৰমবাসীন্দাসকলৰ দৈনন্দিন জীৱ-নৰ সাধাৰণ কথা বতৰা বিলাকৰ ক্ষেত্ৰতো তেওঁ তেনে ভাবেই আলোচনা কৰে। তেওঁৰ লগত এইদৰে আলোচনা কৰি স্নেহ [illegible] প্ৰীতিভাজন হব পৰাটো সঁচাকৈয়ে চমৎকাৰ যেন লাগে।

১৯৪০ চনৰ ডিচেম্বৰ মাহত অন্যান্য কেইজনমান বন্ধু আৰু সহকৰ্মীৰ লগলাগি সত্যাগ্ৰহ কৰাৰ কাৰণে মই এবছৰ কাৰাদণ্ড ভুগিব লগীয়াত পৰোঁ ; কিন্তু এইবাৰ আমাৰ বন্দীজীৱন আগতকৈ উজু হৈ পৰে। এই সময়ত সত্যাগ্ৰহী বন্দীসকলৰ কাৰণে বাপুজীয়ে নিজে অশেষ যত্ন লৈছিল আৰু তেখেত এপ্ৰকাৰ আমাৰ অভিভাৱকৰ দৰেই হৈ পৰিছিল। তেওঁ আমাৰ ওপৰত এনে কিছুমান দায়িত্ব জাপি দিছিল যাক জেইলাৰে দিব নোৱাৰিছিল।

১৯৪১ চনত আমাৰ পৰম শ্ৰদ্ধেয় মহাদেৱ দেশায়ে মোক জনালে যে আমি বন্দীশালত কেনেকৈনো দিন কটাইছোঁ তাৰ বিষয়ে বাপুজীলৈ লিখিব লাগে। ইয়াকে শুনি আমি বাপু-জীলৈ কেইবাবাৰো চিঠি লিখিলোঁ।। এই প্ৰত্যেক বাৰৰ চিঠিতে আমি লিখিছিলোঁ যে প্ৰতি দিনেই আমি ১৪।১৫ ঘণ্টাকৈ কাম কৰিছিলোঁ আৰু তাৰে প্ৰায় ৫ ঘণ্টামান সূতা কটাতেই গৈছিল। সূতা কটাত সিমান আগ্ৰহশীল নোহোৱা স্বত্বেও অতি কম সময়ৰ ভিতৰতে আমি কেনেকৈ সূতা কটাত পাৰ্গত হৈ পৰিছিলোঁ তাক আমি বাপুজীলৈ লিখিছিলোঁ।। তেওঁৰ



১৯৪৬ চনৰ জানুৱাৰী মাহত মহাত্মাগান্ধী শেহবাৰৰ কাৰণে অসমলৈ আহিছিল। ওপৰৰ ছবিত লোকপ্ৰিয় বৰদলৈ গান্ধীজীৰ লগত শৰণীয়া (গুৱাহাটীত) আশ্ৰমত প্ৰাতঃ ভ্ৰমণ কৰা দেখা গৈছে।

অনাশক্তি যোগত সেই কথা লিখা নাছিল বুলি ভাবি মই বাপুজীলৈ এবাৰ লিখিছিলোঁ। যে গীতাৰ দ্বাৰাই অহিংসাৰ বাণীও প্ৰচাৰ কৰা হৈছে নে নাই। লগতে বাপুজীৰ পৰা এই বিষয়ে অভি-মতো বিচাৰিছিলোঁ। ইয়াৰ প্ৰত্যুত্তৰত বাপুজীয়ে মহাদেৱ দেশাইৰ জৰীয়তে মোলৈ অনাশক্তি যোগৰ হিন্দুস্থানী অনুবাদ এখন পঠাই দিয়ে।

বন্দীশালত থকা কালছোৱাতেই মই ধৰ্মৰ প্ৰতি থকা গান্ধীজীৰ মনোভাবৰ বিষয়ে গভীৰ-ভাবে উপলব্ধিকৰাৰ সুযোগ পাওঁ। সেইদৰেই ময়ো চিন্তা কৰিবলৈ ধৰিলোঁ। যে ৰজা ৰামচন্দ্ৰ, বুদ্ধদেৱ, মহম্মদ আৰু যীশুখৃষ্ট আদি মহাপুৰুষসকলৰ জীৱন চৰিত্ৰ অসমীয়া ভাষালৈ অনুবাদ কৰি অসমীয়া সমাজত তাৰ প্ৰকৃতাৰ্থ উপলব্ধি কৰিলে বিশেষ উপকাৰ সাধিত হব। অকল এয়েই নহয়। সৰ্বশেষত মই তেওঁৰ পৰা তেওঁৰ জীৱনী লিখি তেওঁৰ জীৱনাদৰ্শ আৰু সাম্য ভাবৰ বিষয়ে প্ৰচাৰ কৰিবলৈ আৰু আন আন মহাপুৰুষৰ দৰেই তেওঁৰ গুণানুকীৰ্ত্তন কৰিবলৈ অনুমতিও লভিছিলোঁ। তাৰ পিছত তেওঁৰ পৰা অনুমতি পোৱা কিতাপখন লিখিবলৈ মই কিয় ইমান যত্নপৰ হৈছিলোঁ। তাকো জনাইছিলোঁ।

অতি দুখেৰে জনাবলগীয়াত পৰিছোঁ যে মোৰ সেই কাম আজিকোপতি অসম্পূৰ্ণ হৈয়ে বল।

এই কালছোৱাৰ পৰা বাপুজী মোৰ জীৱনৰ এক প্ৰকাৰ পৰিচালক স্বৰূপ হৈ পৰিল। স্বাস্থ্যজনিত কাৰণবশতঃ ১৯৪১ চনৰ জুন মাহত মোক জেলৰ পৰা মুক্তি দিয়ে। অসম ব্যৱস্থা পৰিষদৰ অন্যান্য সদস্যসকলক তেতিয়ালৈকে মুক্তি দিয়া হোৱা নাই। এনে অৱস্থাত মই বাপুজীৰ পৰা ব্যৱস্থা পৰিষদত উপস্থিত থাকিবৰ কাৰণে অনুমতি বিচাৰিলোঁ। তেওঁ তৎক্ষণাৎ এই অনুমতি দিলে, কিন্তু ১৯৪১ চনৰ ডিচেম্বৰ মাহত অধিবেশন শেষ নোহওঁতেই ছাৰ চাদুল্লা মন্ত্ৰীসভাৰ প্ৰতিভাশালী হিন্দুমন্ত্ৰী শ্ৰীৰোহিনীকুমাৰ চৌধুৰী ডাঙৰীয়াই ইস্তফা দিয়াত ছাদুল্লা মন্ত্ৰীসভাই বাধ্য হৈ পদত্যাগ কৰিবলগীয়াত পৰে আৰু গৱৰ্ণৰে ৯৩ ধাৰাৰ বিধান অনুসৰি ৰাজ্যৰ শাসন ভাৰ নিজৰ হাতত লয়। ঠিক এই সময়তেই জাপানে দ্বিতীয় মহা-সমৰত যোগদান কৰে আৰু আক্ৰমনাত্মক উদ্দেশ্যেৰে আমাৰ ফাললৈ আগবাঢ়ি আহে। এনে অৱস্থাত মই গান্ধীজীক জনালোঁ। যে অসমৰ সত্যাগ্ৰহ তৎক্ষণাৎ বন্ধ কৰি দি জনসাধাৰণৰ মনত অহিংস মনোভাব অক্ষুন্ন ৰাখিবৰ কাৰণে আৰু দেশক স্বাৱলম্বী কৰি ৰাখিবৰ বাবে যথাবিহিত ব্যৱস্থা কৰি আমি অসম প্ৰদেশত শান্তিবাহিনী গঠন কৰিব লাগে। ১৯৪২ চনৰ মাৰ্চ্চ মাহতে সন্তৱ কংগ্ৰেছ ৱাৰ্কিং কমিটিয়ে সেই উদ্দেশ্যে এটা প্ৰস্তাৱ গ্ৰহণ কৰে। কিন্তু গান্ধীজীৰ পৰামৰ্শ অনুসৰি আমি অসমত ইতিমধ্যে এনে এটা শান্তি বাহিনী গঠন কৰি শই শই স্বেচ্ছাসেৱকক ভৰ্ত্তি কৰি লওঁ। এই সময়তে যেতিয়া পূৰ্বঙ্কাৰতৰ পাৰ্বত্যাঞ্চলি অঞ্চলেদি ৰণাতুৰ হাজাৰ হাজাৰ ভগনীয়া ভাৰত অভিমুখে আহিবলৈ লৈছিল তেতিয়া আমাৰ এই শান্তি বাহিনীয়ে অসমত এওঁলোকক যথাশক্তি সাহায্য আৰু শুশ্ৰুষা দান কৰিছিল।

এই বছৰৰ এপ্ৰিল মাহত মই যেতিয়া গান্ধীজীক দেখা কৰিছিলোঁ। মোৰ এনে ধাৰণা হৈছিল যে বৃটিছ শাসনৰ প্ৰতি অতিষ্ঠ হৈ ইমান ত্যক্ত হৈ পৰা লোক আৰু আগতে মই কতো যেন দেখা নাই। এইবাৰ মই ভাবিলোঁ। যে বাপুজীৰ মনত তলে তলে এই সম্পৰ্কে কিবা এক চূড়ান্ত

পৰিকল্পনাই গঢ় লৈ আছে। এই বছৰৰ জুন মাহত তেওঁ মোলৈ লিখিছিল যে মই আৰু মোৰ সহকৰ্ম্মী কংগ্ৰেছ কৰ্ম্মীসকলে এনে এক ভাবধাৰা মনত লৈ কাম কৰি যাব লাগে যেন আমি সকলোৱে বৰ্ত্তমান স্বাধীন দেশতহে কাম কৰিছোঁ। তাৰ পিছতেই জগতবাসীৰ বিদিত ঘটনাটো ঘটিল। তাৰ সৌৰৱণত বিস্তৃত বৰ্ণনা দি মোৰ বৰ্ণনা আৰু দীঘল কৰিব নোখোজো। ইয়াৰ পিছত মই "ভাৰত ত্যাগ" প্ৰস্তাৱ গ্ৰহণৰ দিনা বোম্বাইৰ বিৰলা ভৱনত মহাত্মাজীক লগ পাওঁ। এই সময়ত মই তেওঁক অসমৰ ঘটনাৱলীৰ বিষয়ে সবিশেষ জনাব নোৱাৰিলোঁ। এনে সময়তে মোক কংগ্ৰেছ ৱাৰ্কিং কমিটীলৈ মাতি পঠিয়ালে। অৱশ্যে মই ৱাৰ্কিং কমিটীৰ অধিবেশনতো উপস্থিত থাকিব নোৱাৰিলোঁ।

জীৱনৰ সঙ্গী আৰু তেওঁৰ ভক্তিপৰায়ণ চেক্ৰেটৰীৰ শোকত অভিভূত হৈ পৰাত বাপুজীক আগা খাঁ কাৰেঙৰ পৰা মুকলি কৰি দিয়া হয়। তাৰ ঠিক দুমাহৰ পিছত ১৯৪৪ জানুৱাৰী মাহত স্বাস্থ্যজনিত কাৰণ বশতঃ মোকো জেলৰ পৰা মুক্তি দিয়ে। অৱশ্যে তেতিয়াও মোৰ ওপৰত অন্তৰীণৰ আদেশ আছেই। ১৯৪২ চনত মোক জেললৈ নিয়া সময়ত আৰু ১৯৪৪ চনত মোক মুক্তি দিয়া সময়ৰ পৰিস্থিতিৰ মাজত মই তেতিয়া এনে পাৰ্থক্য দেখিবলৈ পালোঁ যে মই এনে পৰিস্থিতিত জীয়াই থকাটোৱেই টান দেখিলোঁ। আমাৰ জনমভূমিৰ এই অংশত এতিয়াও সমৰৰ অভিনয় হৱই লাগিছে। অসংখ্য মিলিটাৰীৰ দলে দলে যাত্ৰী ৰেলত অসংখ্য সাজ সৰঞ্জাম গাৱেঁ ভূঞে নগৰে চহৰে সেইবোৰ নি অশান্ত কৰা বিৰাট সমৰায়োজনৰ ফলত গোটেই অসম তোলপাৰ। নানান ঠাইত দুৰ্ঘটনা হোৱাৰ ফলত অসংখ্য লোকৰ অকালতে মৃত্যু হৈছে। মণিপুৰ আৰু ব্ৰহ্মদেশৰ যুদ্ধৰ থলিৰ পৰা অসংখ্য বেমাৰী আৰু আঘাতপ্ৰাপ্ত সৈন্যক অসমলৈ আনি জিৰণি আৰু আৰোগ্যৰ বাবে ব্ৰহ্মপুত্ৰৰ বুকুত বিসৰ্জন দিছে চিৰশান্তি লভক বুলি। মিলিটাৰীবিলাকৰ ঘৰ্ষণ, অপব্যৱহাৰ আদি অন্যায় কাৰ্য্যৰ ফলত আৰু যুদ্ধৰ অজুহাত দেখুৱাই কৰ্ত্তৃপক্ষই মানুহৰ মাটি-ঘৰ কাঢ়ি কাঢ়ি লোৱাৰ ফলত গাৱেঁ ভূঞে নগৰে চহৰে ৰাইজ অশান্ত আৰু অতীষ্ঠ হৈ উঠিছে। এই কালছোৱাৰ ভিতৰতে অসমৰ লোকসংখ্যা কেইবালাখো বঢ়াত আৰু মানুহৰ নৈতিক ভাবধাৰাও নানা অমঙ্গলীয়া বা-বতাহৰ প্ৰভাৱে ৰাইজৰ মাজত অসততাৰ বিৰুদ্ধে থিয় দিয়া প্ৰকাৰৰ মনোবল লাহে লাহে লোপ পাই অহা যেন দেখিবলৈ পালোঁ। এনে মনোভাৱে ঠাই পোৱাত মই গান্ধীজীৰ পৰামৰ্শ বিচাৰিলোঁ। সেই সময়ত মই বাপুজীলৈ কেইখনো দীঘলীয়া চিঠি লিখিলোঁ আৰু ঠিক তেতিয়াই জেলৰ পৰা মুক্তি লাভ কৰা মোৰ মৰমৰ ডেকাবন্ধু আৰু উদীয়মান দেশসেৱক শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ হাতত তেনে কেইখনমান চিঠি বাপুজীলৈ পঠালোঁ। গান্ধীজী নিজেও এই সময়ত অসমৰ পৰিস্থিতিৰ বিষয়ে জানিবৰ বাবে উৎকণ্ঠিত হৈ আছিল। আমাৰ কেইজনমান পলাটিক কৰ্মীৰ বিষয়ে অনুসন্ধান কৰি মোলৈ লিখা চিঠি এখনত তেওঁ আনকি ইয়াকো লিখিছিল যে আমাৰ অসমীয়া তিৰোতাসকলে নিজৰ আত্মসন্মান আৰু মৰ্য্যাদা ৰক্ষা কৰিবৰ কাৰণে কটাৰী আৰু ধুকুৰী আদি ব্যৱহাৰ কৰিব পাৰিবনে নোৱাৰে? এই সম্পৰ্কত গান্ধীজীয়ে ইমানকৈ কবলৈ আগ বাঢ়িছিল যে প্ৰয়োজন বুজি অসমীয়া নাৰীসকলে আত্মসন্মান ৰক্ষাৰ বাবে তেনে কাৰো কৰিব পাৰে আৰু কৰা উচিতো।

ইতিমধ্যে ১৯৪২ চনৰ আগষ্ট মাহত গঠিত হোৱা মুছলীম লীগ মন্ত্ৰীসভাই অসমৰ ৰাই-

ঙ্গৰ বিশেষকৈ গৰু ম'হ পালক শ্ৰেণীৰ বিস্তৰ ক্ষতি কৰিবলৈ ধৰিলে। পূৰ্ব্ববঙ্গৰ হাজাৰ বিজাৰ পমুৱা মুছলমান আনি অসমৰ ম'হ গৰু চৰণীয়া চাপৰিত বহুৱাবলৈ ললে। এই সময়তে বাইজৰ মাজত এনে ভাবধাৰাই ঠাই পালে যে মুছলীম লীগৰ মইনতালি মনোভাবক এনেকৈ অবাধে কাৰ্য্যকৰী কৰিবলৈ দি আমাৰ কংগ্ৰেছী সদস্যসকল জেলৰ চাৰিবেৰৰ ভিতৰত দিন কটোৱাতকৈ তেওঁলোকে ব্যৱস্থা পৰিষদৰ নিজ নিজ স্থান ত্যাগ কৰক আৰু লীগ মন্ত্ৰী সভাৰ এনে ঘৃণনীয় কাৰ্য্যৰ প্ৰতিকাৰৰ বাবে তেওঁলোকৰ ঠাইত ৰাইজে বেলেগ এদল প্ৰতিনিধি বাছি পঠাওক। মোৰ বিশ্বাস তেওঁলোকৰ মনোভাৱ থিকেই আছিল। কোনো প্ৰকাৰৰ অসৎ কৰ্ম্মকেই অবাধে হৈ থাকিবলৈ দিয়া উচিত নহয় আৰু সেই বাবে মই বাপুজীলৈ পৰামৰ্শ আৰু নিৰ্দ্দেশ বিচাৰি পঠালোঁ। বাপুজীয়ে আকৌ সেইদৰেই কৈ পঠালে যে আমি যাক অন্যায় বুলি ভাবো তাৰ বিৰুদ্ধে যুঁজিবৰ কাৰণে আমি পৰিষদত উপস্থিত থকা উচিত।

১৯৪৫ চনৰ অক্টোবৰ মাহত পুনাত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভাত কাকা চাহেব কালেলকাৰে বাপুজীক মোৰ স্বাস্থ্যৰ বিষয়ে সকলো কথা কলে আৰু লগতে কলে যে মই বাপুজী আৰু চৰ্দাৰ পেটেল চিকিৎসা লাভ কৰা বিখ্যাত ডাক্তৰ দীনশ্ব মেহটাৰ চিকিৎসালয়ত থাকি চিকিৎসা লাভ কৰিব লাগে। বাপুজীয়ে মোক কাকাচাহেব কালেলকাৰক এসময়ত তেওঁৰ হোৱা অস্থায়ী ৰক্তচাপ আৰু তাৰ ফলত কিছুমান চকুৰে নমনা হোৱা আৰু আনুসঙ্গিক অন্যান্য সৌৰৱণবোৰ এটি এটিকৈ সুৰদি ভাষাৰে বৰ্ণনা কৰি যোৱা সেই বিষলিটো মই কেতিয়াও পাহৰিব নোৱাৰোঁ। কিন্তু তিনিমাহ দীঘলীয়াকৈ হাস্পতালত থাকি চিকিৎসা লাভ কৰাটো মোৰ পক্ষে একেবাৰে অসম্ভৱ যেন লাগিল। তাতোকৈ আন এটা কথা আহি পৰিল এই যে বোম্বাই আৰু পুনাৰ কংগ্ৰেছলৈ অহা অসমৰ মোৰ সহকৰ্মী বন্ধুবৰ্গই অহা নিৰ্ব্বাচনৰ কাৰণে প্ৰস্তুতিৰ বাবে মোক ৰবকৈ জোৰ কৰিবলৈ ধৰিলে। কাকাচাহেবে মোৰ অসুবিধা আৰু মনোভাব বুজিব পাৰি বাপুজীক জনালে। এই প্ৰসঙ্গত বাপুজীয়ে কৈছিল "তুমি ঘোঁৰা এটাক টানি পানীলৈ নিব পাৰা কিন্তু তাক পানী খাবলৈ বাধ্য কৰিব নোৱাৰা।"

১৯৪৫ চনৰ ডিচেম্বৰ মাহত গান্ধীজীয়ে বঙ্গদেশলৈ আহিবলৈ থিৰ কৰে। এইবাৰ মই তেওঁক অসমলৈ আনিবলৈ যত্ন কৰাৰ সুযোগ বিচাৰিম বুলি ভাবিলোঁ। এই সময়তে জাতিৰ পূজনীয় মহাত্মাজী অসমলৈ আহিব বুলি শুনাত ৰাইজৰ মাজত কেনে আনন্দই ঠাই পাইছিল তাক সহজেই উপলব্ধি কৰিব পৰা যায়। কিন্তু তেওঁক অভ্যৰ্থনা জনাবৰ বাবে ভাৰ লোৱা কেইগৰাকীৰ গাত সিয়েই এক মহা সমস্যাত পৰিণত হল। নানান ঠাইলৈ মহাত্মাজীক নিবৰ বাবে অনুৰোধ জনাই বুৰিয়ে বুৰিয়ে টেলিগ্ৰাম আহিবলৈ ধৰিলে। জনসাধাৰণৰ মাজত অপ্ৰিয় হোৱাৰ ভয়ত আন আন সকলো বন্ধুৱে তেনে সকলো কামৰ ভাৰ মোৰ গাত জাপি দিলে। ঠায়ে ঠায়ে ভ্ৰমি ফুৰিবৰ কাৰণে বাপুজীৰ শৰীৰত সিমান শক্তি নাছিল বুলি মই জানিছিলোঁ। ইয়াৰ উপৰিও তেওঁ মোলৈ লেখিছিল যে অকল সোদপুৰ আশ্ৰমত থাকি বঙ্গদেশত কাম কৰাৰ দৰেই অসমলৈ আহিও তেওঁ এঠাইত থাকি গোটেই অসমক সেৱা কৰি যাব পাৰিলে বৰ আনন্দ পাব। প্ৰথমতে আমি ভাবিছিলোঁ যে আন আন দুই এঠাইলৈ মহাত্মাজীক নিয়াৰ ব্যৱস্থা কৰিম। পিছত তেওঁৰ পৰা চিঠি পাই থিৰ কৰিলোঁ যে এইবাৰ তেওঁক অকল গুৱাহাটীতে বথাৰ দিহা কৰা হব। এই উদ্দেশ্যে আমি গুৱাহাটী নগৰৰ দীঘিত

শৰণীয়াত ডা: হৰেকৃষ্ণ দাসৰ মাটিত বাঁহ আৰু খেৰেৰে এটা সৰু পঁজা ঘৰ সাজিলোঁ। এই সৰু পঁজাটিত থাকি ঐশ্বৰিক শক্তি সম্পন্ন এই জনা মহাত্মাই নথৈ বং পাইছিল। যথাৰ্থতে কবলৈ গলে বিৰলাভৱন বা যেকোনো ভৱনতকৈ তেখেতে ইয়াত থাকি অত্যাধিক আনন্দ লভিছিল। ১৯৪৬ চনৰ জানুৱাৰী মাহত বাপুজী গুৱাহাটীলৈ আহোঁতে ব্ৰহ্মপুত্ৰৰ পাৰৰ গুৱালকুছিত এড়ি পাট বোৱাৰ প্ৰদৰ্শনী চাই নথৈ বং পাইছিল। ইয়াতে প্ৰায় দহ হাজাৰ মুনিহ তিৰোতাই বাপুজীৰ লগত অহা কানু গান্ধী, সতীশ বাবু, অমৃত কউৰ আৰু আন সকলোৰে লগত "ৰামধুন" নাম গাইছিল।

শৰণীয়াত থকা কালছোৱাত বাপুজীয়ে সদায় প্ৰাত: ভ্ৰমণ কৰিছিল আৰু তেখেতক দৰ্শন লভিবৰ কাৰণে লৰা-ছোৱালী আৰু জাতি বৰ্ণ নিৰ্বিশেষে নানান সম্প্ৰদায়ৰ লোক আহি সদায় বাপুজী যোৱা পথৰ দুয়ো কাষে শাৰী পাতি থিয় দিছিল। অসমৰ বিভিন্ন ঠাইৰ পৰা অহা সকলো কৰ্মীকে তেওঁ লগ ধৰিছিল আৰু সকলোৰে মাজত সভাত বক্তৃতা দিছিল। গঠন মূলক কামৰ প্ৰতি তেওঁলোকৰ দায়িত্ব সম্পৰ্কে বাপুজীয়ে সেই কেইদিন কৰ্ম্মীবৃন্দৰ আগত সদায় বক্তৃতা দিছিল। সেই সময়ত আমাৰ কিছুমান কংগ্ৰেছ সেৱীৰ মাজত হিন্দী আৰু হিন্দুস্থানী সম্বন্ধে অলপ মতান্তৰ ঘটিছিল। বাপুজীয়ে তাৰ উচিত মীমাংসা কৰি দি যায়। এই সম্পৰ্কে তেওঁ মোক কৈছিল যে মই যদি হিন্দুস্থানীৰ সত্যৰ ওপৰত বিশ্বাস কৰোঁ তেনেহলে মই অকলে হলেও তাৰ বাবে কাম কৰি যাব লাগিব। এইবাৰ বাপুজী গুৱাহাটীত থকা কালছোৱাত প্ৰত্যেক দিনাই আবেলি বেলি মাৰ যোৱাৰ আগতে আমি সকলোৱে ৰামধুন গাই প্ৰাৰ্থনা কৰিছিলোঁ। ২০।২৫ হাজাৰ লোকে নীৰব ভাবে হাত চাপৰি বজাই ৰামধুন গাই হাত চাপৰি বজাই প্ৰাৰ্থনা কৰা আৰু প্ৰাৰ্থনাৰ অন্তত বাপুজীয়ে দিয়া বক্তৃতাৰ দৃশ্য চাবলগীয়া আছিল।

এদিনাখন আবেলি মই অতি আচৰিত হলোঁ এটি কথাত। সেইদিনা আবেলি মহাত্মাজীয়ে তেওঁৰ পঁজাটোৰ একোণত বহি আঠ কি ন বছৰীয়া কেইটামান সৰু সৰু লৰা-ছোৱালীৰ লগত অসমীয়া শিকিবলৈ ধৰিছে। লৰা-ছোৱালী কেইটাই কিবা কেইটামান বানান কৈ কৈ গৈছে। বাপুজীয়ে সেইবোৰ লিখি গৈছে। মই পঁজাটোত সোমোৱাৰ লগে লগে তেওঁৰ চকুত পৰিল আৰু মোক দেখি বাপুজীয়ে মিচিকাই হাঁহিবলৈ ধৰিলে। ঠিক সেইদিনাই আবেলি হিন্দুস্থানী এটা অযথা বোজা হব বুলি কোৱা কথাষাৰৰ উত্তৰত বাপুজীয়ে কৈছিল যে যি কোনো ভাষাৰে সম্যক গুণ লাভ কৰিবলৈ বেছি সময় নালাগে। মই তাৰ পিছতহে জানিব পাৰিলো যে সোদপুৰ আশ্ৰমত থাকোঁতেও বাপুজীয়ে ঠিক সেইদৰেই বঙালী শিকিবলৈ ধৰিছিল।

গান্ধীজীয়ে অসম এৰি যোৱাৰ সময় উপস্থিত হল। আমি সকলোৱে থিৰ কৰিলোঁ যে গুৱাহাটীৰ পৰা ধুবুৰীলৈ ৩০ ঘণ্টা জাহাজেৰে গৈ তাৰ পৰা ৰেলেৰে বাপুজীক নিয়াৰ ব্যৱস্থা কৰা হব। আমি এখন জাহাজৰ বন্দবস্ত কৰিলোঁ। কিন্তু বাপুজীয়ে জাহাজত যাবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। এই সম্পৰ্কত তেওঁ কলে যে আমি জাহাজৰ কাৰণে বহুত টকা ভৰিব লাগিব। তাৰ পিছত তেওঁ কলে যে তেওঁ আৰু তেওঁৰ দলক উক্ত টকাখিনি বহন কৰিবলৈ দিলে তেওঁ জাহাজত যাব পাৰে। তাৰ পিছত সতীশ বাবু আৰু মই বহুত জোৰ দিয়াৰ

পিছতহে জাহাজত যাবৰ কাৰণে সন্মত হয়। জাহাজেৰে যোৱা এই যাত্ৰা মোৰ জীৱনৰ ভিতৰত আটাইতকৈ আমোদজনক হৈছিল। আহল বহল জাহাজৰ বুকুত আমি প্ৰাৰ্থনা কৰিবলৈ ধৰিলোঁ। আনি সকলোৱেই তেওঁৰ নিচেই ওচৰ চাপা যেন লাগিছিল। ইয়াতে যাওঁতে এদিন আমি অতি মনোমোহা বেলি মাৰ যোৱা দৃশ্য দেখিবলৈ পালোঁ। গোটেই পশ্চিম আকাশ হেঙ্গুলীয়া হৈ পৰিছে আৰু এনে ক্ষণতেই ভৰা ব্ৰহ্মপুত্ৰৰ বুকুত বাগুলি সূৰ্য্য লাহে লাহে মাৰ যাবলৈ ধৰিছে। গান্ধীজীয়ে তেওঁৰ কেবিনৰ পৰা ওলাই আহি কেইমিনিট মান এনে দৃশ্য চাই তবধ লাগিছিল। এই দৃশ্য চাই উঠি তেওঁ আমাৰ ফালে মুখ ঘূৰাই কৈছিল যে এনে শুৱনী আৰু মনোমোহা দৃশ্য অকল সাগৰতেহে দেখিবলৈ পোৱা যায়। এই যাত্ৰাত তেওঁ গোৱালপাৰাত মাথো অলপ সময় ৰৈছিল। তাৰ পিছত সেই দিনা ৰাতিয়েই ১০ বজাত তেওঁ অসম এৰি যাত্ৰা কৰে। এইয়েই অসমৰ পৰা বাপুজীৰ শেষ যাত্ৰা—আৰু অসমলৈ আহিবৰ কাৰণে বাপুজী ইহ সংসাৰত নাই।

বৃটিছ মন্ত্ৰী মিছন ভাৰতলৈ আহিল। তেওঁলোকে ভাৰতৰ হাতত ৰাজনৈতিক ক্ষমতা হস্তান্তৰ কৰাৰ সিদ্ধান্ত দি প্ৰদেশবিলাক সমষ্টিৰ যোগে শাসনৰ প্ৰস্তাৱ কৰিলে। অসমক 'গ' সমষ্টিৰ লগত সাঙুৰি দিয়া প্ৰস্তাৱ হল। এই সময়ত দিল্লীত হোৱা এখন সভাত যোগদান দিবলৈ মই যাত্ৰা কৰাৰ পথত মন্ত্ৰীমিছনৰ সিদ্ধান্তৰ কাম ১৬ মেৰ দিনা গধূলি ৰেডিঅ'ৰ পৰা পালোঁ। মই একেবাৰে বিমোৰ হৈ পৰিলোঁ। এই ব্যৱস্থাৰ কুফলৰ কথা ভাবি মই ৰাতি শুবকে নোৱাৰিলোঁ। সেই সময়ত অসম মন্ত্ৰীসভাৰ অন্যতম মন্ত্ৰী শ্ৰীবৈদ্যনাথ মুখাৰ্জী মোৰ লগত গৈছিল। দিল্লীত উপস্থিত হৈয়েই ততাতৈয়াকৈ কংগ্ৰেছ ৱাৰ্কিং কামিটীৰ সদস্যসকল আৰু কংগ্ৰেছ সভাপতিক লগ ধৰাটোৱেই হল আমাৰ প্ৰধান আৰু প্ৰথম কৰ্ত্তব্য; কিয়নো তেওঁলোক প্ৰায় সেই সিদ্ধান্ত গ্ৰহণ কৰিবলৈ ইতিমধ্যেই সন্মতি জ্ঞাপন কৰোঁ কৰোঁ অৱস্থাত। অসমৰ জটীল আৰু বহুমুখী সমস্যাৱলীৰ কথা তেওঁলোকক বুজোৱাত আমাৰ বহুত সময় লাগি ছিল। মই বিশেষকৈ এটি কথালৈ তেওঁলোকৰ আটাইৰে দৃষ্টি আকৰ্ষণ কৰিছোঁ যে ৯ টা মাথোন ভোটেৰে এখন প্ৰদেশ তাৰ ৮ গুণ সৰহ ভোট থকা আন এখন প্ৰদেশৰ লগত সাঙুৰি দি ভাগ্য নিয়ন্ত্ৰণ কৰিবলৈ এৰি দিয়াটো ঘোৰ অন্যায়ৰ কথা হব। তাৰ উত্তৰত আমাক জনালে যে ইয়াৰ ফলত কোনো বিশেষ অসুবিধা নহব কাৰণ অসমে যদি ইচ্ছা কৰে তেন্তে সমষ্টিৰ পৰা পিচত ওলাই আহিব পাৰিব। মই এই সম্পৰ্কত আমাৰ নেতাসকলৰ লগত কিমান তৰ্ক-বিতৰ্ক কৰিলোঁ তাক ইয়াত বহল ভাবে উল্লেখ কৰাটো সমীচীন নহব। মনৰ এনে এক গতিত মই মহাত্মাজীৰ ওচৰ চাপিলোঁ আৰু মোৰ মনত খেলোৱা সকলো কথা মই বাপুজীৰ আগত প্ৰকাশ কৰিলোঁ। মই এটা কথাত বাপুজীক কলোঁ যে সমষ্টি যদি মানি থোৱা হয় তেনেহলে অসমৰ জনসাধাৰণৰ বাবে মই যি দায়িত্ব বহন কৰি আছোঁ তাৰ ভবিষ্যত একেবাৰে সৰ্বনশীয়া হৈ পৰিব। শ্ৰীবৈদ্যনাথ মুখাৰ্জী এই সময়ত মোৰ লগত আছিল আৰু তেওঁ পিচত মোক কৈছিল যে মই গান্ধীজীৰ আগত এইদৰে সকলো-বোৰ কথা কোৱা সময়ত বাপুজীয়ে মোৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিছিল। গান্ধীজীয়ে মোক সুধিছিল "তুমি এখন প্ৰদেশৰ প্ৰধানমন্ত্ৰী নোহোৱানে? তুমি বাৰু এইদৰেই ইমান উচচ পদবী এটাৰ দায়িত্ব বহন কৰিবানে? উক্ত সমস্যাত অধৈৰ্য্য হৈ পৰাৰ কোনো কাৰণ নাই।" বাপুজীয়ে মোক কয় যে মই এখন প্ৰদেশৰ প্ৰধান মন্ত্ৰী আৰু মোৰ ইচ্ছাৰ প্ৰতিকূলে

মোৰ প্ৰদেশৰ ওপৰত কোনো অন্যায় জাপি দিব নোৱাৰে। তেতিয়া মই বাপুজীৰ আগত ৱাৰ্কিং কমিটীৰ সদস্য সকলৰ প্ৰতিক্ৰিয়াৰ বিষয়ে কলোঁ। তেতিয়া বাপুজীয়ে কলে যে ৱাৰ্কিং কমিটীৰ সদস্য সকলে কোনো এখন প্ৰদেশৰ ইচ্ছাৰ বিৰুদ্ধে প্ৰদেশখনৰ অৱনতি ঘটাকৈ কোনো অন্যায় জাপি দিব নোৱাৰে। সেইবাবে যদি মই ভাবোঁ যে উক্ত সিদ্ধান্ত মোৰ প্ৰদেশখনৰ নায্য স্বাৰ্থৰ বিৰোধী তেতিয়া হলে কোনো পথ্যেই এই সিদ্ধান্ত মানি লোৱাটো মোৰ উচিত নহব। বাপুজীয়ে মোক কলে যে ৱাৰ্কিং কমিটীৰ সদস্যসকলে কেতিয়াও যুক্তিবিৰোধী হব নোৱাৰে যদি আমাৰ প্ৰদেশখনৰ বিৰোধী কিবা মনোভাব ৱাৰ্কিং কমিটীৰ সদস্যসকলে দেখুৱাই তেনেহলে আৱশ্যক হলে ৱাৰ্কিং কমিটিৰ সদস্য সকলৰ লগতো যুঁজ কৰিব লাগিব। মই তেতিয়া মাথো বাপুজীৰ পৰা আশীৰ্বাদ ভিক্ষা কৰিলোঁ আৰু মোৰ বোধেৰে বাপুজীয়ে মোক সৰ্বান্তঃকৰণে আশীৰ্বাদ দিয়ে।

নতুন দিল্লীৰ হৰিজন কল'নীত থকা বাপুজীৰ বাহৰৰ পৰা মই ওলাই আহিলোঁ। মোৰ ব্যগ্ৰতাৰ ইতিমধ্যেই বহুখিনি শাম কাটিলে আৰু মই আগতকৈ বুকুত বেছি সাহস বান্ধি ললোঁ। সঁচাকৈয়ে মই এই অনুপ্ৰেৰণা আৰু সাহসৰ বলতে মুছলীম লীগৰ কুচক্ৰান্তৰ পৰা হাত সাৰি অসমক মুক্ত কৰিব পাৰিলোঁ। ইয়াৰ বলতেই কি পৰিষদ কি আন আন ঠাই সকলোতে জয়লাভ কৰিবলৈ মই সক্ষম হব পাৰিছিলোঁ। তাৰ পিছত মই জানিব পাৰিলোঁ যে বহুতে সমষ্টি প্ৰস্তাৱ গ্ৰহণৰ বাবে প্ৰায় সন্মতি প্ৰকাশ কৰিছে। তেতিয়া মই এটা ডাঙৰ চিন্তাত পৰিলোঁ; মই এতিয়া উক্ত প্ৰস্তাৱ গ্ৰহণত সন্মতি জনাম নে? আজি ২৫ বছৰ ধৰি সেৱা কৰি অহা কংগ্ৰেছ আৰু গণপৰিষদৰ পৰা পদত্যাগ কৰি ওলাই যাওঁ। কিয়নো সমষ্টি প্ৰস্তাৱ গ্ৰহণ কৰা মানে অসমৰ জাতীয়তাবাদৰ ধ্বংস মাতি অনা। মই বহুবাৰ এই বিষয়ে চিন্তা কৰি শেষত থিৰ কৰিলোঁ যে অকল গান্ধীজীয়েই অসমক বচাব পাৰিব।

সেই সময়ত গান্ধীজীয়ে তেওঁৰ ক্ষীণকায় আৰু স্বাস্থ্যৰে সাম্প্ৰদায়িকতাৰ গৰাহত পৰি সৰ্বস্ৰান্ত হোৱা নোৱাখালীৰ গাঁৱে গাঁৱে ভ্ৰমণ কৰি শান্তি আৰু সম্প্ৰীতিৰ ব্ৰতত ব্ৰতী হৈছে। এনে অৱস্থাত মই মোৰ দুজন ডেকাবন্ধু শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীক এখন চিঠি দি গান্ধীজীৰ ওচৰলৈ পঠালোঁ আৰু লগতে তেওঁৰ পৰা পৰামৰ্শ আৰু নিৰ্দ্দেশ প্ৰাৰ্থনা কৰিলোঁ। বাপুজীয়ে ইয়াৰ উত্তৰত মোলৈ কি লিখিলে তাক জনোৱাটো বাহুল্য। এইবাৰ তেওঁৰ পৰা দৃঢ় অভিমত পালোঁ যে মই কাৰো সেও নামানি ইয়াৰ বিৰুদ্ধে দৃঢ় ভাবে থিয় দিয়া উচিত। মই যদি সেও মানো তেতিয়া হলে মোক কোনেও সহায় নকৰিব। যদি মই দৃঢ়তাৰে পৰিস্থিতিৰ সন্মুখীন হওঁ তেনেহলে মোৰ ওপৰত কোনেও অন্যায় জাপি দিব নোৱাৰে। এয়েই আছিল বাপুজীৰ পৰা পোৱা উত্তৰৰ সাৰাংশ।

এসপ্তাহ কি দুসপ্তাহ পিছত মই নিজে বাপুজীৰ ওচৰলৈ গলোঁ। সেই সময়ত বাপুজী খালীৰখাল নামৰ এখন গাঁৱত। তাতে ধ্বংসপ্ৰাপ্ত গাওঁ এখনৰ মাজত সতীশ বাবুও আছিল। পণ্ডিত জৱহৰলাল নেহৰু আৰু কংগ্ৰেছ সভাপতি আচাৰ্য্য জে-বি কৃপালনীও সেই সময়ত তাতে আছিল। ঠক্কৰ বাপাৰ সেই সময়ত অসুখ আৰু বাপুজীক মই লগ ধৰা ঘৰটোৰ কোনো কোঠা এটাত ঠক্কৰ বাপাও আছিল। মোক দেখা পাই তেওঁ বৰ

সন্তোষ পালে। তেওঁ মোক কলে যে এই বিষয়ে তেওঁৰ যি কবলগীয়া আছিল তাক আগতেই কৈছে আৰু মই ইমান কষ্ট কৰি তালৈ যোৱাৰ কোনো সকাম নাছিল। তাৰ পিছত কথাৰ চলতে তেওঁ মোক সুধিলে যে কেনেকৈ এই চিঠিখন প্ৰকাশ কৰিবলৈ পালে? লগে লগে তেওঁ হাঁহি হাঁহি হিন্দুস্থানীত কলে—"মই ভিতৰুৱাকৈ লিখা চিঠি এখন প্ৰকাশ কৰা নকৰাটো কথা নহয় কিন্তু তাত কেইটামান অশোভনীয় কথাৰ উল্লেখ আছিল। তাক প্ৰকাশ কৰাটো কোনো পথ্যেই উচিত নহয।" এই কাম কোনে কৰিছে তাক মই কব নোৱাৰো বুলি কলোঁ। আৰু কলোঁ যে—চিঠিখনৰ প্ৰকাশৰ ফালৰ পৰা চালে চৌমোহিনীৰ পৰাই এই চিঠিখন গৈছে বুলি ধাৰণা হয়। ঠিক এই সময়তে কিবা এটা প্ৰস্তাৱৰ পাণ্ডুলিপি এটা লৈ পণ্ডিতজী তাত উপস্থিত হয়। এই পাণ্ডুলিপি সমষ্টি প্ৰস্তাৱ সম্বন্ধীয় নাছিল বুলি মই নাজানো। মই বুজাই কলোঁ যে বাপুক "কেনভাছ" কৰিবৰ কাৰণেই মই তালৈ গৈছিলো। এই কথা শুনি বাপুজীয়ে বৰকৈ হাঁহিবলৈ ধৰিলে। তাৰ ক্ষন্তেক পিছতে মই তাৰপৰা উভটিলোঁ। ঘূৰি আহি সেইদিনা প্ৰায ৯ মাইল মান খোজ কাঢ়িলোঁ। মোৰ ভালদৰে মনত আছে যে সেইদিনা মোৰ লগত শ্ৰীবৈদ্যনাথ মুখাৰ্জীও আছিল। সেইদিনা মোৰ কেনে ভাগৰ লাগিছিল তাকো আজি মোৰ মনত পৰিছে। কিন্তু যাবৰ আৰু ঘূৰি আহিবৰ সময়ত মই মাথোঁ এটি কথা ভাবিছিলোঁ যে গান্ধীজীৰ অন্তৰত নো কি এনে অন্তা-নিৰ্হিত বল আছে যাৰ ফলত তেওঁ প্ৰায় সদায় কেবা মাইলো খোজ কাঢি ফুৰিব পাৰে?

১৯৪৭ চনত, কোনো এসময়ত মই গান্ধীজীক পুনৰ লগ পাওঁ। ভাৰত বিভাজন কাৰ্য্যকৰী কৰা হল, আৰু ছিলেট আৰু উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত মুছলিম লীগৰ সপক্ষে গণভোট লোৱাত ইতিমধ্যে সমাপ্ত হল। সপোনৰো অগোচৰ এক ৰুদ্ৰ মূৰ্ত্তি ধাৰণ কৰি এই সময়তে দুয়োখন পঞ্জাবতেই ইটো আৰু সিটো সম্প্ৰদাযৰ মাজত অবৰ্ণনীয় হত্যা, অগ্নিকাণ্ড, লুট আৰু নাৰীৰ সতীত্ব হানিৰ অশ্লীল ঘটনাবোৰ ঘটিবলৈ ধৰিলে। গণভোট সিদ্ধান্ত অনুসৰি ভাৰতৰ পৰা কিছু অংশ ঠাই পাকিস্থানলৈ যাবলগীয়া হল। কিন্তু এটা কমিছনৰ দ্বাৰা সীমা নিৰ্দ্ধাৰণ কৰাটো তেতিয়াও বাকী। পঞ্জাব আৰু ছিলেট জিলাকে ভিতৰ কৰি বঙ্গদেশক বিভাগ কৰিবৰ কাৰণে ভাৰত আৰু পাকিস্থানৰ নিযুক্ত কৰা বিচাৰপতি সকল কোনো সিদ্ধান্তত উপনীত হব নোৱাৰাত বৃটিছ মেম্বুৰে (arbitrator) এজনে সকলো কাম সমাপন কৰিব লগীযাত পৰিল। পূব পাকিস্থানে অসমৰ পৰা কাছাৰ গোৱালপাৰা আৰু যে কত কি ঠাই দাবী কৰিলে। বিচাৰপতি সকলে ওজৰ আপত্তি শুনিবলৈ ললে আৰু ইতিমধ্যে ইটো সিটোকৈ নানা ধৰণৰ উৰা বাতৰি বাষ্ট্ৰ হবলৈ ধৰিলে। দিল্লীত থকা সময়ত মই জানিব পাৰিলোঁ যে মুছলীম লীগৰ প্ৰতি অনুৰক্ত কেই গৰাকীমান খাছীয়া পুৰুষ আৰু মহিলাই লৰ্ড মাউন্টবেটেন আৰু মিঃ জিন্নাক লগ ধৰিবলৈ গৈছে। এই কাৰ্য্যৰ পৰিণতি কি হব সেই সম্পৰ্কে মোৰ মনত নানা ভয়ানক ধৰণৰ ভুল ধাৰণাই ঠাই পাবলৈ ধৰিলে। মই এই বিষয়ে পণ্ডিতজীক সকলো কথা কলোঁ। তেওঁ মোক কলে যে মই লৰ্ড মাউন্টবেটেনক লগ ধৰি তেওঁৰ (পণ্ডিত নেহৰুৰ) আগত কোৱা সকলো-বোৰ কথা পুংখানুপুংখৰূপে ভাঙি-পাতি তৎক্ষণাৎ কব লাগে। সেই বাবে মই তেওঁৰ ওচৰলৈ গৈ কলোঁ যে সীমা নিৰ্দ্ধাৰণ কমিছনৰ চৰ্ত্তাৱলীৰ যিকোনো চৰ্ত্তৰ ব্যাখ্যামতে কাছাৰ আৰু গোৱালপাৰা জিলা সীমা নিৰ্দ্ধাৰণ কমিছনৰ কাৰ্য্যাৱলীৰ ভিতৰত পৰিব পাৰে আৰু

লগতে মই কলোঁ যে লৰ্ড মাউন্টবেটনে সেই সম্পৰ্কে উক্ত কমিছনক স্পষ্ট নিৰ্দেশ দিব লাগে। চৰ্ত্তাৱলীৰ ব্যাখ্যা সম্পৰ্কে তেওঁ মোৰ লগত একমত হল। কিন্তু তেওঁ মোক কলে যে যিহেতু গোটেই সমস্যাটোৱেই মধ্যস্থমেলৰ হাতত ন্যস্ত কৰা হৈছে আৰু ন্যায় বিচাৰৰ দ্বাৰা গোটেই অনুসন্ধান কাৰ্য্য চলোৱা হব সেই বাবে কোনো প্ৰকাৰৰ স্পষ্ট নিৰ্দেশ আগতীয়াকৈ দিয়াটো তেওঁৰ পক্ষে সমীচীন নহব। কিন্তু লগতে তেওঁ আকৌ কলে যে চৰ্ত্তাৱলী এনে ধৰণৰ যে তেওঁলোকে উক্ত জিলা দুখন ইয়াৰ ভিতৰত নধৰিবও পাৰে। তাৰ পিচত তেওঁ মোক সুধিলে যে ছিলেটৰ এনে কোনো ঠাইৰ কথা মই নাজানো যি ঠাই অতি অক্ষাংশত অৱস্থিত ? মই কলো যে ছিলেটৰ অধিকাংশ ঠায়েই সমুদ্ৰৰ উচ্চতাতকৈ কম আৰু মই এনে কোনো ঠাইৰ কথা নাজানো যি ঠাই দুশৰ পৰা চাৰিশ ফুটৰ ভিতৰত ওখ। তাৰ পিচত তেওঁ মোৰ ওচৰলৈ এখন মেপ লৈ আহি শ্বিলং আৰু খাছীয়া পাহাৰৰ এচলীয়া নামনি অংশ দেখুৱালে। তেওঁ কলে যে এইবোৰ অঞ্চল পাকিস্থানত। মই কলোঁ যে শ্বিলং অসমৰ ৰাজধানী আৰু উক্ত অঞ্চল সমূহ খাছীয়া আৰু জয়ন্তীয়া পাহাৰত। খাছীয়া আৰু জয়ন্তীয়া পাহাৰ অসমৰ অবিচ্ছেদ্য অঙ্গ। তাৰ পিচত মই এই অনুসন্ধান সম্পৰ্কে আৰু একো বিশেষ চিন্তা নকৰি উভতি আহিলোঁ। ইতিমধ্যে আমাৰ খাচীয়া বন্ধুসকলে মিঃ লিয়াকৎ আলী খানৰ লগত দেখা সাক্ষাৎ আৰু পাকিস্থানৰ অন্যান্য নেতাসকলৰ লগত দেখা সাক্ষাৎ কৰাৰ বন্দবস্ত কৰিলে। তাৰ পিছদিনা হঠাৎ মোৰ মনত খেলিলে যে লৰ্ড মাউন্টবেটেনৰ অনুসন্ধানৰ ফলত কি জানি খাছীয়া সকলে দৰ্শোৱা প্ৰতিনিধিত্বৰ ফালৰ পৰাই সকলো কথা বিবেচনা কৰে। এনে হেন এক সন্দেহ আৰু বিবুদ্ধিৰ পৰত মই কাৰ ওচৰলৈ যাম ? সেই সময়ত মোৰ কাৰণে আশ্ৰয় আছিল এজন মাথোঁ লোক যাৰ প্ৰেম আৰু মহানুভূতিৰ দ্বাৰা মোৰ মনৰ সকলো ভুল ধাৰণা আৰু খুদুৱনী সদায় দূৰীভূত হৈছিল। ১৯৪৭ চনৰ জুলাই মাহৰ শেহ ছোৱা কি আগছোৱা। বাপুজী তেওঁৰ আশ্ৰমত বহি আছে। তেওঁৰ কোঠাত আৰু লগত মাত্ৰ ৰাজকুমাৰী অমৃত কাউৰ। মোৰ মনত খেলোৱা সকলো ভয় আৰু মনোকষ্টৰ বিষয়ে মই বাপুজীক চিঞৰি কলোঁ। কিন্তু মই মোৰ সকলো কথা শেষ কৰিবলৈ নৌপাওঁতেই বাপুজীয়ে ক'লে—"ছিলেট বিচ্ছেদ সম্পৰ্কে মই তোমাৰ সকলো উদ্দেশ্য বুজি পাইছোঁ। তুমি গণভোটত কিয় সন্মতি দান কৰিলা ?" মই তেওঁক ক'লো যে তাত মোৰ অকণো সন্মতি নাই। কিন্তু তেওঁ তৎক্ষণাত ক'লে—"কোনো এখন প্ৰদেশত তাৰ প্ৰধান মন্ত্ৰীৰ সন্মতি নহ'লে এনে ধৰণৰ কোনো ঘটনা হ'ব পাৰেনে ?" তাৰ পিছত মই জনা সকলো কথা তেওঁৰ আগত বিবৰি কলো। ভোজ সভালৈ নিমন্ত্ৰণ কৰি লৰ্ড মাউন্টবেটেনে মোক কেনেকৈ মই ছিলেট পাকিস্থানলৈ যোৱা নোযোৱাৰ বিষয়লৈ উদাসীন বুলি ধৰি লৈছিল তাকো ক'লোঁ। লগতে মই ক'লোঁ যে অসম উপত্যকাৰ অধিকাংশ লোকেই ছিলেট বিচ্ছেদ হোৱাটোকে বিচাৰে আৰু ছিলেটৰ হিন্দুসকলেও বিচাৰে। দুখৰ বাবেই হওক বা সুখৰ বাবেই হওক দীঘলীয়া দহ বছৰ ধৰি মোৰ নেতৃত্বত সমৱেত ভাৱে যুঁজ কৰি অহা উভয় অঞ্চলৰ কংগ্ৰেছ সেৱীসকলে কিন্তু সকলোৱে একেলগে বাস কৰিবলৈ বিচাৰে। সেই দিনাই আবেলি চাহ মেলত লৰ্ড মাউন্টবেটেনে



শ্বিলঙৰ ৰাজভৱনত ১৯৪৯ চনত অসম প্ৰেছ্ উপদেষ্টা কমিটীত সাংবাদিকসকলৰ সৈতে বৰদলৈ।
লগতে ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশকো দেখা গৈছে

ছিলেটৰ নেতা আৰু আমাৰ স্বৰাষ্ট্ৰ মন্ত্ৰী শ্ৰীবসন্তকুমাৰ দাসক'লগ ধৰি কেনেকৈ কি কথা কৈছিল আৰু শ্ৰীদাসে গণভোটত কেনেকৈ সন্মতি প্ৰদান কৰিছিল আৰু তাৰ পিছত কংগ্ৰেছৰ ৱাৰ্কিং কমিটীয়ে কেনেকৈ উক্ত সিদ্ধান্তত হয়ভৰ দিছিল তাকো মই বাপুজীৰ আগত ভাঙ্গি-পাতি কলোঁ।

তাৰ পিচত মই তেওঁক পুনৰ প্ৰশ্ন কৰিছিলোঁ—"মই কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ বিৰুদ্ধে কেনেকৈ যুদ্ধ কৰোঁ?" তাৰ পিছত তেওঁ দৃঢ়তাৰে মোক কলে—"মই তোমাক নকৈছিলোঁ যে যি কোনো প্ৰকাৰৰ অসৎ আৰু অন্যায় কাৰ্য্যৰ বিৰুদ্ধে যুঁজ কৰিবলৈ তুমি প্ৰস্তুত হব লাগিব। তুমি তাকে নকৰিলা কিয়? তাৰ পিচত আলোচ্য বিষয়টোলৈ আহি তেওঁ কলে—"মই তোমাৰ কাৰণে একো কৰিব নোৱাৰো বৰং তুমি চৰ্দ্দাৰৰ কাষলৈ যোৱা।" মই ক'লো—"মই তেওঁৰ কাষলৈ নিশ্চয় যাম, কিন্তু বাপুজী আপুনিও কিছু কৰিব লাগিব।" তেওঁ এই সময়ত বৰকৈ ভাবিবলৈ ধৰিলে। মোক ক'লে—"তুমি এবাৰ কোনো অন্যায়ৰ প্ৰতি সন্মতি জ্ঞাপন কৰিলে সি তোমাক কলৈ লৈ যায় তাক তুমি ক'ব নোৱাৰা।" মই নিমাত হৈ আঠ কি দহ মিনিটমান তাতে বহি ৰলোঁ। তেওঁ নিজে নিজেই কিবা কৈ যাবলৈ ধৰিলে। লগতে দুই চাৰি আষাৰ শ্ৰীমতীকো কলে। মই তেওঁৰ মুখত এনে এটা বিৰক্তি আৰু তিক্ততাৰ চাপ দেখিলোঁ যাক মই মোৰ পঁচিশ বছৰীয়া অভিজ্ঞতাত আৰু কেতিয়াও দেখা নাছিলোঁ। তেওঁ অতি লাহে লাহে কবলৈ ধৰিলে—"মই আজিলৈকে কেতিয়াও সন্দেহক প্ৰশ্ৰয় দিয়া নাই। সন্দেহৰ ওপৰত কোনো কামকে কৰা নাই; কিন্তু মই মোৰ চাৰিওদিশৰ পাৰিপাৰ্শ্বিকতাৰ পৰা বিচাৰ কৰিয়েই আনকি বৃটিছ সকলৰ কোনো অতি উৎকৃষ্ট কামকো মই সন্দেহৰ চকুৰে চাওঁ।" তাৰ পিচত তেওঁ টলকা মাৰিলে। মই তেওঁক পুনৰ প্ৰশ্ন কৰিলোঁ— "বাপু, আপুনি মোৰ কাৰণে একো নকৰিবনে?" তেওঁ মোক একো উত্তৰ নিদি মাথো ক'লে—"চৰ্দ্দাৰৰ ওচৰলৈ যোৱা।"তেওঁৰ আদেশ শিৰোধাৰ্য্য কৰি মই পিছদিনা পুৱাই চৰ্দ্দাৰজীৰ ওচৰলৈ গলোঁ। বাপুজীৰ আগত বৰ্ণোৱাৰ দৰেই মই চৰ্দ্দাৰজীৰ আগতো মোৰ সকলো ভয় আৰু সন্দেহ, খুদুৰনি হুবহু ভাঙ্গি-পাতি ক'লো। কিন্তু তেওঁ মোক ক'লে যে মোৰ সন্দেহ হোৱাটো ভুল আৰু যদি অগত্যা মই বৰকৈ তাকে অনুভৱ কৰিছিলোঁৱেই তেনেহলে মই আৰু আগতে তেওঁৰ ওচৰলৈ নগ'লো কিয়? মই ভাবিলোঁ যে মোৰ সন্দেহ আৰু ভয় নৰামতিয়া বুলিহে তেওঁ ধৰিলে। মই উভতি আহিলোঁ।

তাৰ পিচদিনা আবেলি চৰ্দ্দাৰজীয়ে বিভিন্ন ৰাজ্য সমূহৰ শাসনকৰ্ত্তা সকল আৰু গণপৰিষদৰ প্ৰতিনিধিসকলৰ অভ্যৰ্থনাৰ্থে ইম্পেৰীয়েল হোটেলত এক অভ্যৰ্থনাৰ আয়োজন কৰিলে। এই অভ্যৰ্থনা সভালৈ লৰ্ড মাউণ্টবেটেন, তেওঁৰ মন্ত্ৰীসভাৰ আটাই-কেইজন সদস্য, বিভিন্ন প্ৰদেশৰ প্ৰধানমন্ত্ৰী সকল আৰু অন্যান্য গণ্যমান্য লোকসকলক তেওঁ নিমন্ত্ৰণ কৰে। মই মাথোঁ সেই কোঠাটোত সোমোৱা তিনি কি চাৰি মিনিট মানহে হৈছে; উক্ত বিষয়ৰ কোনো উল্লেখ নোহোৱাকৈয়ে পণ্ডিতজীয়ে ক'লে—"বৰদলৈ, ভাবি

চাওঁক এই বিষয়ে, একেবাৰে স্পষ্ট ভুল ধাৰণা এটাই ঠাই পাইছে।……" কিন্তু লগে লগেই মই তেওঁৰ উদ্দেশ্য বুজিব পাৰিলোঁ ; এই সময়তে মহামান্য বৰলাট বাহাদুৰৰ ওচৰৰ পৰা তেওঁৰ এ-ডি-কং এজন আহি মোৰ কাষ চাপি ক'লে যে বৰলাট বাহাদুৰে মোৰ লগত কথা হবৰ ইচ্ছা কৰিছে। মই তৎক্ষণাত তেওঁৰ লগতে গৈ তেওঁৰ দাঁতিতে থকা আসন এখনত বহিব খুজিলোঁ,কিন্তু তেওঁ মোক তেওঁ বহি থকা আসনৰ এমূৰে বহুৱাই লৈ কৰলৈ ধৰিলে—"মই সিদিনা আপোনাক লগ পাওঁতে কিছুমান কথা বুজাই ক'ব নোৱাৰিলোঁ কিয়নো সেইবোৰ অতি গোপনীয় আছিল। কিন্তু এতিয়া মই সকলোবোৰ কথা আপোনাক ক'ব পাৰোঁ।" এই বুলি তেওঁ কবলৈ ধৰিলে—"'শুনক……লৰ্ড………ক পূৰ্ব বঙ্গৰ গভৰ্ণৰ পতাৰ কথা আছিল। তেওঁৰ তিনিটা লৰা-ছোৱালী আৰু পৰিবাৰ লগত আছিল। (তেওঁলোকৰ বয়সৰ কথা কলে) ; ইমান গৰমত তেওঁলোকক ঢাকাত ৰাখিব নোৱাৰে আৰু নোখোজেও। সেইবাবে তেওঁ মোৰ পৰা জানিবলৈ বিচাৰিছিল যে পূব বঙ্গত এনে কিবা ওখ ঠাই আছে নেকি য'ত তেওঁ তেওঁৰ পৰিবাৰ আৰু লৰা-ছোৱালী কেইটা ৰখাৰ ব্যৱস্থা কৰিব পাৰে। আপুনি মোৰ কোঠাত সোমোৱাৰ ঠিক আগে আগে তেওঁ কোঠাৰ পৰা ওলাই গৈছিল। আপোনাৰ বাহিৰে পূব বঙ্গ আৰু ছিলেটৰ বিষয়ে সঠিক খবৰ আৰু আন কোনে দিব পাৰিব ? সেইবাবে মই আপোনাৰ পৰা সেই ঠাই বিলাকৰ বিষয়ে সবিশেষ জানিবৰ ইচ্ছা কৰিছিলোঁ। আপুনি সম্ভৱ ভাবিলে যে মই উক্ত অঞ্চল সমূহ পূব বঙ্গলৈ নিবৰ ইচ্ছা কৰিছোঁ। সেইবাবেই সেই সকলোবোৰ কথা গান্ধীজীক ক'লেগৈ।" এই বুলি কৈ তেওঁ মোৰ বাহুত ধৰি ক'লে—"এতিয়া আপুনি বোধকৰোঁ জানিব পাৰিছে যে মোৰ মনৰ ভাবৰ পৰা আঁতৰত আৰু একোকে থাকিব নোৱাৰে। মই গান্ধীজীলৈ সকলো কথা লিখিম কিন্তু আপুনি গান্ধীজীৰ ওচৰলৈ গৈ মই কোৱা কথাবোৰ কওঁকগৈ।" মই ইয়াত আৰু কি কম মনতে বৰ দুখ আৰু লাজ পালোঁ।

মই তেওঁক কলোঁ যে "মই কেতিয়াও কাকো সাধাৰণতে সন্দেহ নকৰোঁ। কিন্তু বৰ্ত্তমান আমাৰ সমুখত দেখা দিয়া এক জটিল পৰিস্থিতিৰ সময়ত মই কিছুমান ভিত্তিহীন ভয়, সন্দেহ আৰু খুদুৱনিৰ সম্মুখীন হৈ পৰিছোঁ।" তেওঁ মোক এইদৰে খোলাভাবে কথাটো জনোৱাত মই কি ভাবে কৃতজ্ঞ হৈছিলোঁ তাক মই তেতিয়াই ব্যক্ত কৰিলোঁ। মই গান্ধীজীক লগ ধৰিব নোৱাৰিলোঁ। কিন্তু পিছত চিঠিৰ দ্বাৰা লৰ্ড মাউন্টবেটেন কেনে এজন মহান পুৰুষ আৰু মই যে এক কি ক্ষুদ্ৰ আৰু মই তেওঁক (মহাত্মাজীক) কিয় অনাহকত মোৰ সন্দেহ আৰু ভয়ৰ বাবেই কষ্ট দিছিলোঁ সেই সকলো লিখি জনালোঁ।

তাৰ পিছত মই বাপুক কেইবাৰমান দেখা কৰিছিলোঁ আৰু সেই কেইবাৰত দেখা সাক্ষাতত মই বুজিব পাৰিছিলোঁ, ভাৰত বিভাজন আৰু তাৰ ফলত পৰৱৰ্ত্তী সময়ত ঘটা কলুষ কাহিনীয়ে তেওঁৰ অন্তৰত বৰকৈ আঘাত কৰিছিল। এই সময়ত এদিন তেওঁ কৈছিল "এতিয়া মোক কাক লাগে ?" মই শোকত অভিভূত হৈ পৰি চকুপানী টুকি ওলাই আহিছিলোঁ।

আমাৰ নিচিনা লোকসকলে ভাবিছিলো যে আমি স্বাধীনতা লাভ কৰিলোঁ যেতিয়া আমি আমাৰ দেশখনক আৰু প্ৰদেশখনক নতুনকৈ গঢ়ি তুলিব পাৰিম। কিন্তু এতিয়া মই অতি দুখেৰে যি জানিব পাৰিলোঁ প্ৰকৃততে তাৰ বিপৰীতহে ঘটিল। কিছুমান মানুহৰ

খনত বিশৃংখলাই ঠাই পালে। অতি বেয়া ধৰণৰ স্বাৰ্থপৰতা ভাবে মানুহৰ অন্তৰত ঠাই ললে। আনকি কোনো কোনো কংগ্ৰেছ সেৱকো তাৰ পৰা ৰক্ষা নপৰিল। এই প্ৰদেশ খনত (অসমত) ছিলেট বিচ্ছেদ হোৱাৰ ফলত তাৰ দুখীয়া কেৰাণীসকল ইয়াৰ পৰা যাব লগীয়াত ৰাজনৈতিক উত্যক্ত হৈ পৰিল। আনকি মোক হত্যা কৰিম বুলি লিখা কেইখনমান বেনামী চিঠি আহিও মোৰ হাতত পৰিছিল। মই বিবুদ্ধিত পৰি ভাবিলোঁ যে মই এই অন্যায়ৰ বিৰুদ্ধে কেনেকৈ যুদ্ধ কৰোঁ। চৰকাৰত থাকি নে বাহিৰ হৈ? একো উত্তৰ বিচাৰি নেপাই মই বাপুজীলৈ দীঘলীয়া চিঠি এখন লিখিলোঁ। বহুতদিনৰ মূৰত মই তেওঁৰ পৰা উত্তৰ পালোঁ। উত্তৰত লিখিলে—মই লোৱা সিদ্ধান্ত (পদত্যাগৰ সিদ্ধান্ত) যথাৰ্থ যদিও তেওঁ মোক কোনো উপদেশ দিব নোখোজে। কিয়নো তাৰ ফলত অন্ধলোক এজনে আন এজন অন্ধক পথ দেখুৱাৰ দৰে হব। সেই বাবে বাপুজীয়ে মোক কাকা চাহেবৰ পৰা উপদেশ বিচাৰিবলৈ কলে। কিন্তু তেওঁ চিঠিখনৰ শেষত লিখা কথা অতি প্ৰয়োজনীয়। তাত তেওঁ লিখিলে "প্ৰত্যেক ৰাতি পুৱাতে কোনো এঠাইত অকলশৰে বহি প্ৰাৰ্থনা কৰিবা।"

দিল্লীত হোৱা ভয়ানক সাম্প্ৰদায়িক কন্দলৰ শাম কটাবৰ অৰ্থে "বিৰলা ভৱনত" অনশন কৰাৰ সময়ত মই বাপুজীক শেষ বাৰ দেখা কৰোঁ। উক্ত সাম্প্ৰদায়িক অশান্তিৰ পাৰিপাৰ্শ্বিকতা আৰু কাৰণ সমূহ সকলোৰে জনা কথা। সেই কাৰণে ইয়াত তাক বহলাই কোৱাটো মই অনাৱশ্যক বুলিয়েই ভাবিছোঁ। মই ঠিক ২ বজাত বিৰলা ভৱনত উপস্থিত হৈ পোনছাতেই বাপুজী থকা উদ্যানখনৰ ফালে আগ বাঢ়িলোঁ। ডিচেম্বৰ মাহৰ ৰ'দ লৈ বাপুজী এখন বিচনাত পৰি আছে। মৌলানা কালাম আজাদে বাপুজীৰ লগত আলোচনা কৰি আছে। তেওঁ কি স্বৰ্ত্ততনো অনশন ভঙ্গ কৰিব? মই পোনে পোনে গৈ বাপুজীৰ চৰণ দুখনিতো ধৰি সেৱা জনাই তাৰ পিছত প্ৰায় ১০ মিনিটমান তেওঁৰ চৰণৰ ওচৰতে নীৰৱে ঠিয় হৈ থাকিলোঁ। সেই সময়ত মৌলানা চাহেব আৰু বাপুজীৰ মাজত কথা বতৰা চলিয়েই আছিল। তেওঁ মাথোঁ মোৰ মুখলৈ চায়েই অলপ মিচিকিয়াই হাঁহিছিল। মই তেওঁৰ মুখলৈ চায়েই সকলো বুজিব পাৰিছিলোঁ। তেওঁ মিহি সুৰেৰে অথচ স্পষ্টকৈ স্বাভাৱিক জোৰ দি কথা কৈছিল। তেওঁৰ মুখমণ্ডলত এনে এক উজ্জ্বল জেউতি পৰিস্ফুত হৈ উঠিছিল যাক আগৰ কেইমাহত মই দেখা নাছিলোঁ। পশ্চিম ফালৰ পৰা যাতে ৰ'দৰ তাপ গাত পৰিব নোৱাৰে তাৰ বাবে ডাঃ সুশীল নায়াৰ আৰু আন কেগৰাকীমান মহিলাই বেৰি আছিল; কিন্তু সেই সময়ত বাপুৰ মুখমণ্ডলত পৰিস্ফুট হোৱা স্বৰ্গীয় বিমল জেউতি ধাৰাসকলোৰে চকুত পৰিছিল। তেওঁ কথা কোৱা প্ৰত্যেক মুহূৰ্ত্ততে মই তেওঁৰ স্বাস্থ্য সম্পৰ্কে বৰ ব্যগ্ৰ হৈ উঠিছিলোঁ। কাৰণ সেই দিনটো বাপুৰ অনশনৰ সপ্তম দিন। বাপুক অনশন ভঙ্গ কৰিবৰ বাবে অনুৰোধ জনাবৰ কাৰণে মই দৃঢ় প্ৰতিজ্ঞা আছিলোঁ যদিও মই সেই সম্পৰ্কে একো নোসোধা বুলিয়েই থিৰ কৰিলোঁ। মৌলানা আজাদৰ কথা বতৰা শেষ হোৱাৰ ঠিক পাছতে তেওঁ মোক এক মিচিকি হাঁহিৰে তেওঁৰ কাষলৈ মাতি নিলে। এই হাঁহিটিৰ মাধুৰ্য্য এনে আছিল যে তাক মই জীৱনৰ শেষ মুহূৰ্ত্তলৈকে পাহৰিব নোৱাৰিলোঁ। মই তেওঁৰ ওচৰলৈ এখোজ আগবাঢ়ি গলোঁ। তেওঁক কলোঁ যে তেওঁক কৰলৈ মোৰ একো নাই আৰু হাতযোৰ

কৰি নমস্কাৰ জনাই তেওঁৰ কাষৰ পৰা মৌলানা আজাদ, ডাঃ নায়াৰ, আৰু আন কেইজনমানে কথা পাতি থকাৰ ওচৰলৈ গলো। তেওঁলোকে কি কথা পাতিছিল মই তাক শুনা নাছিলোঁ; কিন্তু সেই গোটেই সময়খিনি বাপুৰ অনশন আৰু সি আমাৰ ওপৰত আনি দিয়া দায়িত্বৰ কথাকেই ভাবিবলৈ ধৰিলোঁ।

সেইবাৰেই যে মোৰ বাপুজীৰ লগত শেষ সাক্ষাৎ হ'ব তাক মই কেতিয়াও অনুভব কৰিব পৰা নাছিলোঁ। সেইদিনাখন তেওঁ মোক নিচেই কাষলৈ মতাৰ স্বত্বেও অন্তৰত অতি কোমল ভাবধাৰাৰে তেওঁৰ কাষলৈ গৈছিলোঁ যদিও একেবাৰে কিয় কাষ চাপি নগলোঁ সেই বিষয়ে আজিও মোৰ অন্তৰত শোকে খুন্দা মাৰি ধৰে।

সেইদিনা ৩০ জানুৱাৰী, সন্ধিয়া ৬ বাজি ১৫ মিনিট। এজন বাতৰি যোগনীয়াই মোক টেলিফোনত সুধিলে যে প্ৰাৰ্থনালৈ যাওঁতে বাপুজীক গুলি কৰি নিহত কৰাৰ বাতৰি মই শুনিছোঁ নেকি? মই তেওঁক কোনো পধ্যেই বিশ্বাস নকৰিলোঁ। কিন্তু তাৰ পিছত মুহূৰ্ত্ততে টেলিফোন আহিবলৈ ধৰিলে সেই দুৰ্যোগৰ বাতৰিৰ অনুসন্ধানত। মই তেতিয়া অনুভৱ কৰিলোঁ যে এই বাতৰি সত্য। সেই কথাটো ভাবি মই এনেদৰে শোকত অভিভূত হৈ পৰিলোঁ যে বহু সময়লৈকে একো মাতিবকে নোৱাৰিলোঁ। মই কি কৰোঁ কি নকৰোঁ একো উপায় নোপোৱাত পৰিলো। মনত ক'লৈ যাওঁ কি কৰোঁ লাগিল। মোৰ মনত আকৌ সন্দেহ উপজিল যে এই বাতৰি কেতিয়াও সত্য হব নোৱাৰে। তাৰ পিছত মই ডাঃ বিধান ৰায়লৈ টেলিফোন কৰিলোঁ। ১৫ মিনিটৰ পিছত টেলিফোনৰ উত্তৰ আহিল; তেওঁ মাথোঁ কলে যে—ভাৰত আৰু জগতৰ পোহৰৰ বন্তি আমাৰ পৰা চিৰকাললৈ আঁতৰি গ'ল।

বাপুজীৰ বিয়োগত আমাৰ মাজত যি শূণ্যৰ স্থষ্টি হল তাক বৰ্ণনা কৰা সম্ভৱনে? মোৰ প্ৰতি বাপুজী আছিল এনে এক শক্তি যি শক্তিয়ে মোৰ গোটেই জীৱনৰ ভাবধাৰা আৰু কৰ্মপন্থা প্ৰভাবান্বিত কৰি তুলিছিল।

মই জানো যে তেওঁ আশা কৰা কামবোৰ সম্পূৰ্ণ কৰিবৰ কাৰণে আমাৰ আয়ুসে চুকি নাপায়; কিন্তু তেওঁ যেন বহু নিলগৰ পৰা চাই আছে সেই কথাটিয়ে আমাক অনুপ্ৰেৰণা যোগায়। যোৱা বছৰৰ ভিতৰত তেওঁ মোক এনে এক শক্তিৰ দ্বাৰা শক্তিশালী কৰি তুলিছে যি শক্তি অকল কোনো আধ্যাত্মিক গুৰুৱেহে তেওঁৰ শিষ্যসকলক দান কৰিব পাৰে। তেওঁ, "ইটো কৰা, সিটো কৰা" বুলি খুব কমহে উপদেশ দিছিল। কিন্তু তেওঁৰ উপদেশে মোক এক সাহস আৰু অনুপ্ৰেৰণাৰ দ্বাৰা অনুপ্ৰাণিত কৰিছিল যাৰ বলত মই সদায় যি কোনো অন্যায়ৰ বিৰুদ্ধে যুদ্ধ কৰিব পাৰিছিলোঁ।

মই আজি অনুভব কৰিছোঁ তেওঁ মোক এনে এক অনুপ্ৰেৰণাৰ দ্বাৰা অনুপ্ৰাণিত কৰিবলৈ বিচাৰিছিল যাৰ ফলত মই যি কোনো অসত্য আৰু অন্যায়ৰ বিৰুদ্ধে থিয় দিবলৈ এক আধ্যাত্মিক বল লাভ কৰিছিলোঁ। মোৰ এই জীৱনত মোক সেই আশীৰ্বাদ আৰু কোনে দিব?"

---

# অন্তিম শয্যাত

সৰল চিতেৰে সেৱা ভাবেৰে প্ৰধান মন্ত্ৰীৰ বাব লৈ যি কালছোৱাত বৰদলৈদেৱে দেশৰ নেতৃত্ব ভাৰ লৈছিল বুৰঞ্জীৰ হিচাপে সেই কাল ছোৱাক হস্তান্তৰিত সময়—period Transition বোলে। বুৰঞ্জী মতে সকলো দেশতে এই কালছোৱাত যেই কোনো কাৰ্য্য পৰিচালনা কৰা বৰ টান। এই সময়ত এটা নতুন অৱস্থাত পৰি মানুহে পৰিবৰ্তিত অৱস্থাত খাপ খুৱাই লৈ কাৰ্য্যবিলাক নিয়াৰিকৈ বিধিবদ্ধ ব্যৱস্থা কৰি লোৱাত বৰ বিশৃঙ্খলা হয় আৰু শৃঙ্খলালৈ অনা দুৰূহ কাম। এই সময়ত জাতি এটাক প্ৰকৃত বাট দেখুৱাবলৈ, আগবঢ়াই নিবলৈ চেষ্টা কৰা গুৰুতৰ বিষয়। এনে দুৰ্য্যোগপূৰ্ণ সময়ত বৰদলৈদেৱৰ যি কাৰ্য্যৱলী তাক আলোচনা কৰিলে তবধ মানিব লাগে। আয়ুসৰটো কথাই নাই, নিজৰ স্বাস্থ্যৰ ফালে চাবলৈকো তেখেতৰ অৱসৰ নাই। সেই সময়ত শাৰীৰিক শ্ৰম আৰু মানসিক চিন্তা তেখেতে সমানে কৰিব লগাত পৰিছিল। বহুত সময়ত কৰ্ত্তব্য আৰু দূৰদৃষ্টিৰ ফলত দেখা পোৱা কঠোৰ কাৰ্য্যৰ ভিতৰেদিও দায়িত্ব পালন কৰোঁতে শৰীৰে আৰু সহ্য নকৰা হ'ল। তেখেতৰ ১৯৪৮ চনৰ যি ডায়েৰি বহি আছে তাৰ পৰা স্পষ্ট বুজা যায় বহুত সময়ত তেখেতৰ তেজৰ চাপ বাঢ়ি অনেক বাৰ অনেক ঠাইত কষ্ট পাইছে। বহুত ঠাইৰ টোকাত প্ৰকাশ কৰিছে "মোৰ যেন অনন্ত ভাগৰ লাগিছে।" কোনো ঠাইত আছে—"মুকলি, একেবাৰে খোলা ঠাইত থাকিবৰ মন গৈছে।" কিন্তু তেনেকৈ জিৰাবৰ সময় তেখেতৰ নহল। বাপুজী আৰু কাকা কালেলকাৰ চাহাবে সদায় স্বাস্থ্যৰ প্ৰতি লক্ষ্য ৰাখিবলৈ সাৱধান কৰাৰ কথাও আমি পাওঁ কিন্তু সেইবিলাকেই আকৌ দেশৰ সমূহ স্বাৰ্থৰ ফালে চাই তেখেতক মন্ত্ৰীপদৰ পৰা অব্যাহতি দিবলৈকো নাৰাজ।

পৰ্ব্বতীয়া জনজাতি সমূহৰ শাসন আৰু সিবিলাকৰ উন্নতি সাধনৰ বাবে ব্যৱস্থা আমাৰ দেশৰ পক্ষে স্বকীয়া এটা ডাঙৰ সমস্যা। এই সমস্যা সমাধান কৰিবলৈ তেখেতে দুৰ্গম পাৰ্বত্য অঞ্চলৰ বহুত ঠাইত 'বহুত মাইল' খোজ কাঢ়ি ফুৰিব লগাত পৰিছিল। কাৰো মানা তেখেতে শুনা নাছিল। তদুপৰি তেখেতে গাওঁৰ ভিতৰ অঞ্চলত বাস কৰা বড়ো, মিকিৰ, গাৰো প্ৰভৃতি ট্ৰাইবেল লোকসকলৰ মাজত ফুৰোঁতেও কম কষ্ট পোৱা নাছিল। মাজতে ডাক্তৰৰ পৰামৰ্শ মতে বিশ্ৰাম লোৱাৰ চলতে জাহাজেদি কলিকতালৈ গৈছিল। তাতো গৈ পাই নানা সমস্যা আৰু কৰ্ত্তব্যৰ হেচাত বিশ্ৰাম পালে কত?

এইদৰে অত্যাধিক পৰিশ্ৰমৰ ফলত যে তেখেতৰ স্বাস্থ্য ভঙ্গ হোৱা নাই সেইটো নহয়। তাৰ পিচত দেশত আভ্যন্তৰীণ যিবোৰ বিৰোধ উপস্থিত হৈ সমস্যাৰ সৃষ্টি হৈছিল তাত তেখেত অতিশয় ব্যথিত হৈছিল। এবাৰ মুছলমান সকলক পাকিস্থানলৈ বিতাড়নৰ আন্দোলন হৈ গোৱালপাৰা, ধুবুৰী প্ৰভৃতি ঠাইত সাম্প্ৰদায়িক হাজামা উপস্থিত হয় আৰু দ্বিতীয়তে গুৱাহাটীত অসমীয়া-বঙালী

বিষেষে দেখা দি তুমুল বিষেষাগ্নি জলি উঠে। এই বিলাক ঘটনাই কোমল অন্তৰ বৰদলৈদেৱক কম আঘাত দিয়া নাছিল। তাৰ বাবেও তেখেতে কম দৌৰা দৌৰি কৰিব লগা হোৱা নাই। এই মানসিক আঘাত বিলাকেও তেখেতৰ স্বাস্থ্যৰ ওপৰত প্ৰভাব কৰা নাছিল নে?

সেই নিষ্ঠুৰ দিনটোৰ ঠিক আগতে লুছাই জাতিৰ মাজলৈ জুলাই মাহৰ ২৪ তাৰিখে তেখেত যায় আৰু আইজালত অস্থায়ী ভাবে প্ৰশাসনীয় বিধান মতে "এডভাইচাৰি কমিটী" গঠন কৰি আহে। এই বিচিত্ৰ অনুষ্ঠান গঠন কৰিবলৈ তেখেতৰ ভিতৰি যি পৰিশ্ৰম হৈছিল ইয়াত উল্লেখ কৰিবৰ প্ৰয়োজন নাই। মুঠতে এজন নেতাই এনে প্ৰসঙ্গত কৈছিল— ভাৰতৰ ক্ষেত্ৰত চৰ্দাৰ পেটেল আৰু অসমত বৰদলৈদেৱে একেধৰণেৰেই অসাধ্য সাধন কৰি গল,—ক্ষেত্ৰৰ পৰিসীমাৰহে ব্যৱধান দেখা যায় কিন্তু কাৰ্য্যৰ গুৰুত্ব একে ধৰণেৰে আছিল। তাত যিটো বক্তৃতা দিছিল তাৰ সাৰাংশ অন্যত্ৰ দিয়া হৈছে। মুঠতে তাৰ দ্বাৰা তেওঁবিলাকৰ আগত গভৰ্ণমেন্টৰ ভবিষ্যত কৰ্মপন্থা আৰু তাৰ দ্বাৰা সিবিলাকৰ ভবিষ্যত উজ্বলতাৰ ছবিকে ফুটাই তুলিছিল।

তাৰ পৰা ঘূৰি আহি শ্বিলঙত আকৌ সেই কামৰ বোজা। এই বোজাত তেখেতৰ স্বাস্থ্য যি ভঙ্গ হৈছিল সি ভালৰ ফালে আহিবলৈ সুযোগ নাপালে।

সেইদিনা ৫ আগষ্ট শনিবাৰ। কুমাৰ ভাস্কৰ নাট্য মন্দিৰত সেইদিনা এটি অভিনয় চাবলৈ বৰদলৈদেৱক বিশেষ ভাবে নিমন্ত্ৰণ কৰিছিল। সেইদিনা সেই নাট্য সমাজে সহ অভিনয়ৰ জোগাৰ কৰিছিল। এনে অভিনয় আমাৰ দেশত এয়ে প্ৰথম। তেনে নতুন কাৰ্য্যৰ উদ্বোধনত প্ৰিয় নেতা বৰদলৈদেৱৰ উপস্থিতি প্ৰয়োজন। এনে সাদৰী নিমন্ত্ৰণ গ্ৰহণ কৰি বৰদলৈদেৱে সপৰিবাৰে সেই দিনাই শ্বিলঙৰ পৰা আহিল আৰু সন্ধিয়াৰ আগে আগে গুৱাহাটী পালে। আন দিনাৰ দৰে সেই দিনাও তেখেত ভালেই আছিল। সন্ধ্যা কথা হল যে তেখেতে ৮ বজালৈকে মাথোন থিয়েটাৰ চাব; তাৰ পিচত ঘূৰি আহিহে ৰাতি ভাত খাব। সেইমতেই বন্দোবস্ত হল আৰু যথাসময়ত থিয়েটাৰ ঘৰ পালে। যথাবিধি অভ্যৰ্থনাৰে তেখেতে "প্ৰতিবাদ" নামৰ নাট অভিনয় চাবলৈ ধৰিলে। সন্ধিয়া হোৱাৰ লগে লগে ৭ বজাৰ পিচতে অভিনয় আৰম্ভ হল। পূৰ্বৰ কথামতে ৮ বজাত তেখেতে আহিবলৈ ওলাল; কিন্তু সৰু লৰা-ছোৱালী কেইটিয়ে তেতিয়াই আহিবলৈ আপত্তি কৰাত শ্ৰীযুতা বৰদলৈ ডাঙৰীয়ানীয়ে আৰু অলপ সময় চাবলৈ অনুৰোধ কৰিলে। তেখেতে কলে "বাৰু আৰু পুৰা এঘন্টা থাকোঁ কিন্তু ৯ বজাত হলে মই যাম।" যেনে কথা তেনে কাম। ৯ বাজিল আৰু লগে লগে বৰদলৈদেৱ উঠিল। কাজেই শ্ৰীযুতাবৰদলৈও ঠিয় দিলে; এইবাৰ আৰু কাৰো কোনো আপত্তিৰ কাৰণ নাথাকিল। ৯ বজাত আহি নতুনকৈ আধা সজা হৈ থকা উলুবাৰীৰ নিজা নতুন ঘৰলৈকে আহিল। তাত ১০ মান বজাত ভাত পানী খাই বং মনে শুলে। নিয়তিৰ নিষ্ঠুৰ বিধানত ৰাতি ১১টা বজাত তেখেতে হৃদযন্ত্ৰত বেদনা অনুভব কৰিলে। আগে পিচেও তেনেকুৱা আক্ৰমণ তেখেতৰ হয়। কিন্তু ইবাৰ অনুভব কৰিলে যে আক্ৰমণৰ মাত্ৰা গুৰুতৰ। ততালিকে পৰিৱাৰক ওচৰলৈ মাতিলে আৰু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱালৈ খবৰ

পঠালে। তৎক্ষণাত ডাঃ বৰুৱা আহিল। পৰীক্ষা কৰি চাই চিভিল চাৰ্জন আৰু আন দুখীয়াল ভাল চিকিৎসক ডাঃ হৰেকৃষ্ণ দাস প্ৰভৃতিক খবৰ দিলে। বৰদলৈদেৱে এবাৰ মাথোন বৰম্বাক কলে—"এইবাৰ মই ৰক্ষা পাম এনে আশা নাই।" ডাক্তৰ সকলে পাৰ্য্যমানে কৰিব পৰাখিনি যত্ন কৰি চালে কিন্তু একোটো একো নহল। ভগৱন্তৰ আহ্বান আহি পালে আৰু নিজৰ পৰিয়ালেহে নেলাগে সমগ্ৰ দেশবাসীক শোক সাগৰত পেলাই অনন্ত ধামলৈ পযাণ কৰিলে। তেতিয়া সময় ৰাতি ২-৪০ মিনিট। চিৰনিদ্ৰাত শোওঁতেও সেই স্থিৰ, প্ৰশান্ত সৌম্য মূৰ্ত্তি বৰদলৈদেৱৰ। মৃত্যুৰ কৰাল ছাঁয়া তেখেতৰ মুখাবয়বত পৰা নাছিল। গধুৰ দায়িত্বপূৰ্ণ কৰ্মময় জীৱন অৱসানত শান্তিৰ ৰাজ্যত শান্তিময়ৰ পদপ্ৰান্তত বিশ্ৰাম লওক। আৰু কিমান? বছৰ গণনাত বয়স তেতিয়া তেখেতৰ ৬০ বছৰ!!

আকস্মিক আৰু অপ্ৰত্যাশিত এই বিয়োগ বাতৰি ৰাতিয়েই অৰ্থ-মন্ত্ৰী শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীযালৈ ফোন যোগে জনোৱা হল। তেতিয়া গভৰ্ণৰ শ্ৰীযুত জয়ৰামদাস দৌলতৰাম সদীযা অঞ্চলত মফস্বল কৰিবলৈ গৈছিল। তেখেতলৈকো এই বাতৰি জনোৱা হল। তেখেতৰ কাৰ্য্যসূচী বাতিল কৰি ফিৰত অহা স্থিৰ কৰি গুৱাহাটীলৈ বুলি ৰাওনা হল।

গোটেই দেশত এই শোকৰ বাতৰি বিয়পি পৰিল। ৰাজধানী শ্বিলঙকে মুখ্য কৰি সকলো চহৰেই শোক চিহ্ন ধাৰণ কৰিলে। খবৰ পোৱাৰ লগে লগে স্থানীয় ভাবে স্বেচ্ছা প্ৰণোদিত হৈ সকলো ঠাইতে শ্ৰদ্ধা জ্ঞাপন হৰতাল পালন কৰিলে। গভৰ্ণমেন্টে শোকচিহ্ন-ধাৰী বাতৰিৰে বিগত আত্মাৰ প্ৰতি শ্ৰদ্ধা জনালে। গেজেটৰ অতিৰিক্ত সংখ্যা প্ৰকাশ হল। সকলো ঠাইত জাতীয় পতাকা অৰ্দ্ধ নামিত হৈ ৰাজ্যিক শোকচিহ্ন ধাৰণ কৰিলে। গভৰ্ণমেন্টে ৭ আগষ্ট সোমবাৰে সকলো অফিচ, স্কুল, কলেজ আৰু যাৱতীয় অনুষ্ঠান বিলাকত নেতা-জনৰ প্ৰতি শ্ৰদ্ধাঞ্জলি হিচাপে বন্ধ দিলে। গোটেই প্ৰদেশৰ বিভিন্ন ৰাজনৈতিক বা আন আন অনুষ্ঠান জাতি, ধৰ্ম নিৰ্বিশেষে সকলো সম্প্ৰদায়ৰ লোকৰ পৰা গাওঁ-চহৰ, পৰ্বত-ভৈয়াম সকলো ঠাইৰ পৰা শোক প্ৰস্তাৱ, সমবেদনা জ্ঞাপন, শ্ৰদ্ধাঞ্জলি, তাঁৰৰ বাতৰি, পত্ৰাদি আহিবলৈ ধৰিলে। সেই হাজাৰ বিজাৰ খবৰা-খবৰৰ ভিতৰৰ পৰা আৰু দেশ বিদেশৰ পৰা পোৱা শ্ৰদ্ধাঞ্জলিৰ নিদৰ্শন 'স্মৃতি তৰ্পন" শীৰ্ষক অধ্যায়ত যথাসম্ভৱ দিয়া হৈছে। তাৰ পৰাই বৰদলৈদেৱৰ লোকপ্ৰিয়তাৰ নিদৰ্শন সহজে পোৱা যাব।

# ৰাজ সন্মানেৰে সমাধি

প্ৰিয় বৰদলৈদেৱ চিৰ নিদ্ৰাত। কৰ্ম্ম বহুল জীৱনৰ অন্তত জিৰণি লওক,—চিৰ শান্তি লাভ কৰক। সহযোগী অন্তৰৰ এই ব্যাকুল প্ৰাৰ্থনা। কিন্তু হাজাৰ বিজাৰ তেজ মঙহৰ শৰীৰৰ মানুহে শোকত অভিভূত হৈ, ই কি কৰুণ দৃশ্য। ৰাতি পুৱাওঁতে নৌ পুৱাওঁতেই স্বৰ্গীয় বৰদলৈদেৱৰ ঘৰ আৰু চৌহদ শোকাকুল নৰ নাৰীয়ে লোকাৰণ্য। তাৰ মাজৰ পৰা প্ৰাণৰ স্বতঃস্ফূৰ্ত্ত শ্ৰদ্ধা কত প্ৰকাৰে প্ৰকাশ পাইছে। কোনোৱে ফুলৰ মালা, কোনোৱে পুষ্পাঞ্জলি কোনোৱে ধূপ ধূনা জলাই, কোনোৱে বন্তি গছি আগবঢ়াই, কোনোৱে স্তৱ স্তোত্ৰ পাঠ কৰি, বহুতে বা চকুৰে বৈ পৰা পানীৰে তৰ্পণ কৰি, যেন প্ৰাণৰ অফুৰন্ত হেপাহ পলুৱাবৰ চেষ্টা কৰিছে। জাতি বৰ্ণ ধৰ্ম্ম নিৰ্ব্বিশেষে, হিন্দু, মুছলমান, শিখ, খৃষ্টান সকলোৱেই শেষ এবাৰ চাবলৈ, শ্ৰদ্ধা জ্ঞাপন কৰিবলৈ আহিছে। আহিছে মুনিহ, আহিছে তিৰোতা, আহিছে ছাত্ৰ সমাজ, সকলোৰে তেওঁ যে প্ৰিয়। আৰু কি মৰ্ম্মস্পৰ্শী কথা, এই আছিল এই অকস্মাৎ নাই। হায়ৰে অনিত্য সংসাৰ! বৰদলৈদেৱৰ লগে লগে গোটেই গুৱাহাটী চহৰ যেন নিৰস্পন্দ!—কোনো ধৰণৰে কৰ্ম্মব্যস্ততা নাই, কিন্তু সকলোৰে মুখত শোকৰ গভীৰ ছাঁয়াপাত।

ইফালে ৰাজধানী শ্বিলঙত গভীৰ শোকৰ ছাঁ। ৰাতিয়েই টেলিফোন যোগে এই বাতৰি শ্বিলং চহৰ পোৱাত সি যেন বিনামেঘে বজ্ৰাঘাতৰ দৰে হল। গোটেই চহৰত মুহূৰ্ত্তৰ ভিতৰতে এই হৃদয় বিদাৰক বাতৰি বিয়পি পৰিল। লগে লগে যেন ৰাজধানীৰ সৌন্দৰ্য্য জয় পৰি গল। চৰকাৰী ভৱনত অৰ্দ্ধনামিত পতাকাই প্ৰিয় স্বৰ্গীয় নেতাকেই যেন শেষ বাৰলৈ সন্মান জনাইছে। শোকচিহ্ন ধাৰণ কৰি চৰকাৰী বিজ্ঞপ্তি প্ৰকাশ হল ;—"হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ আচম্বিতে গুৱাহাটীৰ নিজা ঘৰত আজিৰাতি ২ বাজি ৪০ মিনিট যোৱাত অসমৰ মুখ্য মন্ত্ৰী শ্ৰীযুত গোপীনাথ বৰদলৈৰ মৃত্যুত অসম চৰকাৰে গভীৰ দুখ প্ৰকাশ কৰে। সকলো চৰকাৰী আৰু ৰাজহুৱা ভৱন বিলাকত পতাকা অৰ্দ্ধনামিত কৰা হয়। সকলো চৰকাৰী অফিচ আৰু ৰাজহুৱা অনুষ্ঠান মৃত নেতাৰ প্ৰতি সন্মানাৰ্থে ৭ আগষ্ট সোমবাৰে বন্ধ থাকিব।"

লগে লগে শ্বিলঙৰ সহকৰ্ম্মী মন্ত্ৰীসকল, চৰকাৰী-বেচৰকাৰী কৰ্ম্মী, উচচ পদস্থ চাকৰিয়াল, সৈন্য বাহিনী, পুলিচ বাহিনী আকৌ তাৰো দায়িত্বপূৰ্ণ কৰ্ম্মচাৰী সকল, বহুতো গুণগ্ৰাহী লোক শ্বিলং পাহাৰ এৰি পুৱা ৯।১০ বজাত গুৱাহাটী চহৰ ভৰি পৰিল। সকলোৰেই প্ৰিয় নেতাক শেষ বাৰলৈ দৰ্শন আৰু শ্ৰদ্ধা জ্ঞাপন কৰাই উদ্দেশ্য। ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদৰ পৰা আৰম্ভ কৰি পণ্ডিত জৱহৰলাল প্ৰমুখ্যে দেশ-বিদেশৰ সকলো শ্ৰেণীৰ লোকৰ পৰা, বিভিন্ন অনুষ্ঠানৰ পৰা শোক প্ৰকাশক, সমবেদনা প্ৰকাশক, শ্ৰদ্ধাজ্ঞাপক তাঁৰ আহিবলৈ ধৰিলে। শুনা মাত্ৰে অসমৰ সকলো ঠাইতে হৰতাল হল, আপোনা আপুনি।

ইতিমধ্যে ৰাজকীয় সন্মানেৰে বৰদলৈদেৱৰ অন্ত্যেষ্টি ক্ৰিয়া সমাপন কৰিবলৈ যুগুত ব্যৱস্থা হব ধৰিলে। লগে লগে অলপ অপেক্ষা কৰিলে তেখেতৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীমান ধীৰেন্দ্ৰ চন্দ্ৰ বৰদলৈ



লোকপ্ৰিয় বৰদলৈ অন্তিম শয্যাত (৫ আগষ্ট, ১৯৫০)

ডিব্ৰুগড় মেডিকেল ছাত্ৰ হিচাপে তাত থকাত তেওঁ আহি পাব লাগে। অন্তেষ্টি ক্ৰিয়াৰ অধি-কাৰ হিচাপে নহলেও তেওঁ পিতৃদেৱৰ এবাৰ শেষ দৰ্শনটো পাব লাগে। তেওঁ আহি পাব লগা প্লেন আহি পাবৰ সময় ১।। বজাত।

শ্বিলঙৰ পৰা অহা আৰু তাত সমবেত হোৱা বিপুল জনতাৰ মাজৰ পৰা মন্ত্ৰীসকলে প্ৰত্যেক উচ্চ পদস্থ কৰ্ম্মচাৰীয়ে অসমৰ ৰাজ্যপাল শ্ৰীজয়ৰামদাস দৌলতৰামৰ পক্ষে আৰু বিদায়ী ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ দেৱে, প্ৰাদেশিক কংগ্ৰেছৰ প্ৰধান সম্পাদক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পক্ষে, কটন কলেজৰ অধ্যাপক ছাত্ৰ সকলৰ পক্ষে, ছাত্ৰ কংগ্ৰেছৰ পক্ষে, ব্ৰিগেডিয়াৰ জেনে-ৰেল, পুলিচ বাহিনীয়ে, স্থানীয় খেল-ধেমালিৰ অনুষ্ঠান সমূহে, ভাস্কৰ নাট্য মন্দিৰ পক্ষৰ পৰা আৰু ব্যক্তি বিশেষেও শৱাধাৰত পুষ্পমাল্য অৰ্পণ কৰে। শ্বিলঙৰ পৰা আহি পোৱা সৈন্য বাহিনীৰ অংশ আৰু পুলিচ বাহিনীযে ৰাজ্যোচিত সন্মানসূচক "গাৰ্ড অফ অনাৰ" প্ৰদৰ্শন কৰে।

শৱাধাৰ পুষ্প পত্ৰেৰে সুশোভিত কৰা হল। ত্ৰিবৰ্ণ ৰঞ্জিত জাতীয় পতাকা লগোৱা হল আৰু মঙ্গল উৰুলি আৰু হৰিধ্বনিৰ মাজত সেই আধাৰলৈ শৱটি তোলা হল। জ্যেষ্ঠ পুত্ৰ ডিব্ৰুগড়ৰ পৰা আহি পোৱাৰ পিচত শৱাধাৰ তুলি ঘৰৰ বাহিৰ উলিয়াই আনিবৰ মুহূৰ্ত্তত তেওঁ পিতৃদেৱকৰ চৰণত ধৰি দীঘল দি পৰি সাৱটি ধৰি যি শোকাবহ দৃশ্য দেখুৱালে অতি কঠোৰ হৃদযৰ মানুহেও ইয়াত চকুৰ পানী সামৰিব পাৰেনে ?

শোকত অভিভূত বিপুল জনতাই শৱাধাৰ বেটি সমদলে যাত্ৰাৰ জোগাৰ কৰে। ৮ৰৰ দলৈৰ প্ৰতি শেষ সন্মান জনাবৰ কাৰণে অসমৰ মন্ত্ৰীসকল, সংসদী সচিবসকল, ফখৰুদ্দীন আলি আহমেদ, শ্বিলং চাব এৰিয়াৰ কমাণ্ডাৰ ব্ৰিগেডিয়াৰ বিক্ৰমসিং, আন সামৰিক আৰু বে-সামৰিক কৰ্ম্মচাৰীসকল, প্ৰাদেশিক কংগ্ৰেছ সম্পাদক শ্ৰীসিদ্ধিনাথ শৰ্ম্মাকে মুখ্য কৰি বহুতো গণ্যমান্য লোকে এই সমদলত যোগ দিযে। অৰ্দ্ধনমিত পতাকা শোভিত সুসজ্জিত মটৰত শৱাধাৰ তুলি লোৱা হল। উলুবাৰীৰ নিজা ঘৰৰ পৰা আবেলি ২-৩০ মিনিটত শৱযাত্ৰা আৰম্ভ হ'ল। শৱাধাৰৰ আগে আগে আসাম ৰাইফলছ থাকি আধা মাইল জোৰা শোকযাত্ৰাৰ নেতৃত্ব কৰে। অসম পুলিচৰ বেটালিয়ন আৰু সশস্ত্ৰ পুলিচ বাহিনীয়ে শৱধাৰা-ৰাহী মটৰ গাড়ীৰ কাষে কাষে যায আৰু হাজাৰ হাজাৰ জনতাই পিচ ধৰে। চহৰৰ প্ৰধান প্ৰধান আলিয়েদি শৱ লৈ অহাৰ সময়ত বাটৰ দাঁতিৰ শাৰিপাতি বৈ থকা অগণিত নৰনাৰীয়ে মৌনভাৱে শেষ সন্মান প্ৰদৰ্শন কৰে। ঠায়ে ঠায়ে জুম পাতি থকা মানুহে ঘন বসতিৰ মাজে মাজে গৈ থাকোঁতে আখৈ, চন্দন, দুবা, অক্ষত পুষ্প আদি বৰ্ষণ কৰি মাঙ্গলিক আচাৰ প্ৰদৰ্শন কৰে।

এইদৰে গোটেই চহৰ যেন প্ৰদক্ষিণ কৰি আহি সমদল প্ৰাদেশিক কংগ্ৰেছ অফিচৰ বাৰা-গুালৈ অনা হয়। তাত শৱধাৰাৰ পৰা নমাই কংগ্ৰেছৰ জাতীয় পতাকাৰে শৱ আবৃত কৰা হয়। ধুপ-দীপ জলাই, পুষ্পমাল্য অৰ্পণ কৰি যোৱা দহ বছৰ ৰাজ্যৰ আৰু কংগ্ৰেছৰ গুৰি ধৰি অহাৰ শেষ সন্মান প্ৰদৰ্শন কৰে।

তাৰ পিচত নিয়া হয় তেখেতৰ পুৰণি শিলপুখুৰীৰ ঘৰলৈ, যাতে পৰিয়ালৰ সকলো মানুহে

এবাৰ শেষ দৰ্শন লভিব পাৰে। পুৱণি ভোটিতো শৰাধাৰ ৰখা হয় আৰু তাতো যথাৰীতি সকলোৱে সন্মান দেখুৱায়।

নৱগ্ৰহ শ্মশান ভূমি পোৱাত শৱ-যাত্ৰা শেষ হয়। এইখিনি পাওঁতে পূৰা তিনিঘণ্টা সময় লাগিছিল। যথা সম্ভৱ শাস্ত্ৰোক্ত বিধিৰে আগতীয়া ক্ৰিয়া সমাপন কৰি সুসজ্জিত চিতাত তোলা হয় আৰু লগে লগে আসাম ৰাইফলছ, অসম পুলিচ বেটালিয়ান, সশস্ত্ৰ পুলিচ বাহিনীয়ে "গাৰ্ড অব অনাৰ" প্ৰদৰ্শন কৰি যথাৰীতি অভিবাদন জনায়। ৰামধুন গীতি, মঙ্গল উৰুলি হৰিধ্বনিৰ মাজত জ্যেষ্ঠ পুত্ৰই যথাবিধি মুখাগ্নি কৰে। তেতিয়া সময় প্ৰায় ৬ টা। মহিলা সকলে সকলো সময়খিনি ৰামধুন গাই আছিল। চিতাত জুই দিয়াৰ লগে লগে অগ্নি শিখা আকাশৰ পিনে ধিয়াই আমাৰ প্ৰিয় নেতাৰ নশ্বৰ দেহা ক্ৰমে গ্ৰহণ কৰিবলৈ ধৰিলে। মুঠেই দেড় ঘণ্টাৰ সময়ৰ ভিতৰতে সুন্দৰ দেহৰ শেষ চিহ্ন ভস্মত পৰিণত হল। অগণন শোকাকুল জনতাৰ মাজত পৱিত্ৰ নৱগ্ৰহ শ্মশানত শেষ সমাধি ৰচনা কৰা হ'ল প্ৰিয় বৰদলৈ দেৱৰ!

অনাসক্ত কৰ্ম্মযোগী বৰদলৈদেৱৰ জীৱনৰ এইদৰেই পৰিসমাপ্তি ঘটিল। বিপুল সমাৰোহৰ ভিতৰত, গুণগ্ৰাহী ৰাইজৰ মাজত—যি সকল আছিল জীৱন কালত তেখেতৰে সেৱাৰ থলী।

সকলোৰে জনাজাত কথা যে ৺বৰদলৈদেৱৰ আৰ্থিক পাৰ্থিব সম্পদ একো এৰি যাব পৰা নাই। কিন্তু তেখেতৰ উৰ্দ্ধদৈহিক কাৰ্য্য যেনে সমাৰোহেৰে আৰু বিশেষত্বৰে সমাধা হ'ল ইয়াৰ গুৰিত কি? তেখেতৰ লোকপ্ৰিয়তাৰ গুণত সকলোৱে অন্তৰৰ কোমল ঠাইত অলপমান ঠাই আগুৱাই নহয় নে? পাৰ্ব্বত্য অঞ্চলৰ জনজাতি, স্থানীয় হৰিজন তেখেতৰ অতি প্ৰিয় আছিল। সেই সকলৰ দূৰ দূৰণিৰ পৰা আহিও যোগদান বাক্যেৰে শ্ৰদ্ধাজ্ঞাপন এটা নতুনত্ব এটা বিশেষ কথা নহয়নে? ৺বৰদলৈদেৱৰ অকপট কাৰ্য্যত সিবিলাকৰ জয় জয় হোৱা নাছিলনে? তেখেতৰ অগণন গুণগ্ৰাহী সহকৰ্ম্মীসকলৰ পুৰোভাগত থাকি নতুন মুখ্যমন্ত্ৰী মেধি ডাঙৰীয়া (অন্যান্য সহপাঠি) প্ৰাদেশিক সম্পাদক সিদ্ধিনাথ শৰ্ম্মা, চৌধুৰীদ্বয় (শ্ৰীযুত ৰোহিনী কুমাৰ আৰু সহচৰ মহেন্দ্ৰ মোহন) প্ৰভৃতিৰ অপ্ৰাণ চেষ্টাত যোগ্যভাগেই শ্ৰাদ্ধাদি কাৰ্য্য সুসম্পন্ন হৈছিল সকলোৱে জনা কথা।

জীৱিত কালত ৰাজ্যপাল শ্ৰীজয়ৰামদাস দৌলতৰামৰ পৰিয়ালৰ লগত বৰদলৈদেৱৰ পৰিয়ালৰ ঘনিষ্ঠতা হৈছিল। সেই সময়ত ৰাজ্যপাল উত্তৰ পূব সীমান্ত ভূভাগলৈ ভ্ৰমণাৰ্থে গৈছিল। বৰদলৈদেৱৰ তিৰোধানৰ বাতৰি পাই তেখেত ভ্ৰমণ তালিকা বাতিল কৰি ঘূৰি আহে। ডিব্ৰুগড়ৰ পৰা বিমানেৰে আহি তেখেত সস্ত্ৰীক আৰু জীয়েকৰে পোণে পোণে ৺বৰদলৈৰ শোক বিহ্বলা বিধৱা পত্নীক আৰু পৰিয়ালৰ ওচৰলৈ আহে আৰু ব্যক্তিগত ভাৱেও শোক আৰু সহানুভূতি প্ৰকাশ কৰি শোক মন্তব্য পৰিয়ালৰ লগত ভালেখিনি সময় থাকে।

৭ আগষ্টতাৰিখে আবেলি ৫।। বজাত চাৰ্চ ফিল্ডত যি বিৰাট ৰাজহুৱা সভা হৈছিল তাত প্ৰায় ২২ হাজাৰ মান মানুহ গোট খাইছিল। সেই শোক সভাত ৰাজ্যপালে কৈছিল— এই সন্ধিক্ষণত ৺বৰদলৈৰ মৃত্যু অকল অসমৰ বাবেই নহয়, গোটেই ভাৰতৰ বাবেও বজ্ৰঘাত সদৃশ হৈছে। ইয়াৰ ফলত সি সৰ্ব্বনাশ হ'ল, সি কিমান ডাঙৰ কথা তাক উপলব্ধি কৰা এদিনৰ কথা নহয়। ৰাজ্যপালে শেহত ৺বৰদলৈৰ চৰিত্ৰ, কাৰ্য্য বিচক্ষণতা, ৰাজনৈতিক প্ৰতিভা আৰু ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰে আৰু অসমৰ দুখৰ দিন সোনকালে শেষ হ'বলৈ আৰু শোকগ্ৰস্ত পৰিয়ালক শান্তি দিবলৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায়।

# স্মৃতি-তৰ্পণ

বৰদলৈদেৱৰ আকস্মিক বিয়োগত গোটেই দেশখনেই শোকাচ্ছন্ন হৈ পৰিল। সকলো ঠাইতে শ্ৰদ্ধা প্ৰদৰ্শনৰ কাৰণে সকলো বাইজে আপোনা আপুনি হৰতাল পালন কৰিলে। স্বাভাৱিকতে চৰকাৰৰ পক্ষৰ পৰাও সকলো অফিচ, স্কুল, কলেজ, আদালত বা আন আন অনুষ্ঠানবোৰ বন্ধ দিয়া হল। জাতীয় পতাকা শোকৰ ভৰত নিজেই যেন অৰ্দ্ধনামিত হল। বিজুলী বাতৰিৰ যোগে চাৰিওফালৰ পৰা শ্ৰদ্ধাজ্ঞাপক বাতৰি আহিবলৈ ধৰিলে। দেশ-বিদেশৰ পৰাও সমবেদনা জ্ঞাপক তাঁৰ আহিবলৈ ধৰিলে। বহু অনুষ্ঠানৰ পৰা, সকলো ঠাইৰ বাইজৰ পৰা, সভা সমিতি পাতি শোক প্ৰস্তাৱ গ্ৰহণ কৰি, সমবেদনা জ্ঞাপন কৰি যাইকৈ বিধৱা আৰু মাউৰা লৰা-ছোৱালী কেইটিলৈ বিভিন্ন ঠাইৰ পৰা আহি আছিল। পৰ্বতীয়া জনজাতি সকলৰ মাজৰ পৰাও শোকজ্ঞাপক খবৰ আহিল। তেওঁবিলাকৰ সহজ সৰল প্ৰাণত লগা আঘাত চমু কথাৰে প্ৰকাশ কৰি পঠালে। তেওঁ বিলাকে এজন প্ৰধান সহায়ক বন্ধু হেৰুৱালে বুলি শোক প্ৰকাশ কৰিলে। গোটেই অসমীয়া জাতীয়েও নেতাজনক হেৰুৱাই, প্ৰিয়জনক আৰু নাপাম বুলি চকুৰ আগত খন্তেকৰ কাৰণে আন্ধাৰ দেখা পালে।

ব্যক্তিগত ভাবে আৰু বিভিন্ন অনুষ্ঠানৰ পৰাও যিবোৰ চিঠি, প্ৰস্তাৱ আৰু তাঁৰ যোগে শোকজ্ঞাপক, শ্ৰদ্ধাজ্ঞাপক বাতৰি আহিছিল সেই হাজাৰ বিজাৰ বাৰ্তা আৰু প্ৰস্তাৱ আদিৰ পৰা ইয়াত নমুনা স্বৰূপে কিছুমান মাথোন উল্লেখ কৰা হল।

## ৰাষ্ট্ৰপতিৰ শোক প্ৰকাশ

ভাৰতৰ ৰাষ্ট্ৰপতি ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে বৰদলৈদেৱৰ পৰলোকত অসমৰ ৰাজ্যপাললৈ তলত দিয়া তাঁৰ কৰিছে:

"গোপীনাথ বৰদলৈৰ আকস্মিক মৃত্যুত মৰ্ম্মান্তিক আঘাত পালোঁ। তেওঁৰ মৃত্যুয়ে অসম আৰু ভাৰতৰ ৰাজহুৱা জীৱনত সহজে পূৰাব নোৱাৰা এখন শূণ্য ঠাই ৰাখি গল। আজি গুৰুত্বপূৰ্ণ সময়ত জটিলতাৰে ভৰা ৰাজ্য এখনৰ প্ৰশাসনৰ বোজা বৰদলৈদেৱে বহন কৰিছিল। স্বাধীনতা ৰণৰ নিৰ্ভীক যুজাৰু সৎ আৰু সুবিবেচক প্ৰশাসক তেওঁ কেৱল অসমতে নহয় ৰাজ্যৰ বাহিৰতো অতি চেনেহৰ আৰু অতি শ্ৰদ্ধাৰ পুৰুষ আছিল। মোৰ সমবেদনা শোকাকুল পৰিয়ালক জনাব।"

## প্ৰধানমন্ত্ৰীৰ শোক প্ৰকাশ

ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰুৱে অসমৰ ৰাজ্যপাল শ্ৰীজয়ৰামদাস দৌলতৰামলৈ তাঁৰ কৰিছে:

শ্ৰীগোপীনাথ বৰদলৈৰ আকস্মিক মৃত্যুৰ বাতৰি যোৱা ৰাতি পাই মই মৰ্ম্মান্তিক আঘাত পালোঁ। আমাৰ সকলোৰে কাৰণে বিশেষকৈ অসমৰ স্বাধীনতা ৰণৰ এজন নিৰ্ভীক

যুগুতাক আৰু সাহসৰ সৈতে মুখ্যমন্ত্ৰী হিচাবে অসমৰ বহু সমস্যাৰ সন্মুখীন হোৱা এজন মানুহক হেৰুৱাটো এটা ডাঙৰ ক্ষতি। মোৰ সহানুভূতি জ্ঞাপন কৰিছোঁ।"

বিত্তমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিয়ে পঠোৱা আন এখন তাঁৰত পণ্ডিত নেহেৰুৱে জনাইছে: "মোৰ পুৰণিবন্ধু আৰু সহকৰ্মী শ্ৰীগোপীনাথ বৰদলৈৰ মৃত্যুৰ বাতৰি পাই মই অত্যন্ত দুঃখিত হলোঁ। ই এটা ডাঙৰ ক্ষতি।"

## চৰ্দ্দাৰ পেটেলৰ শোক প্ৰকাশ

অসমৰ মুখ্যমন্ত্ৰী ৺বৰদলৈৰ মৃত্যুত শোক প্ৰকাশ কৰি ভাৰত উপ-প্ৰধানমন্ত্ৰী চৰ্দ্দাৰ পেটেলে কয়: "৺বৰদলৈ অসমৰ ৰাজনৈতিক আৰু ৰাজ্যিক স্বাৰ্থৰ লগত এনেভাৱে জড়িত যে তেওঁক বাদ দি অসমৰ কথা ভাবিবকে নোৱাৰি। যদিও আজি দুবছৰৰ পৰা ৺বৰদলৈৰ শাৰীৰিক অসুস্থতা বেছি হৈছিল আৰু তাৰ কাৰণেই যদিও তেওঁ বৰ লগা গধুৰ বোজা কান্ধৰ পৰা নমাই থব খুজিছিল তথাপিতো মোৰ অনুৰোধতে হাঁহিমুখে দায়িত্বৰ ভাৰ লবলৈ আগ বাঢ়িল আৰু শেষ পৰ্য্যন্ত কৰ্তব্যৰ পৰা বিচলিত নহল। গৌৰৱ আৰু কৃতকাৰ্য্য ভাবে কাম কৰি থাকোঁতেই তেওঁৰ মৃত্যু হল। দেশৰ ঐক্য গঢ়ি তোলাই আছিল বৰদলৈৰ জীৱনৰ লক্ষ্য।

এইবিলাক সমস্যা সমাধানৰ বাবে বৰদলৈৰ সমকক্ষলোক ওলোৱা টান কিন্তু অসমৰ এই দুৰ্য্যোগৰ সময়তেই তেওঁৰ কৰ্মময় জীৱনৰ যৱনিকা পৰিল। মই আশা কৰোঁ যাতে তেওঁৰ সহকৰ্মীসকলে স্বৰ্গীয় নেতাৰ আদৰ্শ আৰু অনুপ্ৰেৰণা হাতত হাত মিলাই কাম কৰিবলৈ আগবাঢ়ি আহি বৰদলৈয়ে এৰি যোৱা বাকীখিনি কাম শেষ কৰিব। তেওঁৰ মৃত্যুত অসমতেই হানি হোৱা নাই ভাৰততে এজন অক্লান্ত নিস্বাৰ্থ দেশকৰ্মী হেৰুৱাইছে। ৱাৰ্কিং কমিটীৰ সহকৰ্মী হিচাপে তেওঁৰ পৰামৰ্শবোৰ বৰ সাৰুৱা আছিল। কৰ্তব্যই যাৰ জীৱনৰ পণ তেনে এজন নেতাৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।"

## শ্ৰীমেধিৰ অনাতাঁৰ বক্তৃতা

অসমৰ বিত্তমন্ত্ৰী শ্ৰীমেধিয়ে 'অল ইণ্ডিয়া ৰেডিঅ'ৰ শ্বিলং-গুৱাহাটী কেন্দ্ৰৰ পৰা অনাতাঁৰ বক্তৃতাৰে কয়: "অসমৰ এই সন্ধিক্ষণত শ্ৰীযুত বৰদলৈৰ পৰলোক কেৱল অসমৰেই নহয় গোটেই ভাৰততে এটা অপূৰণীয় ক্ষতি হল।"

শ্ৰীমেধিয়ে কয়—আজি ৰাতি পুৱা আমাৰ শ্ৰদ্ধাস্পদ প্ৰিয় মুখ্যমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈৰ হৃদয়যন্ত্ৰ ৰোগত অপ্ৰত্যাশিত ভাৱে ২-৪০ বজাত পৰলোক হোৱা শুনি মৰ্মাহত হলোঁ। তেওঁ আগদিনা গধূলি সুস্থ শৰীৰে আৰু তেওঁৰে সম্বৰ্দ্ধনাৰ্থে নিয়োজিত অনুষ্ঠান এটাত আনন্দ মনেৰে যোগদান কৰিছিল। আজিও অসমৰ স্বায়ত্ব শাসিত জিলা কেইখনৰ পৰিষদ গঠন সম্পৰ্কে সাংবাদিক সন্মিলনত বক্তৃতা দিয়াৰ কথা আছিল কিন্তু ভাগ্যৰ বিপৰ্যয়ত সি হৈ নুঠিল।

পচিশলীয়া জীৱনৰে পৰা তেওঁ মোৰ ব্যক্তিগত বন্ধু আছিল। দুৰ্য্যোগৰ মাজেদি আমি গান্ধীজীৰ পৰিচালনাত একেলগে স্বাধীনতাৰ সংগ্ৰামত কাম কৰিছিলোঁ। প্ৰশাসনৰ গধুৰ বোজা কংগ্ৰেছৰ ওপৰত পৰিলত আমি দুয়ো সম্পূৰ্ণ সহযোগেৰে তাক কান্ধ পাতি লৈছিলোঁ।

তেওঁৰ অনুপম প্ৰীতিপূৰ্ণ অনুশীলনে চৰকাৰখনত উদ্দেশ্য আৰু আকাঙ্ক্ষা পূৰ্ণ কৰি সংঘ এটা গঢ়ি তুলিছিল। শ্ৰীবৰদলৈদেৱৰ মৃত্যুৱে বিৰাট শূণ্যতাৰ সৃষ্টি কৰিলে। এই মহান আত্মাৰ পৰলোকত মোৰ ব্যক্তিগত ক্ষতি অবৰ্ণনীয় যেন বোধ হৈছে। মোৰ অন্তৰ আজি শোকত তেনেই অভিভূত।

ভাৰতৰ ভিতৰত অসমেই প্ৰশাসনৰ ক্ষেত্ৰত আটাইতকৈ জটিল ৰাজ্য কিন্তু তেওঁৰ সূক্ষ্ম দৰ্শনৰ দূৰদৰ্শিতা, বিশ্বপ্ৰেম আৰু সহিষ্ণুতাৰ ফলতেই সমষ্টি কৰণৰ বিষময় ফলৰ পৰা অসম ৰক্ষা পৰিল; অসমৰ বিভিন্ন ভাষা আৰু সংস্কৃতিৰ সম্প্ৰদায় বিলাকৰ ভিতৰত এটা সংগঠিত সমন্বয় গঠন সম্ভৱ হল। তেওঁ আজি এৰি থৈ গৈছে এটি বোধগম্য ৰাজনীতি যাৰ সহায়ত একত্ৰীকৰণৰ প্ৰচেষ্টা চলাই থাকিব লাগিব। তেওঁৰ এই অসম্পূৰ্ণ কাম তেওঁৰ নীতি অনুকৰণ কৰি যথাযোগ্য ভাবে সমাধা কৰিবলৈ আমি যত্নৰ ত্ৰুটি নকৰিম বুলি জনগণক মই আশ্বাস দিওঁ।

অসম বুৰঞ্জীৰ এই সন্ধিক্ষণত শ্ৰীবৰদলৈৰ পৰলোক কেৱল অসমৰেই কিয় সদৌ ভাৰতৰে এটা অপূৰণীয় ক্ষতি। এই কাৰণে আজি এই শোকৰ মুহূৰ্ত্তত সদৌ অসমবাসীক জাতিবৰ্ণ নিৰ্বিশেষে সকলোকে আমাৰ প্ৰিয় দলপতিয়ে প্ৰেম, সহিষ্ণুতা, উচ্চ আকাঙ্ক্ষা আৰু দৃঢ়তাৰে বচি থৈ যোৱা নীতি আৰু পন্থা অনুসৰণ কৰিবলৈ মই আহ্বান জনাইছোঁ।

তেওঁৰ পৰিয়াল বৰ্গৰ এই গভীৰ শোকত চৰকাৰ আৰু জনগণে অংশ গ্ৰহণ কৰিছে। অসম আৰু অসমবাসী তেওঁৰ মৃত্যুত শোকাকুল।

ৰাজ্যিক সন্মানেৰে অন্ত্যেষ্টি ক্ৰিয়া সমাধা কৰা হল। তেওঁৰ আকাংক্ষা পূৰণৰ ভাৰ আজি আমাৰ ওপৰত। এয়ে আমাৰ বৰ্ত্তমান সান্ত্বনা।

তেওঁৰ আত্মাই শান্তি লাভ কৰক।

## ৺বৰদলৈৰ প্ৰয়াণত শোকম্লান হিয়াৰ শ্ৰদ্ধাঞ্জলি আৰু তৰ্পণঃ

**শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী :—**

"আমাৰ আটাইৰে প্ৰিয় মুখ্যমন্ত্ৰী বৰদলৈদেৱ ইহ জগতত নাই। কথাটো বিশ্বাস কৰিবলৈ টান লাগে কিন্তু ই নিদাৰুণ সত্য। আজীৱন দেশ মাতৃকৰ সেৱক বৰদলৈৰ আজি কৰ্মময় জীৱনৰ ওৰ পৰিল। তেখেতে সদায়ে সপোন দেখিছিল আমাৰ দেশখন কেনেকৈ ডাঙৰ আৰু মহান হৈ গঢ়ি উঠে। তেখেতৰ লগত কথা পাতিলে সেই ভাৱটো ফুটি উঠিছিল। লৰাৰ নিচিনা সৰলতা তেখেতৰ চৰিত্ৰৰ এটা বিশেষ গুণ আছিল। কিন্তু বজ্ৰ-কঠোৰ হাতেৰে শাসন কৰিবলৈ আৱশ্যক অনুসৰি তেখেতে পিছ নুহুহকিছিল। এতিয়াও শ্মশানত জিয়া জুই জলি আছে, তাতেই তেখেতৰ পাৰ্থিব দেহ ভস্মীভূত হৈ যাব। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাতা, অসমৰ শিক্ষা বিষয়ে স্বাৱলম্বী কৰি গঢ়োতা বৰদলৈদেৱ আৰু আমাৰ মাজত নাই। সকলো জটিল বিষয়তে পৰামৰ্শ দান কৰি সেইবিলাকৰ সমাধানত সহায়তা কৰিবলৈ আমাৰ প্ৰিয় নেতা বৰদলৈ আৰু নাই। অসমৰ পৰ্বত-ভৈয়াম জনজাতি নানা দল-উপদল আৰু ভাষা-ভাষী আদি সকলোৰে মাজত সমন্বয় স্থাপন কৰি আমাৰ ৰাষ্ট্ৰীয় ক্ষমতা পৰিচালনাৰ গুৰু দায়িত্ব বহন কৰিবলৈ আজি আৰু তেখেত আমাৰ লগত নাই।

সমস্যা বহুল অসমৰ সমাধান কৰিব লগীয়া সমস্যা আজিও বহুত আছে। এই সন্ধিক্ষণত বৰদলৈদেৱৰ নেতৃত্ব আমাৰ একান্ত আৱশ্যক আছিল কিন্তু নিদাৰুণ বিধাতাই আচম্বিতে তেখেতক আমাৰ মাজৰ পৰা আঁতৰাই নিলে। তেখেতৰ লগত ঘনিষ্ট ভাৱে সম্বন্ধ ৰক্ষাৰ সৌভাগ্য যি সকলৰ হৈছিল সেই সকলৰ মনত আজিও নিশ্চয় মনত আছে বৃটিছ কেবিনেট মিছনৰ সময়ত অসমক বঙ্গদেশৰ লগত সমষ্টিভুক্ত কৰাৰ বিৰুদ্ধে সমগ্ৰ ভাৰতৰ নেতৃবৃন্দৰ মতৰ বিৰুদ্ধে কেনেকৈ তেখেতৰ সাহসেৰে যুঁজ কৰি কৃতকাৰ্য্যতা লাভ কৰিছিল। বৰদলৈদেৱৰ নেতৃত্ব সেই সময়ত নোহোৱা হলে অসমৰ ভৱিষ্যত কি হলহেঁতেন সেইটো সকলোৱে অনুমান কৰিব পাৰে।

মহাত্মা গান্ধীৰ তেখেত এজন একনিষ্ঠ অনুগামী আছিল। মহাত্মা গান্ধীয়েও তেখেতক পুত্ৰৰ দৰে ব্যৱহাৰ কৰিছিল। মোৰ ভাগ্যত বৰদলৈদেৱৰ দূত হিচাপে মহাত্মা গান্ধীৰ লগত অসমৰ বহু জটিল সমস্যাৰ বিষয়ে আলোচনা কৰাৰ সৌভাগ্য হৈছিল। সকলো সময়তে মহাত্মাজীয়ে এই আষাৰ কথাকে কৈছিল—"বৰদলৈ নেতা আৰু তেখেতে নেতাৰ দৰে কাম কৰিব।" মহাত্মাজীৰ এই কথাষাৰৰ সত্যতা আজি তেখেতৰ তিৰোধানৰ পিছতহে অসমীয়া ৰাইজে হৃদয়ঙ্গম কৰিব পাৰিব। জীৱিত থকা কালত ৰাজনৈতিক মতভেদৰ কাৰণে বহুতেই হয়তো তেখেতৰ মোল বুজিব নোৱাৰিছিল কিন্তু আজি তিৰো-ধানৰ পাচত অসম মাতৃৰ বুকু উদং হৈ গল—আৰু সকলোৱে উপলব্ধি কৰিব পাৰিছোঁ—তেখেতৰ নেতৃত্ব আৰু ব্যক্তিত্ব অসমীয়া জাতিৰ পক্ষে এই সময়ত কেনে অপৰিহাৰ্য্য আছিল।

আজি এই সময়ত বৰদলৈৰ বিষয়ে লিখিবলৈ ভাষা বিচাৰি পোৱা টান। আমাৰ যি সকলৰ তেখেতৰ নেতৃত্বত কাম কৰাৰ সৌভাগ্য—সুযোগ হৈছিল আমি আটাইবিলাকে মাউৰা হেন অনুভৱ কৰিছোঁ। তেখেতৰ লগত আমাৰ সম্বন্ধ পিতা পুত্ৰতকৈ অধিক আছিল। ঘৰুৱা কথা, ৰাজহুৱা কথা, ৰাজনৈতিক যি কোনো বিষয়তে পৰামৰ্শ বিচাৰি গলে তেখেতে পুত্ৰৰ দৰে সেই পৰামৰ্শৰ পৰা আমাক বঞ্চিত কৰা নাছিল। আজি অসমীয়া জাতিৰ অন্তৰত হাঁহাকাৰৰ ধ্বনি উঠিছে প্ৰিয় নেতাৰ অবিহনত; কিন্তু তাতোকৈ বেচি খলকনি উঠিছে আমাৰ যি সকলে তেখেতৰ ছাঁয়াত আশ্ৰয় বিচাৰি জিৰণি লৈছিলোঁ। তেখেতৰ জীৱনী লিখক সকলে তেখেতৰ ব্যক্তিত্ব আৰু নেতৃত্বৰ বিষয়ে আলোচনা কৰিব। সেই বিষয়ে আলোচনা কৰাৰ আজি সময় নহয়। আমি পৰমেশ্বৰক সানুনয়ে প্ৰাৰ্থনা জনাইছোঁ জীৱিত অৱস্থাত বিচাৰি নোপোৱা জনক মৃত্যুৰ সিপাৰেও অসীম অনন্তত যেন তেখেতে বিচাৰি পায়। শোকাকুল পৰিয়ালক সান্ত্বনা দিবৰ ভাষা নাই। দেশবাসীৰ সকলোৱে যেতিয়া সন্তপ্ত পৰিয়াল বৰ্গৰ সৈতে শোকৰ অংশ গ্ৰহণ কৰিছে তেতিয়া নিশ্চয় সেই শোকৰ বোজা তেওঁলোকৰ বহুত পাতল হব।"

শ্ৰীহলধৰ ভূঞা—(অসমৰ কংগ্ৰেছ সংসদীদলৰ সম্পাদক)

অসম কংগ্ৰেছ সংসদীদলৰ সম্পাদক শ্ৰীভূঞাই অসমৰ মুখ্যমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈৰ মৃত্যুত বিবৃতি যোগে কৈছে—"শ্ৰীযুত গোপীনাথ বৰদলৈৰ অকাল মৃত্যুত বিনামেঘে বজ্ৰপাত হোৱাৰ দৰে হৈছে। এই হৃদয় বিদাৰক বাতৰিয়ে দল নিৰ্বিশেষে

সকলো জনসাধাৰণেকে বেজাৰ দিছে। এই ক্ষতি অপূৰণীয় আৰু তেওঁৰ খালি ঠাই কেতিয়াও পূৰ নহব। স্বৰ্গীয় বৰদলৈ ৰাজ্যৰ ধৰণী আছিল। পৰ্বত আৰু ভৈয়ামৰ সকলো লোকৰ বিশ্বাস ভাজন একমাত্র তেওঁহে আছিল। তেওঁ আছিল কেন্দ্র আৰু ৰাজ্যৰ যোগসূত্র। তেওঁৰ অকপট আৰু অক্লান্ত প্রচেষ্টাৰ মাজেদিয়েই নৱজাত শ্রীমন্ত শঙ্কৰ মিছনে পোহৰ দিছিল। তেওঁ এই অনুষ্ঠান এখনি জাতীয় অনুষ্ঠান হিচাপে গঢ়ি তুলিবলৈ বিচাৰিছিল। দৰিদ্র আৰু অজ্ঞানতাত কষ্টভোগা পৰ্বতীয়া লোক সাধাৰণৰ সৈতে আমি বন্ধুত্ব কৰিব পাৰিম বুলি তেওঁ সঁচাকৈয়ে বিশ্বাস কৰিছিল। একমাত্র মানৱ সেৱাৰ মাজেদিয়েই অসমৰ একতাৰ কাৰণে তেওঁ কৰা প্রচেষ্টাৰ কথা আমি সুঁৱৰিব পাৰিম। তেওঁ আমাৰ সকলোকে ভাল পাইছিল আৰু আমিও তেওঁক অত্যন্ত ভাল পাইছিলোঁ। তেওঁৰ স্বৰ্গগত আত্মাই শান্তি লভক শোক সন্তপ্ত পৰিয়ালৰ্লৈ মোৰ সমবেদনা জ্ঞাপন কৰিছোঁ।

ছ'চিয়েলিষ্ট নেতা শ্রীহৰেশ্বৰ গোস্বামী :

অসমৰ ছ'চিয়েলিষ্ট নেতা শ্রীহৰেশ্বৰ গোস্বামীয়ে বিবৃতি প্রসঙ্গত কয়—"শ্রীগোপীনাথ বৰদলৈৰ মৃত্যুত অসমে এজন মহান দেশপ্রেমিক আৰু আগশাৰীৰ ৰাজনৈতিক হেৰুৱালে। তেওঁৰ মৃত্যুৰ বাতৰি আশ্চৰ্য্যজনক নহয়। কিন্তু সৰ্বগ্রাসী মৃত্যুৰ বিৰুদ্ধে ইমান দিন যুঁজি জীয়াই থকাটোহে অলৌকিক ঘটনা। তেওঁ প্রতিদিনে মৰণৰ বিৰুদ্ধে আকোৰগোঁজকৈ যুঁজিছিল যাতে তেওঁ বিশৃঙ্খভাৱে অসম আৰু ভাৰতৰ সেৱা কৰিব পাৰে। ভাৰতীয় ৰাষ্ট্রীয়তাৰ সৈতে অসমৰ আকাঙ্ক্ষাৰ একতাকে তেওঁ প্রশংসনীয় ভাৱে প্রকাশ কৰিছিল। কেতিয়াবা তেওঁ অসমৰ হৈ অকলশৰে যুঁজিছিল, যেনে কেবিনেট মিছন অহাৰ সময়ত। কিন্তু তেওঁ অত্যন্ত সাহসিকতাৰে যুঁজিছিল। অতি উপযুক্ত ভাৱেই তেওঁ ভাৰতৰ পূব সীমান্তত প্রহৰী পদত অধিষ্ঠিত হৈছিল। আৰু তেওঁৰ কৰ্ত্তব্য পালনত যৎপৰোনাস্তি চেষ্টা কৰিছিল। জন-জাতি সমস্যাটো তেওঁ যি ধৰণৰে হাতত লৈছিল তাক অকল চৰ্দ্দাৰজীৰ দেশীয় ৰাজ্য সমস্যা সমাধানৰ লগতহে তুলনা কৰিব পাৰি। কিন্তু মৰণ চপাই অনা কঠোৰ পৰিশ্রমে তেওঁক তাৰ লাভালাভ চাই যাবলৈ নিদিলে। দীৰ্ঘজীৱী হ'ব লগীয়া মানুহক মৰণে প্রায়েই লৈ যায় আৰু যাৰ জীৱনৰ পৰা একো নহয় সেই সকলোকহে এৰি থৈ যায়। বৰদলৈৰ মৃত্যুত অসম দুখীয়া হ'ল। তেওঁৰ মৃত্যুত অসমে অকল শোক কৰিলেই নহ'ব। বৰং জীৱনৰ বিনিময়তো দেশৰ সেৱা কৰাৰ মহৎ পটন্তৰৰ দ্বাৰা অনুপ্রাণিত হ'ব লাগিব।"

## শ্রীযুত সিদ্ধিনাথ শৰ্মা :

মুখ্যমন্ত্রী বৰদলৈৰ মৃত্যুত শোক প্রকাশ কৰি অসম কংগ্রেছ কমিটীৰ সাধাৰণ সম্পাদক শ্রীসিদ্ধিনাথ শৰ্মাই কয়—"বৰদলৈৰ ৰচনাত্মক প্রতিভাই অসমক যোৱা ১৫ বছৰে গঢ় দিলে। তেওঁৰ ত্যাগ, সহিষ্ণুতা, ন্যায় পৰায়ণতা আৰু প্রেমে সকলোকে অনুপ্রাণিত কৰি থাকিব। তেওঁৰ অবিহনে শূণ্য হোৱা ঠাই পূবোৱাটো অসম্ভৱ বুলি মই জানো। তথাপি দেশৰ সকলো শ্রেণীৰ বাইজে আৰু বিশেষকৈ কংগ্রেছ কৰ্মীসকলক এই সন্ধিক্ষণত সম্মিলিত ভাৱে কাম কৰি যিমানদূৰ সম্ভৱ সেই শূণ্য ঠাই পূৰ কৰিবৰ কাৰণে প্রয়াস কৰিবলৈ

গোহাৰি জনাওঁ। সন্মানিত নেতাৰ পথ অনুসৰণ কৰি চলিলে আমি পৰাজয় নহম বুলি মোৰ বিশ্বাস।"

## অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি দেবেশ্বৰ শৰ্মা :

অসমৰ মুখ্যমন্ত্ৰী বৰদলৈৰ আকস্মিক মৃত্যুত শোক প্ৰকাশ কৰি অসম কংগ্ৰেছ সভাপতি শ্ৰীদেবেশ্বৰ শৰ্মাই বিবৃতি যোগাইছে—"আমাৰ প্ৰিয়নেতা বৰদলৈদেৱৰ আকস্মিক আৰু অপ্ৰত্যাশিত মৃত্যুত আমি ওখ খাপৰ এজন সেৱক হেৰুৱালোঁ। বৰদলৈ এজন সবল প্ৰকৃতিৰ ধীৰ স্বভাৱৰ লোক আছিল আৰু তেওঁৰ প্ৰতিভা বহুমুখী আছিল। সৰ্বতোপৰি দৰিদ্ৰ আৰু নিষ্পেষিত জনৰ প্ৰতি কৰুণা ভৰা তেওঁৰ কোমল আৰু দয়ালু অন্তৰ আছিল। এওঁ একেলগে এজন ক্ৰিকেট খেলুৱৈ, সঙ্গীতজ্ঞ আৰু ৰাজনীতিবিদ্ আছিল। স্বাধীনতা ৰণৰ বৰদলৈ আগশাৰীৰ যোদ্ধা আছিল আৰু স্বাধীনতা লাভৰ পাচত তেওঁ তাক ৰক্ষাৰ কাৰণে মৃত্যুৰ দিনলৈকে অহোপুৰুষাৰ্থ কৰিছিল। তেওঁৰ বেয়া স্বাস্থ্য ১৯৩৯-৪০ চনৰ আৰু ৪২ চনৰ এই দুবাৰৰ কাৰাবৰণে আৰু বেয়া কৰি তুলিলে। কিন্তু তেওঁৰ ভাগি যোৱা স্বাস্থ্যলৈ আওকাণ কৰি বৰদলৈয়ে দেশৰ কামত নিজৰ জীৱন বিলাই দিলে।

পৰ্বত আৰু ভৈয়াম উভয়ৰে বাসিন্দাৰে সমস্যাভৰা অসম ৰাজ্যৰ গুৰি, যোৱা কেইবা বছৰো বৰদলৈয়ে অৰ্থনৈতিক দুৰৱস্থাৰ মাজতো বিচক্ষণতাৰে ধৰিব পাৰিছিল। আমাৰ সন্মুখত থকা কঠিন দিশ বিলাকত আমাক পৰিচালনা কৰিবলৈ তেওঁ আৰু আমাৰ মাজত নাই। মই আশাকৰোঁ আৰু প্ৰাৰ্থনা জনাওঁ যেন বাইজৰ সন্মিলিত ঐকান্তিক চেষ্টাত তেওঁ আধা কৰি যোৱা কাম সম্পূৰ্ণ হৈ উঠে।"

অসম বিধান সভাৰ অধ্যক্ষ শ্ৰীলক্ষেশ্বৰ বৰুৱাই ৺বৰদলৈৰ বিয়োগত মৰ্ম্মান্তিক শোক প্ৰকাশ কৰি কৈছে যে সন্তপ্ত পৰিযালৰ লগতে সমগ্ৰ দেশখনো শোকাভিভূত।

উৰিষ্যাৰ ৰাজ্যপাল মিঃ আছফ আলিয়ে অসমৰ ৰাজ্যপাললৈ তাঁৰ কৰিছিল :

শ্ৰীযুত গোপীনাথ বৰদলৈ স্বৰ্গী হোৱা শুনি মই অত্যন্ত আঘাত পাইছোঁ। তেওঁৰ অকাল মৃত্যুত অকল অসমৰেই নহয় গোটেই দেশখনৰ কাৰণেই এটা গুৰুতৰ ক্ষতি হল। শোক সন্তপ্ত পৰিয়াললৈ মোৰ সমবেদনা জ্ঞাপন কৰিছোঁ। মোৰ নিজৰ হৈ আৰু মোৰ চৰকাৰৰ হৈ মোৰ সমবেদনা অসমৰ জনসাধাৰণলৈ জনাইছোঁ। তেওঁলোকৰ লগত আমিও দুঃখীত।

উৰিষ্যাৰ মুখ্যমন্ত্ৰী শ্ৰীনৱকৃষ্ণ চৌধুৰী :

শ্ৰীযুত বৰদলৈৰ মৃত্যুৰ বাতৰিয়ে মোক এটা ডাঙৰ আঘাত দিলে। তেওঁক অলপতে কলিকতাত লগ পোৱাৰ মোৰ সৌভাগ্য ঘটিছিল। বিখ্যাত ৰাষ্ট্ৰীয় নেতাসকল ভিতৰত তেৰোঁ এজন আছিল। উৰিষ্যাৰ জনসাধাৰণৰ হৈ শোকসন্তপ্ত পৰিয়াললৈ মই আন্তৰিক সমবেদনা জ্ঞাপন কৰিলো।

## ডাঃ বিধান ৰায় :

পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী ডাঃ বিধান ৰায় :—

শ্ৰীবৰদলৈৰ মৃত্যু দেশবাসীৰ কাৰণে অপ্ৰত্যাশিত আশ্চৰ্য্যজনক সংবাদ। অসমৰ

কংগ্ৰেছ অনুষ্ঠান আৰু ৰাজ্য চৰকাৰৰ মুখীয়াল হিচাপে বহুত বছৰৰ পৰাই তেওঁৰ লগত মোৰ পৰিচয় আছিল। তেওঁৰ বিনয়ী আচৰণ আৰু অমায়িক ব্যৱহাৰে আনকি তেওঁৰ মতৰ বিৰুদ্ধে যোৱাসকল আৰু উগ্ৰ সমালোচক সকলকো জয় কৰিব পৰিছিল। বহু বছৰ ধৰি তেওঁ ৰাজ্যৰ প্ৰশাসনৰ গধুৰ বোজাৰ ভাৰ বৈ আহিছিল। জটিল পৰিস্থিতি আৰু আউল লগা অৱস্থাৰ মাজৰ পৰা তেওঁৰ ধীৰ বিচাৰ বুদ্ধি ৰাজ্যৰ প্ৰশাসনৰ কাৰণে সদায় সম্পদ স্বৰূপ আছিল। অসমৰ লগতে ভাৰতেও এজন মহৎ আৰু সজ পুৰুষ হেৰুৱালে। মই যিমানদূৰ বুজোঁ তেওঁৰ ঠাই পূৰাবলৈ আন এজন মানুহ বিচাৰি পোৱা টান হ'ব। মই তেখেতৰ শোকাৰ্ত্ত পৰিয়াল আৰু বন্ধুবৰ্গলৈ সমবেদনা জনাইছোঁ।

বোম্বাই প্ৰদেশৰ মুখ্যমন্ত্ৰী শ্ৰীযুত বি-জি-খেৰ :

মই প্ৰথমতে স্বৰ্গীয় চি-আৰ দাসৰ জৰীয়তে শ্ৰীযুত বৰদলৈৰ লগত চিনাকি হওঁ। তেওঁৰ মৃত্যু কেৱল অসম আৰু ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ কাৰণেই নহয়, পৰন্তু সমগ্ৰ দেশৰ কাৰণেই এটা ডাঙৰ ক্ষতি। তেওঁ অতিশয় জনপ্ৰিয় আছিল আৰু তেওঁৰ অমায়িক ব্যৱহাৰে তেওঁৰ সম্পৰ্কলৈ অহা সকলোকে মোহিত কৰিছিল।

শ্ৰীশ্ৰীপ্ৰকাশ :

ভাৰত চৰকাৰৰ বাণিজ্য সচিব আৰু অসমৰ ভূতপূৰ্ব ৰাজ্যপাল শ্ৰীযুত শ্ৰীপ্ৰকাশে অসমৰ বিত্তমন্ত্ৰী শ্ৰীযুত বিষ্ণুৰাম মেধিলৈ পঠোৱা এটি শোকবাণীত কৈছে :—শ্ৰীযুত বৰদলৈৰ পৰলোক প্ৰাপ্তিত গভীৰ আঘাত পালোঁ। মই আপোনালৈ, আপোনালোকৰ চৰকাৰলৈ আৰু অসমৰ জনসাধাৰণলৈ আন্তৰিক সমবেদনা জনাইছোঁ। এই ক্ষতিক মই মোৰ নিজৰ বুলি বিবেচনা কৰিছোঁ।

পণ্ডিত গোবিন্দ বল্লভ পন্ত :

উত্তৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী শ্ৰীযুত গোবিন্দ বল্লভ পন্তে অসমৰ ৰাজ্যপাললৈ তাঁৰ কৰিছে :—

শ্ৰীযুত বৰদলৈৰ অকাল মৃত্যুৰ কথা শুনি বৰ আঘাত পালোঁ। তেওঁৰ মৃত্যুয়ে দেশৰ বিশেষকৈ অসমৰ অপূৰণীয় ক্ষতি কৰিলে। তেওঁ আছিল স্বাধীনতা যুজৰ যগুৰা সকলৰ এজন শীৰ্ষস্থানীয় সৰ্ব্বজন প্ৰশংসিত নতুন অসমৰ কাৰিকৰ, লোকসাধাৰণৰ প্ৰিয় এজন ভদ্ৰলোক আৰু এজন প্ৰকৃত বন্ধু।

মিকিৰ পাহাৰ প্ৰজাসংঘৰ তাঁৰ :

মিকিৰ প্ৰজাই, পাহাৰী পিছপৰা সকলৰ মহান বন্ধুজন হেৰুৱাই অপ্ৰত্যাশিত আঘাত পালে।

কেন্দ্ৰীয় খাদ্যমন্ত্ৰী শ্ৰীকে-এম মুন্সীয়ে প্ৰান্তৰ দিনা পঠোৱা তাঁৰ :

তেখেতৰ মৃত্যু অসম আৰু গোটেই দেশৰ এটা ক্ষতি।

অসম গৱৰ্ণৰে উত্তৰ-পূব সীমান্ত জিলা ভ্ৰমণৰ পৰা পঠোৱা তাঁৰ :

আমাৰ ওপৰত পৰা ভয়ানক আঘাতৰ বাতৰি এই মাত্ৰ পাই অন্তৰ কঁপি উঠিল। মোৰ যাত্ৰাৰ আগতে সিদিনা মাত্ৰ আমি আটাইবিলাকেই গৱৰ্ণৰ হাউচত একে লগে আছিলোঁ।

হঠাতে আপোনাক এনে এটি অপ্ৰত্যাশিত বিপদে বেৰি ধৰিব বুলি কোনে জানিছিল। আমি সোনকালে ঘূৰি গৈ আপোনাক লগ পাবৰ চেষ্টা কৰিম।

শ্ৰীবসন্তকুমাৰ দাস—ভূতপূৰ্ব্ব অসম এছেম্বলিৰ অধ্যক্ষ :

আমি এগৰাকী মহান নেতা হেৰুৱালোঁ।

সৰ্ব্বভাৰতীয় গোৰ্খা লীগ, দাৰ্জিলিং :

মৰমৰ বৰদলৈজীৰ আকস্মিক প্ৰয়াণত দাৰ্জিলিঙৰ চাৰিলাখ গোৰ্খা আপোনাৰ শোকত শোকান্বিত।

শ্ৰীমঙ্গল দাস, গৱৰ্ণৰ মধ্য প্ৰদেশ :

বুৰঞ্জীৰ সন্ধিক্ষণত অসমে এগৰাকী অভিজ্ঞ শাসক হেৰুৱালে।

শ্ৰীঈশ্বৰদাস জালান, অধ্যক্ষ পশ্চিম বঙ্গ ব্যৱস্থা পৰিষদ :

দেশে এগৰাকী মহান দেশহিতৈষী আৰু শাসক হেৰুৱালে।

শ্ৰীজগৎনাৰায়ণ লাল, এম-এল-এ বিহাৰ :

তেখেতৰ মৃত্যুত জাতিয়ে হেৰুৱালে এজন স্বদেশ হিতৈষী শাসক আৰু অসমে হেৰুৱালে এগৰাকী বিশ্বাসী নেতা।

"বৰদলৈ নগাসকলৰ বন্ধু আছিল। তেখেতৰ বন্ধুত্ব নগাসকলে বৰ মৰমেৰে গ্ৰহণ কৰিছিল। তেখেতৰ অবিহনে নগাসকল দুখীয়া হ'ল। —এ-জেড ফিজু, কহিমা; নগা কাউন্সিল।

মণিপুৰ ষ্টেট কংগ্ৰেছৰ এটা প্ৰস্তাৱত কোৱা হৈছে :

প্ৰধান মন্ত্ৰী বৰদলৈৰ আকস্মিক মৃত্যুত ভাৰত বিশেষকৈ অসমৰ প্ৰতি এটি অপূৰণীয় ক্ষতি।

সদৌ অসম বৌদ্ধ সংঘ :— তেখেতৰ মৃত্যু দেশৰ জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলোৰে প্ৰতি অপূৰণীয় ক্ষতি।

শ্ৰীযুত বিষ্ণুৰাম মেধিয়ে শ্ৰীপট্টাভি সীতাৰামায়াই তাঁৰ কৰিছিল :

"যদি আপুনি অনুগ্ৰহ কৰি আপোনাৰ মৃত প্ৰধান মন্ত্ৰীৰ পৰিয়ালক মোৰ গভীৰ শোক, সমবেদনা জ্ঞাপন কৰে তেন্তে বাধিত হ'ম। তেখেতৰ মৃত্যুত ভাৰতে এগৰাকী ডাঙৰ বাইজৰ সেৱক হেৰুৱালে।

পঞ্জাবৰ পৰা—"বৰদলৈৰ আকস্মিক মৃত্যুত অসম আৰু ভাৰতৰ অপূৰণীয় ক্ষতি হ'ল।"

লোকপ্ৰিয় বৰদলৈৰ মৃত্যুত কাকাচাহেব কালেলকাৰে গৱৰ্ণৰ শ্ৰীজয়ৰামদাস দৌলতৰামলৈ দিয়া চিঠিত লিখিছিল :

মই কালি মোৰ তিনি মহীয়া ভ্ৰমণৰ অন্তত পূৰ্ব্ব আফ্ৰিকাৰ পৰা আহিছোঁ আৰু আজি এতিয়াহে আহি পালোঁ। আৰু বৰদলৈদেৱৰ মৃত্যুৰ বাতৰি শুনিলোঁ। মোৰ ব্যক্তিগত অনুভূতিৰ

ভিতৰত পোৱা শ্ৰীগোপীনাথ বৰদলৈৰ মৃত্যুত মই যি আঘাত পাইছোঁ আপুনি নিশ্চয় অনুমান কৰিব পাৰিছে।

নিঃসন্দেহে কব পাৰি যে বৰদলৈ ভাৰতৰ এগৰাকী মহান সন্তান আছিল। তেখেতে তেখেতৰ ব্যক্তিগত আৰু ৰাজহুৱা জীৱনত সদায় সন্মুখত এটি উচ্চাদৰ্শ লৈ ফুৰিছিল। আজি বাৰ বছৰ তেখেতৰ সংস্পৰ্শত থাকি তেখেতক এদিনলৈকো কোনো কাৰণতে তেখেতৰ সেই মহৎ উদ্দেশ্যৰ পৰা খহি পৰা নেদেখিছিলোঁ। মই কেইবাবাৰো বৰদলৈৰ সম্পৰ্কে বাপুৰ লগত কথা বতৰা হৰলৈ সুযোগ পাইছিলোঁ আৰু বৰদলৈৰ চৰিত্ৰ আৰু ৰাজহুৱা ব্যক্তিত্বৰ ওপৰত তেখেতৰ গভীৰ বিশ্বাসৰ বিষয়ে জানিব পাৰিছিলোঁ। অনুগ্ৰহ কৰি মোৰ অন্তৰৰ শোক সংজ্ঞাপক সমবেদনা তেখেতৰ পৰিবাৰ আৰু সন্তান বিশেষকৈ লিলি আৰু ৰবীন্দ্ৰক জনাব। বাপুৱে গোপীনাথজীক কিছুদিনৰ কাৰণে ৰাজহুৱা কাম বাদ দি স্বাস্থ্যৰ উন্নতি সাধন কৰিবলৈ বহুবাৰ উপদেশ দিছিল। বাপুৱে মোৰ দ্বাৰা তেখেতক কোৱাইছিল: "আপোনাৰ স্বাস্থ্য জাতীয় সম্পত্তি, আপুনি তাৰ প্ৰতি আওহেলা কৰা উচিত নহয়।" কিন্তু অসমৰ ৰাজহুৱা জীৱনে তেখেতক এবা দিব নোৱাৰিলে। হিন্দু-মুছলমান সাম্প্ৰদায়িকতা আৰু অসমীয়া-বঙালীৰ মনোমালিন্যৰ কঠোৰ দিন বিলাকত মই তেখেতক ন্যায় আৰু নিৰপেক্ষ পাতিত্য বাবেই ভাল বোলা নাছিলোঁ, তেখেতৰ জাতীয় সংগঠনৰ চেষ্টাৰ বাবেহে ভাল বুলিছিলোঁ। গুৱাহাটী বিশ্ববিদ্যালয় তেখেতৰ এটি অন্তৰঙ্গ বিষয় আছিল। তেখেতে সাজে সময়ে প্ৰধান মন্ত্ৰীৰ গাদী ইস্তফা দি একাণপতীয়াকৈ বিশ্ববিদ্যালয়ৰ কামত লাগিম বুলি চিন্তা কৰিছিল। তেখেতৰ মৃত্যু অকল অসমৰ কাৰণেই নহয়, ভাৰতৰ কাৰণেও এটি মহৎ ক্ষতি। তেখেত বাপুৰ আধ্যাত্মিকতা সম্পৰ্কে শিক্ষা পোৱা মহান ব্যক্তি সকলৰ ভিতৰত এজন আছিল।

বিহাৰৰ গৱৰ্ণৰ এম-এচ, এনিয়ে অসমৰ গৱৰ্ণৰ শ্ৰীজয়ৰামদাস দৌলতৰামলৈ দিয়া চিঠি:

তেখেতৰ মৃত্যুত দেশে এজন স্বাধীনতাৰ যুদ্ধত সক্ৰিয় অংশ গ্ৰহণ কৰোঁতা আৰু ৰাজ-নীতিজ্ঞ পুৰুষ হেৰুৱালে। সকলো দেশৰে বিশ্বাসভাজন সু-অভিজ্ঞ শাসক চতুৰ আৰু অসমে মৰমৰ নেতাজন হেৰুৱালে। তেখেতৰ পৰিয়াল আৰু মন্ত্ৰীসভাৰ সহকৰ্মীসকলক মোৰ শোক সংজ্ঞাপক সমবেদনা জনাব। গোটেই জাতিয়ে তেখেত সকলৰ শোকৰ অংশ গ্ৰহণ কৰিছে।

ভাৰতৰ স্বাস্থ্যমন্ত্ৰী অমৃত কউৰে শ্ৰীমতী বৰদলৈলৈ লিখা শোক সংজ্ঞাপক সহানুভূতি-পূৰ্ণ চিঠি :-

শ্ৰীবৰদলৈৰ সংস্পৰ্শত বহুতো বছৰ থাকি তেখেতৰ সাধুতা আৰু সৰলতাৰ প্ৰতি মোৰ সদায় এটি উচ্চ ধাৰণা আছিল। তেখেতৰ মৃত্যু অকল আপোনাৰে বা পৰিয়ালৰে নহয়, ই গোটেই ভাৰতৰ আৰু তেখেতে একনিষ্ঠভাৱে সুদীৰ্ঘকাল সেৱা কৰি অহা কংগ্ৰেছৰো এটি অপূৰণীয় ক্ষতি।

শ্ৰীএচ-ভহ মন্ত্ৰী (ত্ৰিপুৰা):

অসমত তেখেতৰ নিচিনা মানুহ আন এজন বিচাৰি পোৱা টান।

মোহনলাল চাক্সেনা—

মি: বৰদলৈ জাতিৰ স্বাধীনতা ৰণত কষ্ট বৰণ কৰা এজন জনাজাত কংগ্ৰেছ নেতা। তেখেতৰ মৃত্যুত অসমে হেৰুৱালে এজন অদ্বিতীয় নেতা, ভাৰতে হেৰুৱালে এজন বীৰ সন্তান।

শ্ৰীবি-এচ কেচবন, লাইব্ৰেৰীয়ান নেশ্যনেল লাইব্ৰেৰী কলিকতা—

শ্ৰীগোপীনাথ বৰদলৈ অভিজ্ঞ ৰাজনীতিজ্ঞ সকলৰ এজন—যি ভাৰতৰ স্বাধীনতাৰ পথ সুগম কৰিছিল।

খাছীয়া জয়ন্তীয়া পাহাড় জিলা উপদেশক কমিটী—

"বৰদলৈ খাছীয়া আৰু অসমৰ অন্যান্য পাহাড়ী ভাই সকলৰ প্ৰকৃত বন্ধু আছিল। সভাই তেখেতৰ আত্মাৰ সদগতিৰ অৰ্থে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায়। তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক। আজিৰ এই সভাই সৰ্ব্বান্ত:কৰণে শোক সন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰে।"

বিদেশী সম্পৰ্কৰক্ষী সমাজ (নতুন দিল্লী):

"অসমৰ জনপ্ৰিয় ৰাজনীতিজ্ঞ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ আকস্মিক মৃত্যুত আজি ইয়াত বিদেশী সম্পৰ্কৰক্ষী সমাজে গভীৰ শোক প্ৰকাশ কৰে। তেখেতৰ মৃত্যুয়ে এটি পূৰাব নোৱাৰা ক্ষতি সাধিলে।

বোম্বোই মিউনিচিপেলিটি—

বোম্বোই মিউনিচিপেলিটি কৰ্পোৰেশ্যনে ১৯৫০ চনৰ ৬ আগষ্টত হঠাতে অসমৰ প্ৰধান-মন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈ নিয়তিৰ কৰাল গ্ৰাসত পৰা বুলি জানি গভীৰ শোক প্ৰকাশ কৰে। তেখেতে স্বাধীনতাৰ যজ্ঞত মহান অংশ গ্ৰহণ কৰিছিল। ইয়াৰ উপৰি বহুতো নানা উপা-য়েৰে দেশৰ সেৱা কৰিছিল। তেখেতৰ মৃত্যুত অকল অসমেই নহয়, গোটেই দেশেই এজন স্বদেশানুৰাগী পুৰুষ আৰু সু-অভিজ্ঞ শাসক হেৰুৱালে।

# বৰদলৈদেৱৰ কৃতিত্ব

লোকপ্ৰিয় বৰদলৈদেৱৰ নেতৃত্বই অসমক কি বিশেষ দান দিলে সেই সম্বন্ধে বিশেষ ভাবে আলোচনা কৰি চোৱা অপ্ৰাসঙ্গিক নহব। তেখেতৰ জীৱন কথা আলচ কৰিলে প্ৰথমেই চকুত পৰিব আমাৰ দেশক শিক্ষা বিষয়ত পূৰ্ণাঙ্গ কৰি তোলা। ইয়াৰ বাবেই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন পোনতে চকুত পৰে। আমাৰ দেশ সিদিনাখনলৈকে সকলো বিষয়ৰ শিক্ষাৰ বাবে আন প্ৰদেশৰ মুখাপেক্ষী হব লগা আছিল। আমাৰ দেশত নাছিল মেডিকেল কলেজ, নাছিল ইঞ্জিনিয়াৰিং কলেজ, ভেটাৰনাৰি কলেজ(পশু-চিকিৎসাৰ কলেজ)কমাৰ্চ কলেজ, এগ্ৰিকালচাৰেল (কৃষি বিষয়ক) কলেজ, এনে কি অলপ দিন আগলৈকে বি-টি পঢ়িবলৈ পৰ্য্যন্ত বিদেশলৈ যাব লগা আছিল। তেতিয়াও আৰ্ল ল'চাহাবে পতা ল'কলেজখনো অস্থায়ী আছিল আৰু প্ৰতি বছৰে তাৰ বাবে স্বকীয়াকৈ টকা মঞ্জুৰ কৰিব লগাত পৰিছিল। এইদৰে সৰ্ব্ব বিষয়ত পৰমুখাপেক্ষী হৈ চলি এখন প্ৰদেশ কেতিয়াও উন্নত হব নোৱাৰে। এই আটাইবোৰ শিক্ষালয় নহলে'বিশ্ববিদ্যালয়' স্থাপন নিৰৰ্থক হয়। সেইবাবেই ১৯৪৬ৰ পিছৰ পৰা তেখেতে প্ৰধান মন্ত্ৰী পদৰ কাৰ্য্যৰ লগতে শিক্ষা বিষয়টোও নিজ হাতত ৰাখিছিল। অৰ্থাভাবটো আছেই আমাৰ দেশত, তদুপৰি সকলো কাৰ্য্য পৰিচালনাৰ বাবে যোগ্যতা থকা মানুহৰো অভাৱ। বৰদলৈদেৱে এইবোৰ কোনো অসুবিধালৈকে ভ্ৰূক্ষেপ নকৰি শিক্ষাৰ পূৰ্ণাঙ্গতালৈ মাথোন চালে আৰু আগৰে পৰা নিজ চেষ্টাত বিশ্ববিদ্যালয়ৰ কাৰণে উঠি পৰি লগা যি পৰিকল্পনা তাক ৰূপ দিবলৈ প্ৰথমতেই দিহা কৰিলে।

১৯৪৪ চনত জেইলৰ পৰা ওলায়েই তেখেতে উপলব্ধি কৰিলে যে আমাৰ দেশত বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে বাইজৰ ফালৰ পৰাও আৰ্থিক সহায় পাব লাগিব। অকল গভৰ্ণমেণ্টেই সেই কামৰ কাৰণে টকাৰ যোগান ধৰিব নোৱাৰে। ইয়াকে সাৰোগত কৰি কেনেকৈ তেখেতে গোটেই প্ৰদেশতে ঘূৰি ঘূৰি বিশ্ববিদ্যালয়ৰ কাৰণে টকা তুলি হাবাথুৰি খাই ফুৰিছিল সেই কথা কোনে নাজানে? এইদৰে পৰিশ্ৰম কৰি তেখেতে যি পুঁজি সংগ্ৰহ কৰিলে সেয়েই বিশ্ববিদ্যালয়ৰ লখিমী ভঁৰালটোৰ বলতেই, তাকে পোণতে হাতত লৈ 'গুৱাহাটী বিশ্ববিদ্যালয়' স্থাপিত হব পাৰিছে। তাৰ পিচত অন্যান্য লাগতীয়াল শিক্ষা বিষয় বিলাকৰ বাবে প্ৰয়োজনীয় যাৱতীয় কলেজ, স্কুল আৰু ট্ৰেইনিং কেন্দ্ৰবোৰ ক্ৰমে স্থাপিত হৈ আজি আমি শিক্ষা বিষয়ত কোনো বিষয়ৰ বাবে পৰমুখাপেক্ষী নহলেও চলা হব পাৰিছোঁ।

মহাত্মা গান্ধীৰ উদ্ভাবিত শিক্ষা বিষয়ক যি নতুন পদ্ধতিৰ ব্যৱস্থা তাত বৰদলৈদেৱৰ সম্পূৰ্ণ বিশ্বাস থকা বাবে স্বাধীন ৰাষ্ট্ৰৰ পিচত প্ৰাদেশিক প্ৰধান মন্ত্ৰী হৈয়ে সেই শিক্ষা প্ৰৱৰ্ত্তনৰ দিহা কৰি পোনতে শিক্ষকসকলক ট্ৰেইনিং দি অনাই তিনি ঠাইত তিনটা বাই কেন্দ্ৰ পাতি "বুনিয়াদী শিক্ষা প্ৰণালী" প্ৰৱৰ্ত্তন কৰাৰ কথা আমাৰ দেশত কোনে নাজানে? ইয়াৰ লগে লগে বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন আৰু প্ৰাইমাৰী শিক্ষাৰ বাবে স্বকীয়া ব্যৱস্থাৰ স্কুল বোৰ্ড প্ৰভৃতি জিলা মহকুমাত পাতি তাৰ প্ৰসাৰৰ যি বিধান কৰিলে সিও কম মঙ্গলপ্ৰদ নহয়। আচলতে দেখা যায় তেখেতৰ নেতৃত্বত প্ৰধান দান—"শিক্ষা বিষয়ক পূৰ্ণাঙ্গতাৰ" কাৰণে কৰা বিধান ৰূপ প্ৰধান কীৰ্ত্তিতত।

ভাৰতক কিমান খিনিলৈকে হাতৰ মুঠিত ৰাখি স্বাধীনতা দি ভাৰত এৰি যাব পাৰি এনে পেট বুধি লৈ বিলাতৰ মন্ত্ৰী মিছন আহিল আৰু মুছলিম লীগক সন্তুষ্ট কৰাৰ কাৰণে প্ৰদেশবোৰক তিনি ভাগত ভগাই জোটাশালি মাৰি শাসন পদ্ধতি চলাবৰ বিধান কৰাৰ প্ৰস্তাৱ কৰিলে। পাকিস্থানৰ দাবিৰে বিকল্প এই প্ৰস্তাৱ। এই প্ৰস্তাৱৰ দ্বাৰা আন প্ৰদেশতকৈ অসমৰ অৱস্থা একেবাৰেই সৰ্বনশীয়া হৈ পৰে ; কাৰণ "গ" শ্ৰেণীভুক্ত বঙ্গদেশৰ লগত অসমক যুক্ত কৰা হৈছে। তাৰ দ্বাৰা অসমৰ কোনো বিষয়তে কেতিয়াও কোনো কথা ভোটৰ বলত বিচাৰৰ ক্ষমতা নাথাকে। ইয়াত গোটেই অসম তথা প্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে তীব্ৰ প্ৰতিবাদ জনালে। তেতিয়া কাৰ্য্যবশতঃ বৰদলৈদেৱ দিল্লীত আছিল। তেখেতৰ নেতৃত্বৰ তীক্ষ্ণ দৃষ্টিয়ে ইয়াৰ ভীষণ পৰিণাম দেখা পালে। ততালিকে ইয়াৰ প্ৰতিকাৰৰ উপায় চিন্তা কৰি, চেষ্টা কৰাত আনকি তেখেতৰ আহাৰ-নিদ্ৰা নোহোৱাৰ উপক্ৰম। কাৰণ বুজা গ'ল,— ভাৰতৰ আন আন নেতাসকলে এই বিধান প্ৰায় মানি লবলৈকে প্ৰস্তুত। প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ তৰফৰ পৰা শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী আৰু শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীদেৱক প্ৰতিনিধি নিৰ্বাচন কৰি বৰদলৈদেৱৰ সহযোগত ইয়াৰ প্ৰতিবাদ কৰি যেনে তেনে নাকচ কৰিবলৈ দিল্লীলৈ পঠালে। পোনতে বৰদলৈদেৱ মন্ত্ৰী মিছনৰ ওচৰলৈ গল। সিবিলাকে এই কথা লৈ যেন কৰ্ণপাতকে কৰিব নোখোজে। কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ মেম্বৰ সকলে বৰং ওলোটা বুজনি দি তেখেতকো এই বিধান মানি লবলৈ উপদেশ দিলে। বৰদলৈদেৱে এতিয়া এন্ধাৰ দেখি শেষত উপায়ন্তৰ হৈ মহাত্মা গান্ধীৰ আশ্ৰয় বিচাৰিলে। মহাত্মাই উপদেশ দিলে,—"তুমি এখন প্ৰদেশৰ প্ৰধান মন্ত্ৰী। তোমাৰ কোনো বিধানত আপত্তি কৰিবলৈ বা অস্বীকাৰ কৰিবলৈ নিশ্চয় ক্ষমতা আছে। যদি তুমি নিশ্চিত যে এই বিধানে তোমাৰ দেশৰ পক্ষে ক্ষতিকৰ, তুমি অস্বীকাৰ কৰিবা। তুমি অকলশৰীয়া হলেও তোমাক কোনেও কোনো বিধান মানি লবলৈ বাধ্য কৰিব নোৱাৰে।" মহাত্মাজীৰ এই কথাই নিশ্চয় আমাৰ নেতাৰ মনত বল জোগাইছিল। ইয়াৰ পিচত কেনেকৈ শ্ৰীচৌধুৰী আৰু শ্ৰীভাগৱতীদেৱৰে পৰামৰ্শ কৰি সেই "গ্ৰুপিং" বিধান নাকচ কৰাইহে ক্ষান্ত হৈছিল সেই বিষয়ৰ আভাস অন্যত্ৰ মহাত্মাজীৰ লগত তেখেতৰ সম্বন্ধ, অসম ভ্ৰমণ বিষয়ক কথাত নিজ ভাষাতে ব্যক্ত কৰা আছে। গতিকে ইয়াত পুনৰুক্তি কৰা নিষ্প্ৰয়োজন। মুঠতে তেখেতৰ নেতৃত্বই এই জোটাশলীয়া বিধানৰ পৰা অসমক তথা গোটেই ভাৰতকে ৰক্ষা কৰিলে। এই বিধান বলবৎ হব লগা হলে অন্ততঃ অসমৰ স্বকীয়া অস্তিত্ব কেতিয়াও নাথাকিলহেঁতেন। গতিকে বৰদলৈদেৱৰ আপ্ৰাণ চেষ্টাৰ ফলত আৰু মহাত্মাজীৰ সমৰ্থনত দেশ আজি ৰক্ষা পৰিছে। এয়ে তেখেতৰ দ্বিতীয় কীৰ্ত্তিস্তম্ভ।

ত্ৰিশ হাজাৰ বৰ্গমাইল জুৰি আমাৰ প্ৰদেশৰ পাৰ্বত্য অঞ্চল আৰু তাত বহুত জনজাতি বাস কৰে। লোক সংখ্যাও তিনি লাখৰ কম নহয়। এই জনজাতিও বহুত ভাগত বিভক্ত— যেনে ভোট, অকা, দফলা, মিৰি, মিছিমি, আবৰ, চিংফৌ, লুছাই, নগা, খাছিয়া, গাৰো ইত্যাদি। বিদেশী বৃটিছ শাসনৰ দিনত এই অঞ্চল আৰু অঞ্চলবাসী জনজাতিৰ লোকসকলৰ লগত ভৈয়াম অসমৰ নাগৰিকৰ কোনো কথাতে আদান-প্ৰদান আৰু আনকি যাতায়াত পৰ্যন্ত বন্ধ হৈ আছিল। আমি একদেশবাসী ভাই-ককাইৰ দৰে হৈও যেন কাষৰীয়া হৈ আছিলোঁ।

এতিয়া স্বাধীনতা পোৱাৰ লগে লগে তেওঁলোকক আমাৰ আপোন কৰাৰ প্ৰয়োজন পোন প্ৰথমে অনুভৱ কৰে, আমাৰ প্ৰিয় নেতা ৺বৰদলৈদেৱে। তেখেতে প্ৰধানমন্ত্ৰী হিচাপে ইবিলাকৰ প্ৰতি আমাৰ কৰ্তব্য আৰু দায়িত্বৰ বিষয় পোন প্ৰথমে দৃষ্টি আকৰ্ষণ কৰে আৰু গভৰ্ণমেন্টৰ কাৰ্য্যনীতিও ঘোষণা কৰে। তেখেতৰ নেতৃত্বৰ দূৰদৃষ্টিৰ ফলত আজি ইয়াত সমস্যা অলপ থাকিলেও বিশেষ ব্যৱধান নাই বুলি কব পাৰি। তেখেতে প্ৰথমতে পাৰ্বত্য অঞ্চল ভ্ৰমণ কৰিলে আৰু পৰ্বত-ভৈয়ামৰ ভিতৰত মিলা-প্ৰীতি স্থাপনৰ বাবে শ্বিলঙত যি সন্মিলন পাতিলে সি এই যুগৰ বুৰঞ্জীত এটা লেখত লবলগীয়া অধ্যায়। এই বিষয়ত তেখেতৰ অনুৰাগ দেখি ভাৰতীয় সংবিধানত পাৰ্বত্য অঞ্চলৰ আইন প্ৰণয়নত সহায় কৰিবলৈ সেই কমিটীত তেখেতক সভাপতিৰ দৰে দায়িত্বপূৰ্ণ বাব দিয়া হল। তেখেতৰ নিজৰ স্বাস্থ্য পৰ্য্যন্ত আওকাণ কৰিও কৰ্তব্যৰ অনুৰোধত অগম্য ঠাই পৰ্য্যন্ত ভ্ৰমণ কৰি পৰ্বতীয়া জনজাতি সকলৰ মাজত প্ৰচাৰৰ দ্বাৰা যুক্তিপূৰ্ণ কথাৰে সকলোকে তেখেতৰ ফলীয়া কৰিবলৈ কৰা চেষ্টাৰ ফলত আজি সেই অঞ্চলত আইনগত স্বকীয়া বিভাগ দেখিবলৈ পোৱা যায়। মুঠতে তেখেতে আমাৰ দেশৰ প্ৰকৃত বাজহাড় স্বৰূপ এই জনজাতি সকলক নিজৰ ভিতৰুৱা কৰিবলৈ কৰা যাবতীয় চেষ্টা আৰু বিধান তেখেতৰ নেতৃত্বৰ তৃতীয় আৰু বৃহৎ কীৰ্ত্তিস্তম্ভ।

এই বিষয়ত তেখেতৰ কৃতকাৰ্য্যতাৰ কথা আমি হাতে কলমে পাওঁ,—তেখেতৰ বিয়োগ বাতৰি পোৱা মাত্ৰকে পাৰ্বত্য অঞ্চলতো খলক লাগিল। এই খলক প্ৰকৃত শোকৰ শ্ৰদ্ধা নিবেদনৰ, কোনো উত্তেজনাৰ কাৰণে নহয়। অকল তাঁৰ যোগে শোক প্ৰকাশ কৰাই নহয়, সুদূৰ আবৰ মিছিমিৰ পৰা আৰম্ভ কৰি ওচৰৰ খাচীয়া ভাইহঁতলৈকে সকলো ঠাইৰ মুখীয়াল জনজাতি সকলে তেখেতৰ শ্ৰাদ্ধত গুৱাহাটীত উপস্থিত থাকি আৰু স্মৃতি সভাত বক্তৃতা দিও নিজৰ সৰল, নিভাঁজ শোক আৰু শ্ৰদ্ধা প্ৰকাশ কৰিছিল। আমাৰ দেশত ই এটা নতুন অধ্যায়ৰ সূচনা নহয় নে?

বৰদলৈদেৱৰ বহুতো সেৱা কাৰ্য্যৰ ভিতৰতে এই কেইটা কৃতিত্বই বৰদলৈৰ নাম-যশ আমাৰ দেশত খাউতি যুগীয়া হৈ থাকিব। মহাত্মাজীৰ গঠনমূলক কাৰ্য্যসূচী অনুসৰণ তেখেতৰ জীৱনৰ অন্যতম কৃতিত্ব, যাৰ বাবে মৌমান সেৱাশ্ৰম স্থাপিত হৈ আজিও চলি আছে। তেখেতৰ প্ৰাণৰ খাউতি আছিল এনে আশ্ৰমত বাস কৰা আৰু ইয়াৰ যোগেদি দেশৰ সেৱা কৰা। কিন্তু বিধিৰ বিধানত তেখেতৰ আকাংক্ষিত সেৱাকাৰ্য্য আন বাটে গতি ললে। আশাকৰোঁ মঙ্গলময় পৰমেশ্বৰৰ নিৰ্দ্দেশত যি হল সি আমাৰ দেশৰ কল্যাণৰ কাৰণেই হল।

# বৰদলৈ দেৱৰ বিশিষ্টতা

বাহ্যিক জগতত যেনেকৈ বহুতো বিচিত্ৰতাৰ বহু ভেদৰ মাজতো এটি একত্বব্যঞ্জক সৌন্দৰ্য্য-পূৰ্ণ দৃশ্য চকুৰ আগত ফুটি উঠে সেইদৰে ব্যক্ত জীৱনৰো নানান কৰ্ম্মশক্তিৰ ভিতৰত এটি কেন্দ্ৰীভূত ভাবে জীৱনৰ গতিদিয়ে তাক নিয়ন্ত্ৰিত কৰে। এই গতিৰ ভিতৰেদি যি ৰূপ দেখা পোৱা যায় সি "সুন্দৰক" থিয়াই আগবাঢ়ে। বৰদলৈদেৱৰ জীৱনতো যি কেন্দ্ৰীভূত ভাব তাৰ স্বৰূপ নিজৰ ভাষাৰেই ব্যক্ত কৰি যোৱাত আমাৰ পক্ষে বুজিবলৈ কিমান সুবিধা হৈছে। গতিকে সেই সুযোগৰ অৱসৰত তাৰ যোগেই তেখেতৰ বিশিষ্টতা কি আছিল জীৱনত বুজিবলৈ চেষ্টা কৰা যাওক। ১৯৪৮ চনৰ পহিলা জানুৱাৰী তাৰিখে বহুত দিন দৈনিক জীৱনৰ কথাৰে ডায়েৰিৰ টোকা নিলিখাকৈ থকাৰ পিচত আকৌ আৰম্ভ কৰিছিল। তাত আছে—

"আজি বহুদিন ডায়েৰি লিখা বন্ধ কৰিছোঁ। এই ডায়েৰি বহি পাই আকৌ লিখিবৰ ইচ্ছা হৈছে। ইয়াৰ ভিতৰত কৰ্ম্ম জীৱনৰ ওপৰেদি যেনেকৈ মানসিক জীৱনৰ ওপৰেদি এনে এটা ঝঞ্চা চলি গ'ল যে মনত শান্তি এতিয়াও অহা নাই, যদিও গান্ধীজী আৰু কাকা চাহেবৰ আদেশ আৰু উপদেশ মতে বৰ্ত্তমান দায়িত্বৰ বোজা লৈ চলি থাকিম বুলি মানসিক প্ৰতিজ্ঞা কৰিলোঁ। দেখা যায় কোনো লোকৰ প্ৰতি ভক্তি আৰু শ্ৰদ্ধা থাকিলে তেওঁলোকৰ কথামতে চলিলে জীৱনৰ অনেক সন্দেহ, অনেক ক্ষোভ, আৰু অনিশ্চিততাৰ সাময়িক ভাবে হলেও কাটি যায়।

তথাপি মনৰ পৰা দূৰ নহয় এই বিষয়ে (অৰ্থাৎ মন্ত্ৰীপদ)। তাৰ দায়িত্ব লোৱাৰ লগে লগে ইয়াৰ প্ৰভাৱ এটা জীৱনৰ ওপৰত পৰিছে, যি নিবৃত্তি ভাবৰ পৰিপন্থী, অনুকূল নহয়। জেলত থাকোঁতে যি স্বাভাৱিক নিবৃত্তি ভাব জন্মিছিল, সি ফলৰহিত কৰ্ম্ম কৰিবলৈ সঙ্কল্প কৰা স্বত্বেও কমি অহা যেন লাগিছে। পৰমেশ্বৰৰ নামে আৰু ৺তেওঁডেই সকলো কৰ্ম্ম অৰ্পণ কৰিবলৈ চেষ্টা কৰা স্বত্বেও সংসাৰত লিপ্ত হোৱা যেন লাগিছে। সেয়েই নহলে মোৰ সন্তান উৎপাদনৰ প্ৰবৃত্তি এতিয়াও কিয় হয়? কিয় সিহঁতৰ ভৱিষ্যত কি হব এনে ভাবে আহি সময়ত বিহ্বল কৰেহি? কিয় বৰ্ত্তমান মোৰ গুৱাহাটীত থকা ঘৰ অকুলন হৈ, লৰা-ছোৱালী থাকিবৰ ঠাই নাই বুলি মোক চিন্তিত কৰে? এই বিলাকৰ পৰা মোৰ বিশ্বাস হৈছে যে এই পদে আসক্তি বঢ়াইছে, টুটুৱা নাই। কিন্তু গান্ধীজী আৰু কাকা চাহেবৰ মতে মই থাকিবই লাগিব। সেই কাৰণে এই সম্বন্ধে মনত আৰু দোধোৰ মোধোৰ ভাব নাৰাখিবলৈ চেষ্টা কৰিছোঁ, যদিও সম্পূৰ্ণৰূপে পৰা নাই।"

তেখেতৰ ডায়েৰিৰ পৰা আন দুই এঠাইৰ টোকা তুলি দিলে উক্ত কথাখিনিত লুকাই থকা প্ৰকৃত মানুহজনৰ পৰিচয় পাবৰ সুবিধা হব। এই আশাৰে ইয়াত আৰু ২।৩টি টোকা তুলি দিয়া হ'ল:

মাৰ্চ মাহৰ ৪ তাৰিখে লিখিছে—"মোৰ মনৰ ভিতৰত (Prime Minister) প্ৰধানমন্ত্ৰী কামৰ প্ৰতি বিৰাগ হৈ আহিছে যেন লাগিছে। ডাঃ ভুবনেশ্বৰ বৰুৱাই আমাৰ গভৰ্ণমেন্টৰ



ক্রিকেট খেলুৱৈৰ লগত বৰদলৈ। অসমৰ ভুতপূৰ্ব্ব ৰাজ্যপাল স্বৰ্গীয় চাৰ আকবৰ হায়দৰীকো ছবিত দেখা গৈছে।

Prestige (সম্ভ্ৰম) বাঢ়িছে বুলি কৈছে সঁচা কিন্তু মোৰ কোনো সন্দেহ নাই যে কিছুলোকে এই গভৰ্ণমেন্টক গুচাবলৈ চেষ্টা কৰিব অহা ইলেকচনত (নিৰ্ব্বাচনত)। আৰু এতিয়াবে পৰা গভৰ্ণমেন্টক ভোটাৰৰ আগত বেয়া বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিব।"

৩১ মাৰ্চ্চৰ টোকাত আছে—"(পাৰ্টি মিটিঙত) শ্ৰীযুত হলধৰ ভূঞাই অযুক্তিকৰ কথা কৈ গভৰ্ণমেন্টক দোষাৰোপ কৰাৰ কাৰণে খণ্ড উঠিছিল আৰু তাৰ কানত বাতি ভালকৈ টোপনি নাহিল মুৰটো গৰম হোৱাৰ কাৰণে কামৰ বোজা ইমান বেছি হৈছে আৰু সেইদৰে উপস্থিত কৰ্ত্তব্য পালন কৰোঁতে এনেদৰে আবদ্ধ হৈ আছোঁ যে আগপিছ ভাবিবৰ সময় পৰ্য্যন্ত নোহোৱা হৈছে। এনে অৱস্থাত প্ৰত্যেক কৰ্ম প্ৰত্যেক মনোভাব তেওঁৰ ওচৰত গটাই দিব পাৰোঁনে? হে পৰমেশ্বৰ! মোক তোমাৰ বাহন কৰা, তোমাৰ ইচ্ছা যেন (মোৰ দায়িত্বখিনিৰ ভিতৰত) পূৰ্ণ হয়। তথাপি অহঙ্কাৰে এৰিব নোখোজে, নহলে মানুহে কেতিয়াবা কামবিলাক বেয়া বুলিলে কিয় মনত বেয়া লাগে? কেতিয়াবা মোৰ অহং বোধেৰে স্থিৰ কৰা ভাল কাম এটা বেয়া বুলিলে কিয় খণ্ড উঠে? এই অহং ভাব যেন দূৰ কৰা প্ৰভো!" আগদিনা পাৰ্টি মিটিঙত উঠা খণ্ডৰ কথা পিচদিনা ডায়েৰিত টোকা কৰোঁতে লিখিছে—"কিয় যে গল দিনা মিটিঙত খণ্ড উঠিছিল কব নোৱাৰোঁ। পৰমেশ্বৰে কিয় মোক বেছি সংযত হবলৈ শক্তি নিদিয়ে কব নোৱাৰোঁ।"

এচৰু ভাতৰ এটা পিটিকাৰ দৰে তেখেতৰ ডায়েৰিত লিপিবদ্ধ কৰা এনে বহুতো টোকা থাকিলেও উক্ত টোকা কেইটাৰে পৰা মানুহজনৰ মনোভাবৰ কথা বুজিবলৈ আৰু কি বাকী থাকিব পাৰে? সেইটিয়েই হৈছে গীতোক্ত ফলাকাঙ্খাহীন কৰ্ম বা অনাসক্ত কৰ্মযোগ। কৰ্মৰ সকলো ফল ভগবানত অৰ্পণ কৰি নিশ্চিন্ত (শান্ত)। শ্ৰীভগবানত কিমানলৈকে বিশ্বাস আৰু কিমান ঈশ্বৰ পৰায়ণতা হলে প্ৰতি কাৰ্য্যত এনেদৰে নিৰ্ভৰ কৰিব পাৰে? মহাত্মাজীৰ নিৰ্দেশত নিতান্ত সেৱা ভাবৰ পৰা দায়িত্ব নোলোৱাহেঁতেন মনলৈ এই ভাব আহিব পাৰেনে? অহংভাব দূৰ কৰিবলৈ ভগবানক কাতৰ প্ৰাৰ্থনা কৰা জনলৈকে প্ৰকৃত যোগী বা সেৱক নহৈ আন কোন হব পাৰে? পদমৰ্য্যাদাই যাতে অহঙ্কাৰ নানে তাৰ বাবে কিমান সতৰ্ক, কিমান প্ৰাৰ্থনা!" ২৫ ফেব্ৰুৱাৰীৰ ডায়েৰিৰ টোকাত আছে—(কনষ্টিটুয়েন্ট এচেম্বলিৰ Financial arrangement ত আমাৰ দেশৰ অৱস্থা বেয়া হব যেন জানি মনত বৰ আঘাত পাই ৰবদলৈদেৱে সভ্যপদ ইস্তফা দিবলৈকে পাতিছিল সেই প্ৰসঙ্গত টোকা আছে।) "পদ মানুহে কামৰ কাৰণে লয়, কিন্তু কাম কৰিব নোৱাৰিলে পদৰ মূল্য কি?" এইদৰে দেখা যায় তেখেত পদৰ কাৰণে কেতিয়াও লালায়িত নাছিল; বৰং সেই দায়িত্ব অনুযায়ী কাম কৰিব নোৱাৰিলে কিমান অনুশোচনা আৰু কিমানলৈকে প্ৰস্তুত তাকে গুচায়। এয়ে অনাসক্তি নহয় যদি আৰু নো কি?

জ্ঞানী কবিৰৰ এটি কথা আছে—"গুৰু মিলে লাখ লাখ চেলা নাহি মিলে এক"। হিতোপদেশতো পঢ়া মনত আছে—পৰোপদেশে পাণ্ডিত্যং সৰ্বেষাম্ সুকৰং নৃণাম্"—পৰক উপদেশ দিয়া সহজ, নিজে উপদেশ মানি কাম কৰাটো টান। সেইদৰে শিষ্য হব পৰাই মনুষ্যত্ব। গীতাতো দেখা যায়,—অৰ্জুনে শিষ্যত্ব স্বীকাৰ কৰাৰ পিচতহে ভগবানৰ উপদেশ। ৰবদলৈ-

দেৱক মহাত্মাজীৰ শিষ্যত্ব অকল মুখত নহয়, কামতো স্বীকাৰ কৰিছিল বাবেই দেশৰ নেতা হব পাৰিছিল আৰু কৃতকাৰ্য্যতাৰে জীৱন কালত প্ৰকৃত অহিংস পথ অনুসৰণ কৰিছিল।

ভগবৎ পৰায়ণতাৰ পৰা হোৱা তেখেতৰ সততে প্ৰাৰ্থনোন্মুখ ভাব অকল নিজৰ কাৰণেই নহয় আনৰ কল্যাণৰ কাৰণেও তেখেতে প্ৰাৰ্থনা কৰিছিল। ১৪ ফেব্ৰুৱাৰীৰ টোকাত আছে—"ফকিৰগ্ৰামৰ পৰা ইয়ালৈ মাত্ৰ ১৪ মাইল অথচ মানুহ অহা যোৱা কৰিব নোৱাৰি; এনে অৱস্থাত এই ঠাইখিনি অন্ধকূপৰ দৰে। অথচ এই বড়ো জাতীয় লোকবিলাকৰ সম্বৰ্দ্ধনা মৰম আৰু সৰলতাৰে বিমোহিত হলোঁ। পৰমেশ্বৰে এই লোকসকলৰ কল্যাণ কৰক। শীঘ্ৰে তেওঁৰ জ্ঞানময় জ্যোতিৰ পোহৰ দিয়ক।"

এচেম্বলিৰ বাজেট অধিবেশন ১৯ মাৰ্চৰ টোকা—"বিমলা চলিহাই ২টা কি ৩টা মোছনত কলে, —এনে সুন্দৰকৈ আৰু চমুকৈ যে মই বৰ ভাল পালোঁ। আমাৰ কোনো এজন মন্ত্ৰীতকৈ কোনো গুণেই যে অপৰাগ নহয় তাৰ চিনাকি দিছে। মই মহেন্দ্ৰৰ (মহেন্দ্ৰ মোহন চৌধুৰীৰ) প্ৰশ্নৰ উত্তৰ দিয়াত ভাল পাইছোঁ। মোৰ বাচনি যে উপযুক্ত হৈছে সেইটো ভাবিলে মনত প্ৰসন্নতা আহে। পৰমেশ্বৰে তেওঁলোকক দেশ সেৱা কৰিবলৈ শক্তিমন্ত কৰক।"

চৰিত্ৰবল কিমানখিনি হলে এনে আশীৰ্বাদ কৰিবলৈ সমৰ্থ হয় মানুহ? এনে চৰিত্ৰবলেই আছিল বৰদলৈদেৱৰ প্ৰধান বিশেষত্ব, লাভ কৰিছিল মহাত্মাজীৰ মহান আদৰ্শৰ প্ৰকৃত শিষ্যত্ব গ্ৰহণ কৰি।

বৰদলৈদেৱৰ জীৱন, সত্য, শিৱ, সুন্দৰক পাবলৈ সাধনাপূৰ্ণ কৰ্মময় জীৱন সেৱা ভাবৰ পৰা তেখেতে দায়িত্ব লৈছিল আৰু দেহে কেহে দেশবাসীৰ মঙ্গলৰ কাৰণেই চেষ্টা কৰিছিল। পূৰ্ণাঙ্গ সুন্দৰ, অভাবহীন দেশখনি তেখেতৰ কাম্য আছিল। তেখেতৰ ভ্ৰমণ বিলাকৰ (ৰাজ কাৰ্য্যৰ কাৰণে) কোনো ঠাইত সুন্দৰ দৃশ্য দেখা পালে তাৰ বৰ্ণনা আৰু তাৰ প্ৰতি আসক্তি প্ৰকাশ কৰা দুটি টোকা ইয়াত তুলি দিলোঁ। তেখেতৰ অন্তৰত এই সৌন্দৰ্য্যপূৰ্ণ ছবি যোৰহাট জেইলত থকাত ওচৰ সম্পৰ্কলৈ আহোঁতে—মই পোনতে পুলকিত হৈছিলোঁ আৰু অধিকতাৰ শ্ৰদ্ধাৰে মূৰ দোঁ খাইছিল। মানুহক ওচৰৰ পৰাহে চিনিব পাৰি ভালদৰে।

দিনপঞ্জী ১৮ ফেব্ৰুৱাৰী—"পুৱা আমাৰ লোকসকলৰ সৈতে যমদুৱাৰ মুখে ৰাওনা হলোঁ। দুভোখৰমান খোলা ঠাই পাই বননি সোমালোঁ। বেছি ভাগত শালগছৰ পুলি ৰোৱা হৈছে। প্ৰায় ১৪ মাইলমান ৰোৱাৰ পিচত সোণকোষ নদী পালোঁগৈ। সেই ঠাইত নদী পাৰ হোৱাৰ বন্দোবস্ত আছে। শুনিলোঁ সিপাৰেই জলপাইগুৰি জিলা। নদীৰ পাৰে পাৰে উত্তৰ ফালে গৈ ভোটানৰ সীমা পালোগৈ। জলপাইগুৰিৰ সীমাতেই হওক বা এই ভোটানৰ কাষতেই হওক নদীৰ দৃশ্য দেখি তাৰ পৰা উভতি আহিবলৈকে ইচ্ছা নোহোৱা হল। নদীখন পৰ্বতৰ মাজেদি বৈ গৈ আহি সমতল ঠাইত ওলাইছেহি। সন্মুখত অতি ওখ গিৰিশৃঙ্গ। তলত অগণন ডাঙৰ সৰু আৰু নানা আকৃতিৰ শিলগুটিবোৰ—যেন শিৰিছ কাগজেৰে ঘঁহি পালিচ কৰি নৈৰ বহল বুকুত পাৰি দিছে আৰু তাৰ ওপৰেদি সুন্দৰ ধ্বনি তুলি নৈখন বৈ গৈছে। নৈৰ পাৰৰ শিলবিলাকো চকুচকুকৈ জ্বলি আছে। এনে ধৰণৰ মনত ভাব আহে যে ই অপ্সৰাৰ হে ৰাজ্য! পৰমেশ্বৰে এনে সৌন্দৰ্য্য এই ঠাইত লুকাই ৰাখিছে—দেখিলে বিস্ময় মানিব লাগে। মোৰ কেৱল মনত আহি আছে—ইয়াত আহি থাকিব নোৱাৰিবনে?"

আন এঠাইত আছে—"হাতীচৰ বঙ্গলাৰ পৰা খোজ কাঢ়ি গৈ আইনদীৰ শিলাময় বুকু দেখা পালোঁ। এতিয়াও প্ৰবল সোঁতেৰে শ্ৰুতিমধুৰ শব্দেৰে বৈ যাব ধৰিছে খয়েৰ গছৰ মাজেদি। আকৌ দেৱশ্ৰীলৈ ঘূৰি আহি চাহ খালোঁ। ইচ্ছা আছিল ৰাতি থাকিম বুলি পুৰা এই ঠাইৰ সৌন্দৰ্য্য ভালকৈ চামহি। কিন্তু তেওঁলোকে মোক থাকিব নিদিলে। মই পাৰিলে আকৌ ইয়ালৈ আহিবৰ ভাব থাকিল।"

কেনে সহজ সৰল কথাৰে প্ৰাণৰ পৰা শিৱ-সুন্দৰৰ পূজাৰ আকাঙ্ক্ষা ফুটি উঠিছে। ৰাজ-নীতি ক্ষেত্ৰত কঠোৰ বাস্তবতাপূৰ্ণ কৰ্মময় জীৱনৰ মাজতো সময়ে সময়ে এইদৰেই স্ব-স্বভাৱ বা মূৰ্ত্তি আৰু স্ব-ৰূপ প্ৰকাশ পাইছিল।

সত্য আৰু অহিংসাৰ শিষ্যত্ব গ্ৰহণ কৰোঁতে মানুহৰ স্বাভাৱিকতে যি মনোভাৱৰ অধিকাৰী হবৰ প্ৰযোজন সেইটো হৈছে উদাৰতা। এই উদাৰতাৰ কাৰণে মানুহৰ মনৰ পৰা ডাঙৰ সৰু, আপোন-পৰ ভাব নোহোৱা হয। সাম্প্ৰদায়িক ঠেক মনোবৃত্তিৰ ফলত আৰু লগে লগে অন্তৰৰ কোমল পৰিসৰ আধিক্য হোৱাত তেখেতে সকলোকে সমানে ভাল পাব পাৰিছিল আৰু শত্ৰু মিত্ৰ সকলোৱেই ভাল পাবলৈ বাধ্য হৈছিল। এনে সৰ্ব্বৰহী গুণ থকাৰ কাৰণে বৰদলৈ- দেৱৰ তিৰোধানৰ পিছত মানুহৰ প্ৰকৃততে অন্তৰত যি উপাধি ভূষিত হৈছিল সেইটি হৈছে "লোকপ্ৰিয়"—তেওঁ যেনেকৈ সকলোৰে প্ৰিয় আছিল তেওঁ সকলোকে প্ৰিয় বুলি আকোৱালি ধৰিব পাৰিছিল। তেখেতৰ টোকাৰ এঠাইত আছে—"জোৱাই—৪ জনৰ লগত পাৰ্বত্য অঞ্চলৰ অন্যতম ভ্ৰমণ কাহিনী। দিনৰ ১০ বজাৰ পৰা জোৱাই অঞ্চলৰ অনেক দলৰ লগত দেখা কৰোঁ—যেনে গেডনোৰ পাৰ্টি, জযন্তীয়া দৰবাৰ, নন-খৃষ্টিয়ানসকল আৰু মহিলাসকল, খেলুৱা-বুলিও আন এটা দল আছে। সকলোতকৈ নন-খৃষ্টিয়ান পাৰ্টিৰ লোকৰ লগত কথাত মোক মোহিত কৰিলে। প্ৰায়ে আটাইবিলাক অভিনন্দনতেই স্থানীয অভাৱৰ কথা আছিল। সভা আৰম্ভ হল ২টাৰ পৰা—সভা অতি সুন্দৰৰূপে চলোৱা দেখি মই বৰ ভাল পালেঁা। মই কব নোৱাৰো কিয এই পৰ্বতীয়া লোকবিলাকক মোৰ ইমান ভাল লাগে। ছোৱালী, মাইকী মানুহ, মতামানুহ সকলোৱে মিলি কাম কৰা দেখি ভাল লাগে।"

তেখেতৰ অন্তৰ এফালে কিমান কোমল আৰু প্ৰয়োজনমতে কিমান দৃঢ় হব পাৰিছিল তেখেতৰ টোকাৰ পৰাই বুজিবলৈ সহজ হব। শাৰীৰিক অসুস্থতাৰ কাৰণে সেইবাৰ গোটেই পৰিয়াল সহ জাহাজেৰে কলিকতালৈ গৈছিল। যাওঁতে ব্ৰহ্মপুত্ৰৰ দুয়োকাষে দেখি যোৱা ঠাই বিলাকৰ বিস্তৃত বৰ্ণনা পোৱা যায়। তাৰ অন্যত্ৰ আছে—জুলাই ১১ —"শৰীৰ ভাল লগা নাই। গীতাৰ শ্লোক মাতো—"ক্ৰোধাৎ ভবতি সম্মোহ" ইত্যাদি কিন্তু নতুন খাটীয়া আয়াজনীয়ে সৰু লৰাটো পেলাওঁতে (সম্ভবতঃ অসাৱধানতাৰ কাৰণে কোলাৰ পৰা) "নিকল যাও" ইত্যাদি এনে ধৰণৰ খঙেৰে কথা কলো যে (পিচে সুৰঁৰি) নিজে বৰ লাজ পালো। দিনটো বৈণীকোসেইদৰে খঙেৰে কথা কৈ আছোঁ। শৰীৰ অসুস্থ হলেও আত্ম -সম্বৰণ কৰিব নোৱাৰা খঙেই যে আমাৰ শত্ৰু তাক বুজিবৰ বাকী নাই। আনপিনে দিনে দিনে ৰাজসিক ভাবৰ কাৰণে অহিংসা শক্তিৰ বি বিলাক ভাৱৰ প্ৰয়োগ তাক পাহৰি যাব ধৰিছোঁ।

আচলতে জীৱনটো অশান্তিপূৰ্ণ হৈ পৰিছে। আৰু ঈশ্বৰৰ প্ৰসাদৰ পৰা দিনে দিনে দূৰ হৈ যোৱা দৰে লাগিছে।"

সেই বপুৰী আয়াজনীক খং কৰা বাবেই নিজেই মনত ইমানখিনিলৈকে অনুশোচনা।

আনকালে যিটো কাম যুক্তিসঙ্গত বুলি বিবেচনা কৰিছিল সেইটো কৰাত হাজাৰ বাধাটো কেনে দৃঢ় চাওক—১লা জুলাই—"আজি ৫ বজাত(অল ইণ্ডিয়া শ্বিলং) ৰেডিঅ' কেন্দ্ৰ খোলাৰ সময়। মই উদ্বোধনী বক্তৃতা দিব লাগে। "জন গণ মন" গানটো গোৱাৰ কাৰণে গল কালি ইয়াত এখন (প্ৰতিবাদ সভা) শ্ৰীযুতা নলিনীবালা দেবীৰ সভাপতিত্বত বহে আৰু শ্ৰীকেশৱ নাৰায়ণ দত্তৰ উদগণিত ছাত্ৰবিলাকেও যোগ দিয়ে আৰু এই গানটো (orchetra) গোৱাতো আপত্তি প্ৰকাশ কৰে। গুৱাহাটীৰ Artist Assciationএ মোলৈ এখন টেলিগ্ৰাম পঠিয়ায়—আপত্তি কৰি। তাৰ প্ৰত্যুত্তৰ মই দিওঁ যে ভাৰত চৰকাৰে যেতিয়া উদ্বোধনী কাৰ্য্য বিচাৰিছে আমি প্ৰতিবন্ধক দিয়াটো ঘোৰতৰ অসংযত কাম হব। কেৱল ৩।।০ বজাত আজি জনোৱা হয় যে ইয়াৰ শিল্পীবিলাকে অসহযোগ কৰিলে। মই শুনি বৰ বেয়া পালো আৰু মোৰ ছোৱালীকেইজনীকে "অ মোৰ আপোনাৰ দেশ" গাবলৈ কলো। ৪-৪৫ মিনিটত যেতিয়া গেটৰ ওচৰ পাওঁ চাৰিজনী তিৰোতা মানুহ আৰু কেজনমান ডেকালৰাই মোৰ গাড়ী চলাত প্ৰতিবন্ধক কৰে। তাৰ পিছত এজনীডেকেৰী তিৰোতাই মাটিত (আগচি) পৰি যাবলৈ নিদিবলৈ বিচাৰে, মই কাষৰীয়া কাটি গুচি আহো। তাৰ পিছত অনেকে বেয়া কথা কয়। তথাপি মই যথা সময়ত খোজ কাঢ়ি উপস্থিত হওঁ আৰু কাম সমাধা কৰো। কিন্তু ইয়াৰ এদল লৰা আহি জোৰকৈ (ষ্টেচনত) নোসোমাবলৈ চেষ্টা কৰে। পাচত শুনিলো ৰেকডিং কোঠাৰ খিৰিকিৰ আয়না ভাঙে। তাৰ পাছত কাৰ্য্যসূচী শেষ হওঁ হওঁ (হোৱাত) মোক আচল কথাটো কি কৰলৈ কয়। আৰু মই আহি কথাটো বুজাই দিয়াত মোক সেম, সেম (লাজ, লাজ) ইত্যাদি ধ্বনি কৰে। মই তাৰ পাচত গুচি আহোঁ। পুলিচ উপস্থিত আছিল। আন কি ডি-আই-জি, আই-জি-পি, এচ-পি, সকলো আছিল। কিন্তু তেওঁলোকে কি কৰিব বিমোৰত থাকিল। ইয়াৰ পাচতো দুষন্টা কাল অৰাজকতাত গল।

মনত দুখ বেজাৰ অপমান বোধ কৰিলো, কিন্তু মই তেওঁলোকক পুলিচ লগাই দিয়া যুক্তিযুক্ত বিবেচনা নকৰিলোঁ।।

ৰাতি বহুত পৰলৈ টোপনি নাহিল। ভাবিলোঁ এই লোকসকলৰ দ্বাৰাই আমাৰ ভবিষ্যত সৃষ্টি হব।"

পিচদিনাৰ ডায়েৰিৰ টোকাত আছে—"ছাত্ৰবিলাকৰ উত্তাগুলিৰ কথা মনত পৰি ভবিষ্যত সম্বন্ধে একেবাৰে বেয়া লাগি আছে।"

ইয়াৰ দ্বাৰাই সহজে বুজা গ'ল যিটো কাম দেশৰ পক্ষে সন্মানহানিকৰ, যুক্তিহীন সেই কাম তেখেতে কেতিয়াও হবলৈ নিদিয়ে। ইমান বাধা পোৱা সত্বেও তেখেতে কেতিয়াও উদ্বোধনী বক্তৃতা দিহে এৰিলে। নতুবা সৰ্বভাৰতীয় লোকৰ আগত আমাৰ দেশৰ নাওঠা ৰূপ এটা ৰৰকৈ ওলাই পৰিলেহেঁতেন। তদুপৰি ক্ষমতা থাকিও কেনে সংযমেৰে সকলো অত্যাচাৰ সহিলে। দেশৰ ছাত্ৰ সকলৰ উত্তাগুলিত ব্যথিত হৈছে; ভবিষ্যতৰ কাৰণে এভাৱ দেখি হতাশ হৈছে; কিন্তু পুতৌ কৰি কাকো একো নকৰিলে। ইয়াতকৈ বুজা

মানুহৰ পক্ষে আন কি প্ৰতিশোধ হব পাৰে ? দেৱৰ্ষিৰ মহাখ্যাত দেৱতাসকলে ভগৱতীক স্তৱ কৰিছে, শুম্ভ-নিশুম্ভ বধৰ নিমিত্তে "চিত্তে কৃপা সমৰনিষ্ঠুৰতা চ দৃষ্টা"—তুমি প্ৰকৃততে কৃপাময়ী—কিমান স্নেহময়ী কোমল অন্তৰ তোমাৰ ! কিন্তু দুষ্ট দমনৰ বাবে যুদ্ধৰ দৰে ঘৃণাৰ কাৰ্য্য তোমাত সম্ভৱ—বিপৰীত ভাবৰ প্ৰয়োজন মতে অপূৰ্ব সমন্বয় হব পাৰে। নেতৃত্বৰ বাহাদুৰি এইখিনিতে। বাজহুৱা ভুল মত অস্বীকাৰ কৰিব পৰা ক্ষমতা বহু দূৰদৃষ্টিৰ ফলতহে সম্ভৱ হব পাৰে। যেয়ে সেয়ে নোৱাৰে। গীতাত আছে—"সমঃ শত্ৰৌচ মিত্ৰে চ তথা মানাপমানয়োঃ"—এইটো কাৰ হব পাৰে। "অনিচকতঃ স্থিৰমতিৰ্ভক্তিমান মে প্ৰিয়োনৰঃ—" যাৰ মতি স্থিৰ নিভৃত বাসস্থানো যাৰ নাই যাৰ নাই অৰ্থাৎ তাৰৈকে যি বিগতস্পৃহ আৰু যি ভক্তিমান তেনে মোৰ প্ৰিয়জনৰ পক্ষেহে সি সম্ভৱ হব পাৰে।

শত্ৰু-মিত্ৰ আৰু মান-অপমান সমান জ্ঞান কৰা কম কথানে ? বৰদলৈদেৱৰ চৰিত্ৰ বিশ্লেষণ কৰিলে দেখা পাব যে তেখেতে বিপক্ষ দলৰ কথা খুব মন দি শুনে। তাত গুৰুত্ব আৰোপ কৰে। ততালিকে নহলেও সময়ত তাৰ সমিধান তেখেতে দিবই দিব। কাৰো কথা উলাই কৰা স্বভাৱ তেখেতৰ নহয়। সেইবাবেই শত্ৰুৱেও বৰদলৈক ভাল পাইছিল। সকলোৰে সম্ভ্ৰম ৰক্ষা কৰি তেখেতে চলিব জানিছিল আৰু চলাবও জানিছিল। সচৰাচৰ এনে সমগুণ মানুহৰ নাথাকে। বৰদলৈদেৱৰ চৰিত্ৰত ই পূৰ্ণমাত্ৰাই আছিল।

দেশ-মাতৃকাৰ সৰ্বাভৰণ-ভূষিতা পূৰ্ণাঙ্গ ৰূপেই বৰদলৈদেৱৰ কাম্য থকাৰ কথা তেখেতৰ কাৰ্য্যৱলীৰ ভিতৰেদি চাবলৈ চেষ্টা কৰা হৈছে। তেখেতৰ জীৱনৰ এই ব্ৰতৰ কথা বেতাঁৰ যোগে এবাৰ বোধহয় প্ৰচাৰো কৰিছিল। সেই ভাবত প্ৰতিষ্ঠিত হৈ তেখেতে লেখা পাইছিল বৰ্তমান যুগৰ ভাব-ধাৰাৰ প্ৰচাৰ আৰু দেশমাতৃকাৰ প্ৰযোজন অনুসৰি তেখেতে আন এটা অভাৱৰ কথা লক্ষ কৰিলে। সেই অভাৱ পূৰণৰ কাৰণে সাহিত্য সাধনাও তেখেতে কৰিব লগা হৈছিল। স্পষ্টতঃ প্ৰকাশ কৰি লিখিছে—"বুদ্ধদেৱৰ" পাতনিত—

"গান্ধীজীৰ আশ্ৰমৰ একাদশ ব্ৰতৰ ভিতৰত "সৰ্বধৰ্মে সমানঃ" এটা মূল ব্ৰত। এই ব্ৰতৰ নীতি ভাৰতবৰ্ষৰ বৰ্তমান যুগত প্ৰভু পৰমহংসদেৱে প্ৰচাৰ কৰে। গান্ধীজীয়ে আৰু তেওঁৰ আশ্ৰমবাসী সকলে দৈনন্দিন জীৱনত এই ব্ৰত পালন কৰে। আচলতে ই এটা নিখুত সত্য।..

১৯৪০-৪১ চনত সত্যাগ্ৰহ আন্দোলন সম্বন্ধে জেলত থকা সময়ত কেনেকৈ উঠি অহা লৰা-ছোৱালীৰ মনৰ পৰা সাম্প্ৰদায়িকতা বিৰোধ ভাব দূৰ কৰি সমতাভাৱ আনিব পাৰি ইয়াকে চিন্তা কৰি ভাৰতবাসীয়ে মনা অৱতাৰী পুৰুষসকলৰ জীৱনী লিখিবলৈ স্থিৰ কৰোঁ। ইয়াকে দেখুৱাবলৈ যে সকলো ধৰ্ম মৌখিক তত্বত একেই আৰু আমাৰ বুজনিৰ ভুলৰ কাৰণেহে আমি ধৰ্মলৈ নিজৰ ভিতৰত বিৰোধ কৰোঁ। সেই সঙ্কল্প লৈ প্ৰভু শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, যীশুখৃষ্ট আৰু মহম্মদ ৰছুলৰ জীৱনী লিখি শেষ কৰা আৰু যুগৰ অৱতাৰী পুৰুষ মহাত্মা গান্ধীয়ে কেনেকৈ তেখেতৰ নিজ জীৱন ব্ৰত পালন কৰিছে তাকে দেখুৱাবৰ কাৰণে গান্ধীজীৰ অনুমতি লৈ তেখেতৰ জীৱনীও লেখিবলৈ আৰম্ভ কৰোঁ। জেলৰ পৰা ওলাই অহাত সময়ৰ অভাৱৰ কাৰণে আৰু বিশেষ ভাবে নিজৰ জ্ঞানৰ শুদ্ধাশুদ্ধ কৰিব নোৱাৰাৰ কাৰণে জীৱনী কেখন শুদ্ধকৈ দি নতুনকৈ লিখিবৰ কাৰণে বন্ধু একজনক অনুৰোধ কৰোঁ। ১৯৪২ চনত আকৌ জেলত পৰোঁহিতে আজৰি সময়ত লিখি লম বুলি ভাবি পাণ্ডুলিপিখিনি বিচৰাত দেখা গ'ল যে যি খণ্ডত

শ্ৰীৰামচন্দ্ৰৰ জীৱনীৰ শেষ ছোৱা আৰু যীশুখৃষ্টৰ জীৱনীৰ আগছোৱা আছিল সেই খণ্ড নোপোৱা হ'ল। সময়ৰ অভাৱত একোকে কৰিব নোৱাৰি। বেজাৰত মই জীৱনী কেখন আলমাৰিৰ ভিতৰত সুমুৱাই থৈ দিছিলোঁ। কিন্তু শ্ৰদ্ধেয় কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰীয়ে ছপাবলৈ বিশেষ ভাবে উদগণি দিয়াত আৰু অধ্যাপক শ্ৰীমান অতুল চন্দ্ৰ হাজৰিকা আৰু স্কুল শিক্ষক শ্ৰীমান নগেন্দ্ৰ নাথ শৰ্মাই নিজে সকলো চাই চিতি ছপাই দিবলৈ গাত লোৱাত—মই আকৌ এবাৰ গ্ৰন্থকাৰ হিচাপে ওলাবলৈ সাহ কৰিলোঁ। আচলতে বাকী কেখন যে কেতিয়াবা শেষ কৰিম তাৰো আশা নাই। এটাইকেখন জীৱনীয়েই উঠি অহা ছাত্ৰক সম্বোধন কৰি লিখা আছে। মোৰ নবাৰ নামে সম্বোধনটো কেৱল প্ৰতীক মাত্ৰ। আজি সাম্প্ৰদায়িক বিৰোধ হৈ ধৰ্মতৰ্ক বাতৰি দোহাই দি কিছুমান লোকে কি অভাৱনীয় নৃসংশতাৰ আশ্ৰয় লৈছে তাক দেখি শুনি মানুহ মাত্ৰেই চিঞঁৰি উঠিব লগাত পৰিছে। এনে দিনত ধৰ্ম আৰু আচাৰৰ সম্বন্ধে সাম্যভাব আৰু উদাৰতা যে আৱশ্যক তাক সকলো লোকেই কৰ ধৰিছে। যদি মোৰ ক্ষুদ্ৰ জীৱনীকেখনে ছাত্ৰ-ছাত্ৰীসকলৰ মনত অলপো সাম্য আৰু উদাৰতা ভাব আনিব পাৰে তেন্তে বুজিম যে তেওঁলোকক সেৱা কৰাৰ ইচ্ছা মোৰ পূৰণ হ'ল।"

বৰলৈদেৱৰ প্ৰকাশিত 'বুদ্ধদেৱ' কিতাপখনৰ পাতনিত লিখা কথাখিনিৰ প্ৰায় অংশকে ইয়াত তুলি দিবলৈ বাধ্য হলোঁ। কিয়নো সেই কথাখিনিৰ ভিতৰতে বৰদলৈদেৱৰ সাহিত্য সাধনাৰ প্ৰকৃত উদ্দেশ্য লিপিবদ্ধ কৰা আছে। বৰদলৈদেৱৰ সাহিত্য চৰ্চাৰ ক্ষেত্ৰত কি দান সেই সম্পৰ্কে সুকীয়া অধ্যায়ৰ সূচনা নকৰি ইয়াৰ চেগতে আলোচনা কৰাৰ আলম লোৱাৰ অন্যতম কাৰণ। ইয়াৰ দ্বাৰা দ্বাইকৈ তিনিটা কথাৰ প্ৰকাশ পাইছে প্ৰথম, গান্ধীজীৰ গঠনমূলক কাৰ্য্যসূচীৰ প্ৰতি বৰদলৈদেৱৰ আস্থা বা শ্ৰদ্ধা। দ্বিতীয়, খণ্ডিত ভাৰতত আৰু আন সময়তো স্বাৰ্থন্বেষী লোকৰ প্ৰভাৱত জ্বলি উঠা নৃশংস হিন্দু মুছলমানৰ ভিতৰত সাম্প্ৰদায়িক বিদ্বেষ আৰু অমূলক যুক্তিহীন আৰু ধৰ্ম্মবিৰোধী মনোভাব পোষণ কৰি অহা যুৱকসকলক সুস্থ মনোবৃত্তি লাভৰ অধিকাৰী কৰিবৰ অভিলাষে সু-সংগঠিত ৰাষ্ট্ৰ গঢ়ি তোলাই বৰদলৈ দেৱৰ কাম্য। পাতনিত সেই কথা ভালদৰেই ফুটি উঠিছে। তৃতীয়, সহজ আৰু সৰল ভাষাতে তেওঁলোকক (দেশৰ উঠি অহা ডেকা আৰু ছাত্ৰসমাজক) সেৱা আৰু নিস্বাৰ্থ ত্যাগ—ইয়াৰ দ্বাৰা পুৰণ হল। তেখেতৰ সাহিত্য সেৱাও সেই সেৱা ভাবৰে উদ্ৰেক—আন কোনো ভাবৰ পৰা নহয়।

কিন্তু দুখৰ কথা তেখেতৰ জীৱন কালত কাৰ্য্যসূচী মতে আটাইকেখন কিতাপ প্ৰকাশ কৰি যাব পৰা নাই। গুণগ্ৰাহী দেশবাসীৰ অসম্পূৰ্ণ কামখিনিও প্ৰন্থকাৰে প্ৰকাশ কৰা অতি কৰ্ত্তব্য। তেখেতে পাতনিত লিখা কথাটোও এইদৰে উল্লেখ কৰি গৈছে—"আটাইকেখন জীৱনীয়েই একেটা সত্যকেই প্ৰকাশ কৰিবৰ উদ্দেশ্যে লিখাৰ কাৰণে একেলগে এখন পুস্তক হৈ ওলালে ভাল হলহেঁতেন। কিন্তু সেইটো হৈ নুঠিল। আচলতে বাকীকেখন যে কেতিয়াবা শেষ কৰিব এইটো আশা নাই।"

ইয়াৰ উপৰিও তেখেতৰ প্ৰকাশিত "তৰুণৰাম ফুকন—তেখেতৰ সম্বন্ধে মই যি জানো" কিতাপখনৰ বিষয়বস্তুৰ সমাবেশ এনে সুন্দৰ আৰু মধুৰ আৰু ভাষাৰ প্ৰাঞ্জলতাৰ ভিতৰেদি

তেখেতৰ নিজৰে অন্তৰৰ অকৃত্ৰিম শ্ৰদ্ধা দেশভক্তৰ প্ৰতি প্ৰকাশ পাইছে যে আচলতে ৰবদলৈ দেৱ এজন কৃতী সাহিত্যিক আছিল। সাহিত্যৰ প্ৰধান গুণ প্ৰয়োজনীয় কথাখিনি প্ৰকাশত সমাৱেশৰ আৰু সঙ্গতি ৰক্ষা কৰি বিষয়বস্তুৰ জোখ নিৰ্দ্ধাৰণ কৰি ব্যক্ত কৰিব পৰাটোৱেই চিত্তাকৰ্ষক হবৰ প্ৰধান কাৰণ আৰু সমলৰ অধিকাৰীয়েই হল সাহিত্যিক। এই দৃষ্টিকোণৰ পৰা চালে বৰদলৈদেৱৰ এইক্ষেত্ৰতো কম কৃতিত্ব নাই।

তেখেতৰ বেলেগ বেলেগ ঠাইত আৰু প্ৰয়োজনত দিয়া বক্তৃতাবোৰ একেলগ কৰি প্ৰকাশ কৰিব পাৰিলেও সি বিশিষ্ট গ্ৰন্থ হব আৰু আমাৰ সাহিত্যৰো সম্পদ বাঢ়িব। এই বিষয়ত স্মৃতি ৰক্ষা সমিতিয়ে চেষ্টা কৰি চাব পাৰে। (বন্দী জীৱনত জেইলৰ ভিতৰতে তেখেতে মহাত্মাজীৰ টোকামতে গীতাৰ ভাষ্য "অনাসক্তি যোগ" লিখি শেষ কৰে আৰু এই লিখককে তাতে হাত ফুৰাই সংশোধন কৰি দিবলৈ দিয়ে আৰু সেই কাম যথাশক্তি কৰি দিয়া হৈছিল। সেইখনো প্ৰকাশিত হৈছে আৰু আমাৰ মানুহে সেই ভাষ্য পঢ়ি নিশ্চয় বহু পৰিমাণে উপকৃত হৈছে।)

বৰদলৈদেৱ নগৰে-চহৰে, পৰ্ব্বতে-ভৈয়ামে, গাৱেঁ-ভূঞে যলৈকে কাৰ্য্যবশতঃ গৈছিল তাতেই তেখেতক অভিনন্দন দিয়া হৈছিল। সেই অভিনন্দনবোৰও তেখেতৰ জীৱনৰ বিশিষ্টতা, চৰিত্ৰৰ সৌষ্ঠৱতা, ব্যৱহাৰৰ অমায়িকতা, মনৰ উদাৰতা, অন্তৰৰ নাম যশৰ প্ৰতি উদাসীনতা, অহিংস ভাবত প্ৰতিষ্ঠা, মহাত্মাজীৰ প্ৰকৃত শিষ্যত্ব গ্ৰহণ, কঠোৰ কৰ্ত্তব্য পৰায়ণ প্ৰভৃতি গুণৰাশিৰ কথাই উল্লিখিত হৈছিল। সেইবোৰ একেলগ কৰি প্ৰকাশ কৰিব পাৰিলেও এটা ভাল সংগ্ৰহেই হব।

# পৰিশিষ্ট অধ্যায়

## বৰদলৈদেৱৰ মৃত্যুত বাতৰি কাকতৰ সম্পাদকীয়

[ লোকপ্ৰিয় বৰদলৈ দেৱৰ তিৰোধানৰ পিচত বিভিন্ন বাতৰি কাকতৰ সম্পাদকীয় মন্তব্যত তেখেতৰ গুণৰাশিৰ আলোচনা কৰা হৈছিল। ইয়াত মাত্ৰ কেখনমানৰ পৰা নমুনা স্বৰূপ উদ্ধৃত কৰা হ'ল ]

### নতুন অসমীয়া

যোৱা ১০ জুনৰ দিনা ৬০ বছৰীয়া জন্মদিবস পালন কৰোতে কোনেও ভৰা নাছিল যে এইবাৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈৰ মৃত্যুত চকুলো টুকিবলৈ সাজু থাকিব লাগিব। কিন্তু আমি ভাবো এটা, নিয়তিয়ে কৰে এটা। সেয়েহে কালি দেওবাৰে পুৱাৰ বেলিয়ে ভুমুকি মাৰোঁতে নৌ-মাৰোঁতেই মুখ্যমন্ত্ৰী বৰদলৈক নিশা ২ বাজি ৪০ মিনিট যাওঁতে মৃত্যুয়ে আমাৰ মাজৰ পৰা কাঢ়ি নিয়া বাতৰিটোৱে আমাক স্তম্ভিত কৰি তুলিলে। সকলোৰে হিয়া শোকত উথলি উঠিল।—"বৰদলৈ আৰু নাই" বুকুভেদি যোৱা এই একেষাৰ কথাই তপত চকুলোৰে ধ'ল বোৱালে। কিন্তু চকুলোৱে স্মৃতি উটুৱাই নিনিয়ে—প্ৰতিটো টোপালে মাথোন সেই স্মৃতি আৰু ফটফটীয়া কৰি তুলি হিয়াৰ কাষ চপাই আনিব। বৰদলৈক কোনেও নাপাহৰে, পাহৰিবও নোৱাৰে। মুক্তি যুঁজৰ আগৰণুৱা অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে অসমৰ তথা দেশৰ হকে যিখিনি কাম কৰি থৈ গ'ল তাৰ হিচাপ লবৰ সময় এতিয়া নহয়; তথাপি এই শোকৰ বেলিকাও সময়ৰ বুকুত চাব মাৰি যোৱা সেই বহুমূলীয়া অৱদানৰ কথাই ঘনাই মনত ভুমুকি মাৰিছেহি। কংগ্ৰেছে মুক্তি সংগ্ৰামৰ হকে দেশবাসীৰ সমুখত ৰণশিঙা বজাওঁতে বৰদলৈয়ো সেই ৰণত জপিয়াই পৰিল আৰু তাৰ বাবে তেওঁ কাৰাবৰণ কৰিব লগীয়া হ'ল। কিন্তু দমন নীতিয়ে মুক্তি যুঁজৰ আগৰণুৱা সকলৰ মন মোহাৰি পেলাব নোৱাৰিলে। সেই ঘটনা বহুল কালছোৱাত আমি দেখা পালোঁ৷ বৰদলৈৰ নিৰ্ভীক কাৰ্য্যাবলী। পিচত ঘটনাৰ গতিয়ে নি ১৯৩৮ চনত বৰদলৈক অসম কংগ্ৰেছৰ সংযুক্ত মন্ত্ৰীসভাৰ নেতৃত্ব কৰাৰ ভাৰ গঁপি দিলে। তাৰ পিচতে ১৯৩৯ চনত কংগ্ৰেছে পৰিষদ বৰ্জন কৰাত বৰদলৈ চৰকাৰেও পদ-ত্যাগ কৰিলে। মহাৰণৰ সময়ত দুনাই সত্যাগ্ৰহত জপিয়াই পৰাত বৰদলৈ আকৌ কাটেকৰ ভিতৰ সোমাব লগীয়া হ'ল। তাৰ পিচত উঠিল "ভাৰত ত্যাগৰ" মহামন্ত্ৰৰ ধ্বনি দুনাই, বৰদলৈ গ'ল ফাটেকলৈ। শৰীৰৰ অসুস্থতাৰ কাৰণে ১৯৪৪ চনত বৰদলৈয়ে মুক্তি পালে। এই খিনিতে আমি আজিও এটি কথা সুঁৱৰিব লাগিব কংগ্ৰেছে জাপানৰ অনুকূলে মনোভাব পোষণ কৰা বুলি কালিমা সানিবলৈ, বৃটিছৰ দায়ীত্বপূৰ্ণ পদত অধিষ্ঠিত থকা লোকসকলে কৰা অপচেষ্টা ব্যৰ্থ কৰি দিয়াত গুৰুত্বপূৰ্ণ অংশ যিসকলে গ্ৰহণ কৰিছিল তাৰ ভিতৰত যাইকৈ উল্লেখ কৰিব লাগিব বৰদলৈৰ কথা।

এইবাৰ আহিল ১৯৪৬ চন। বৰদলৈয়ে অসমত কংগ্ৰেছ চৰকাৰ গঠন কৰিলে, কিন্তু

১৯৪৬ চনটোৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব আন এটা কাৰণতহে। সেই বছৰেই ওলাল কেবিনেট মিছনৰ ধূমকেতু। মিছনৰ প্ৰস্তাৱে গ্ৰুপিঙৰ সৰ্ব্বনশীয়া প্ৰস্তাৱ দি অসমক ধ্বংস কৰাৰ যি ফন্দি পাতিলে তাৰ বাবেও যুঁজিব লগা হ'ল বৰদলৈযে। কিন্তু গান্ধীজীৰ আশীৰ্বাদে সেইবাৰো বৰদলৈক জয়যুক্ত কৰিলে। এইদৰে ঘটনাৰ খাপে খাপে বৰদলৈয়ে যুঁজি আহিছে; গণ পৰিষদলৈ নিৰ্বাচিত হৈ তাৰো তেওঁ অসমৰ স্বাৰ্থ অটুট ৰখাৰ চেষ্টাত ত্ৰুটী ঘটোৱা নাছিল। নতুন সংবিধানত জনজাতীয় ৰাইজৰ হকে দিয়া ব্যৱস্থা যুগুত কৰাতো বৰদলৈৰ বৰঙণি কম নাছিল। অসমৰ নিচিনা সমস্যা-বহুল দেশ এখনৰ মুখ্যমন্ত্ৰীৰ বাব বৰদলৈযে কৃতিত্বৰে বহন কৰিছিল, কিয়নো অসমক তেওঁ চিনি পায। বৰদলৈযে মূৰ পাতি লবলগীয়া হ'ল নানা সমস্যা—মাটি সমস্যা, পমুৱাৰ প্ৰশ্ন, ভগনীয়া সমস্যা আদি অলেখ বিষয। কিন্তু সমস্যাই জুমুৰি দি ধৰা অৱস্থাতো বৰদলৈৰ যত্নতে অসমে বিশ্ববিদ্যালয, মেডিকেল কলেজ, হাইকোৰ্ট, কৃষি কলেজ, ইঞ্জিনিয়াৰিং আৰু ফৰেষ্ট স্কুল আদিৰ মুখ দেখা পালে।

নীৰৱ সাধক বৰদলৈ প্ৰচাৰ বিলাসী নাছিল। বৰদলৈযে বিচাৰিছিল মাথোন কাম। গান্ধীজীৰ প্ৰেৰণাই তেওঁৰ হিয়া জুৰি থৈছিল। দূৰদৃষ্টিয়ে তেওঁৰ পথৰ সন্ধান দিছিল। তেওঁৰ ব্যক্তিত্ব, সৰলতা, উদাৰতাই সকলোকে জয কৰিছিল। সেইদেখি তেওঁক কোনেও বেয়া নাপাইছিল। অতবোৰ কামৰ মাজতো বৰদলৈয়ে পঢ়া-শুনা আৰু সাহিত্য চৰ্চ্চাৰ কাৰণে আজৰি উলিয়াই লব পাৰিছিল। তদুপৰি খেলুৱৈ বৰদলৈৰ কথাও অসমে নাপাহৰে। এই সকলো গুণৰ আধাৰ বৰদলৈ—আজি আমাৰ মাজত নাই। অসমৰ জেউতি চৰোৱা অলঙ্কাৰ এপদ খহি পৰিছে। আমি বুৰঞ্জীৰ এনে এটি সন্ধিক্ষণত বৰদলৈক হেৰুৱাব লগা হ'ল। আজি ৰাইজৰ লগতে আমিও বৰদলৈৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা আগ বঢ়াইছোঁ। আত্মাৰ সদগতিৰ অৰ্থে প্ৰাৰ্থনা জনাই আমি শোকাতুৰ পৰিয়ালকো সমবেদনা জনালোঁ।

## অসম ট্ৰিবিউনৰ সম্পাদকীয় মন্তব্য

প্ৰধানমন্ত্ৰী ৺গোপীনাথ বৰদলৈৰ মৃত্যুত যি গুৰুতৰ ক্ষতি তাক বহন কৰিবৰ শক্তি এই সময়ত অসমৰ নাছিল বা তালৈ তৈয়াৰো নাছিল। বিনামেঘে বজ্ৰপাতৰ দৰে ই যেনে আকস্মিক তেনে অপ্ৰত্যাশিত। যিসকলে শনিবাৰে সন্ধ্যা উজান বজাৰৰ ভাস্কৰ নাট্য মন্দিৰত নতুন ভাবে সহ-অভিনয় কৰা থিয়েটাৰ চাবলৈ আহিছিল সিবিলাকে তেখেতক প্ৰফুল্ল মনে থকা যেন দেখা পোৱাৰ পিচত কেনেকৈ ভাবিব পাৰে যে এই মহৎ লোকজনৰ হৃৎপিণ্ড হঠাতে এনেকৈ অকামিলা হৈ পৰিব? যদিও সিদিনা দিনৰ পৰা তেখেতৰ স্বাস্থ্য ভাল নাছিল তথাপি কোনে সপোনতো ভাবিব পাৰে যে তেখেতে ৬০ বছৰ বয়স পাওঁতেই আমাৰ মাজৰ পৰা কালে এনেদৰে হৰণ কৰি নিব? বৰদলৈয়ে স্বইচ্ছাই অতিপাত পৰিশ্ৰম কৰিছিল আৰু কৰ্ত্তব্য কাম কৰিবলৈ কেতিয়াও পৰাঙ্মুখ হোৱা নাছিল। সততে সত্য আৰু ন্যায়পৰায়ণতাত অনুপ্ৰাণিত হৈ তেখেতে নিজৰ সময় আৰু শক্তি দেশৰ সেৱা ভাবত নিয়োজিত কৰিছিল। সেইবাবে দায়িত্বৰ বোজা লৈ থকাৰ ভিতৰতে চুকাল আৰু অসম তেখেতৰ বিহনে নিশ্চয় দুখীয়া হ'ল।

৺বৰদলৈদেৱৰ জীৱন নানা ঘটনাৰে পৰিপূৰ্ণ আছিল কাৰণ তেখেতে আমাৰ দেশৰ ইতিহাসৰ ঘটনা বহুল সময়ত কাম কৰিব লগাত পৰিছিল। সেই বিলাকৰ ভিতৰত ইযাত মাথোন গোটাদিয়েক কথা আলচ কৰিম। দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ পিছত স্বৰ্গীয় গোপীনাথ বৰদলৈ অসমৰ ভিতৰত মহাত্মা গান্ধীৰ এজন প্ৰধান শিষ্য। তেখেতে কেইবাবাৰো কাৰাবৰণ কৰিছিল। ১৯৩৭ চনত কংগ্ৰেছে যেতিয়া আকৌ ব্যৱস্থাপক সভাত প্ৰৱেশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে তেতিয়া তেখেত অসম এচেম্বলী পালিয়ামেন্টৰী পাৰ্টিৰ নেতাৰূপে নিৰ্ব্বাচিত হ'ল। ১৯৩৮ চনত কংগ্ৰেছ সভাপতি সুভাষ বসুৰ উপদেশ আৰু সহায়ত যুক্তমন্ত্ৰীসভা গঠিত হৈ দেশত বহুতো ভাল কাম কৰিছিল; কিন্তু ১৯৩৯ চনত যুদ্ধ লগা হেতুকে সেই সম্পৰ্কতে কংগ্ৰেছে আকৌ ইস্তাফা দি ওলাই আহে। ১৯৪২ চনত বোম্বাইত যি "ভাৰত-ত্যাগ" প্ৰস্তাৱ নিখিল ভাৰত কংগ্ৰেছ কমিটীত গৃহীত হৈছিল তাত তেখেত উপস্থিত আছিল। তাৰ পৰা ঘূৰি নিজ প্ৰদেশৰ ভিতৰ সোমাওঁতেই ধুবুৰীত তেখেতক আটক কৰে আৰু অনিৰ্দ্দিষ্ট কাললৈ জেইলত দিয়ে। যোৰহাট জেইলত থাকোঁতে তেখেতৰ চকুৰ আজাৰ বেছি হয় আৰু ২ বছৰ পিচত আন আন প্ৰদেশৰ নেতাসকল জেইলৰ পৰা ওলোৱাৰ আগতে তেখেতক এৰি দিয়া হয়। ওলাই আহি তেখেতে সুস্থিৰে বহি থকা নাই, এইবাৰ আমাৰ প্ৰদেশৰ কাৰণে সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ উদ্দেশ্যে টকা তুলি ফুৰিবলৈ ধৰিলে। ১৯৪৫-৪৬ চনত যি নিৰ্ব্বাচন হ'ল সেই নিৰ্ব্বাচনত কংগ্ৰেছ জয়ী হয় আৰু গৰিষ্ঠ দল হিচাপে নিৰ্ব্বাচিত হোৱাত সুকীয়া ভাবেই মন্ত্ৰীত্ব গঠন কৰিবলৈ সমৰ্থ হয়। ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত বৰদলৈদেৱ প্ৰধানমন্ত্ৰী হৈ মন্ত্ৰীদল গঠন কৰে আৰু মৃত্যুৰ দিনলৈকে প্ৰধানমন্ত্ৰী হৈ থাকে। বৰদলৈদেৱৰ কাৰণেই অসমৰ মন্ত্ৰীসকলে নিজ মন্ত্ৰী-মণ্ডলীৰ ভিতৰত যেনে মতভেদ আৰু অৰিয়া-অৰি ভাৱ দেখা গৈছিল আৰু সময়ত সি আত্মপ্ৰকাশ কৰিছিল সময়ত তাৰ উমঘামেই নাছিল। ১৯৪৬ চনৰ পৰা ৫ জন গভৰ্ণৰৰ তলত বৰদলৈদেৱ প্ৰধানমন্ত্ৰী আছিল আৰু সকলোৱে একবাক্যে তেখেতকে উপযুক্ত প্ৰধানমন্ত্ৰী বুলি স্বীকাৰ কৰিছিল। অসমত পূৰ্ব্ববৰ্ত্তী গভৰ্ণৰ শ্ৰীশ্ৰীপ্ৰকাশে এই প্ৰদেশৰ পৰা সেই মাহত যাবৰ আগতে প্ৰকাশ কৰি কৈছিল যে বৰদলৈদেৱ ইয়াৰ আগতে কেইবাবাৰো ইস্তাফা দিব খুজিছিল কিন্তু তেখেতেহে জোৰ কৰি তেখেতক মন্ত্ৰীপদত ৰাখিছিল।

অলপ দিনৰ আগৰে পৰা বৰদলৈদেৱে অসমদেশৰ পৰ্ব্বত অঞ্চল নিবাসী জনজাতি সকলৰ উন্নতিৰ কাৰণে বিশেষ মনোযোগ দিছিল। এইটো তেখেতে সম্পূৰ্ণ হিচাপে বুজিছিল যে পৰ্ব্বত আৰু ভৈয়ামৰ মানুহৰ ভিতৰত যদি মিলাপ্ৰীতি ভাৱ নাথাকে তেন্তে বৰ্ত্তমান আমাৰ দেশৰ ওচৰে পাজৰে আৰু ভিতৰত চলি থকা ধ্বংসাত্মক কাৰ্য্যৰ দ্বাৰা আমি সীমান্তিকাষৰীয়া ৰাজ্য হিচাপে আমাৰ বল বাঢ়ি ভাৰতীয় যুক্তিৰাষ্ট্ৰৰ পক্ষে শক্তিশালী হব পৰা কাৰ্য্যত সহায় কৰা অসম্ভৱ হ'ব। আচলতে বৰদলৈদেৱে কালি দুপৰীয়া চাৰ্কিট-হাউচত প্ৰেছ কনফাৰেন্স পাতি এই বিষয় আলচ কৰাৰ কথা আছিল কিন্তু ইতিমধ্যে মৃত্যুৰ কৰাল গ্ৰাসে আমাক তেখেতৰ সেই অঞ্চলৰ আৰু মানুহৰ ভিতৰত ফুৰি পোৱা অভিজ্ঞতা পোৱা উপদেশৰ পৰাও আমি বঞ্চিত হব লগাত পৰিল। বৰদলৈদেৱৰ

মৃত্যুত অসমে এজন বিচক্ষণ ৰাজনীতিজ্ঞ পুৰুষক হেৰুৱালে। তেখেতৰ প্ৰতিভা বহুমুখী আছিল আৰু খেল আৰু সঙ্গীতত বিশেষ ৰাপ আছিল। ১৯৩৮ চনত তেখেত প্ৰধানমন্ত্ৰী থাকোঁতেও শ্বিলঙত "বেটবল" খেলিছিল। ভাৰতৰ কোনো প্ৰদেশতে এনে উদাহৰণ বিৰল। বৰদলৈদেৱৰ শিক্ষাৰ প্ৰতি ৰাপেই নহয় নিজেও এজন সাহিত্যিক আছিল আৰু কেইবাখনো কিতাপ লিখি থৈ গৈছে। বৰদলৈদেৱ স্বৰ্গী হলেও তেখেতৰ অনুৰক্ত দেশবাসীসকলে স্মৃতিৰে তেখেতক সদায় জীয়াই ৰাখিব। আমি বিগত আত্মাৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিছোঁ আৰু শোক-সন্তপ্ত পৰিয়াললৈ সমবেদনা জনাইছোঁ।

## দিল্লীৰ পৰা প্ৰকাশিত "শঙ্কৰ্চ উইকলি" (Shanker's Weekly) কাকতৰ সম্পাদকীয়

"ভাৰতীয় যুক্তৰাষ্ট্ৰৰ প্ৰধানমন্ত্ৰী পদ আন প্ৰাদেশিক চৰকাৰৰ প্ৰধানমন্ত্ৰী সকলৰ দৰে নহয়। ইবিলাক যেন চাৰ্কাচ পাৰ্টিৰ খেলত এনেদৰে থাকে দৰ্শকসকলে এই পৰিল, এই পৰিল যেন দেখি থাকে (অৰ্থাৎ স্থায়ী নহয়)। কোনো কোনো প্ৰদেশৰ কিন্তু মাদ্ৰাজ প্ৰদেশৰ প্ৰকাশমৰ দৰে পতনৰ ঘটনা অপূৰ্ব্ব আৰু অতি আকৰ্ষণযুক্ত যে যদি কোনো তিষ্টিবও খোজে কেনোৱে যেন পিচ ফালটো টানি পেলাই দিবলৈ চেষ্টা কৰে। যুক্ত প্ৰদেশৰ পান্ত তেখেত সকলৰ আৰু প্ৰতিবাদ এটা ভুৱা দিয়া সমৰ্থকৰ সংখ্যা দেখুৱাই বৈ আছে। বম্বে প্ৰদেশৰ খেৰ তেখেতে বিনয়, নম্ৰ ব্যৱহাৰ আৰু চৰ্দাৰ পেটেলৰ সমৰ্থনত এচ-কে পাটিলৰ যোগ্যতাকো চেৰ পেলাই বৈ থাকিব পাৰিছে। মধ্যপ্ৰদেশৰ সকলোৰে পক্ষে স্থিৰ যে শুক্লৰ দৰে এনে দুকোছা গোক আৰু পাব কত? উৰিষ্যাৰ মহতাবে এনে অৱস্থা সৃষ্টি কৰিছে যে তেওঁতকৈ আন কোনে উপযুক্ত মানুহ নাই এনে ধাৰণা বদ্ধমূল হৈছে। বিহাৰীসকল ইমান এলেহুৱা যে তেওঁবিলাকে সিংহৰ বিষয় নাভাবেই, ভাবিলেও সিজনতকৈ ইজন ভাল নহলেও এক্কে বুলিয়েই ধৰে। আসামৰ বৰদলৈয়ে মাথোন প্ৰমাণ কৰি দেখুৱাইছিল যে তেখেত বাহিৰৰ এজন আৰু কোনো নেতাৰ সহায়তা পোৱা নাছিল। তেখেতৰ মৃত্যুৱে অসমক এজন অপ্ৰতিদ্বন্দ্বী নেতাৰ পৰা বঞ্চিত কৰিলে।

বৰদলৈয়ে অসমীয়া জাতিৰ জীৱন আৰু চিন্তাধাৰাৰ মাজত এনেদৰে নিজৰ অস্তিত্ব বিলাই দিছিল যে তেখেতেই অসম আৰু অসমেই তেখেতৰ দৰে হৈছিল। বৰদলৈ নোহোৱা হলে অসমৰ তৃতীয়-চতুৰ্থাংশ পৰ্বত আৰু বনানি আৰু সৰহীয়া জনজাতিৰে এখন সমস্যা পৰিপূৰ্ণ প্ৰদেশ হৈ ৰৈছে। ইয়াৰ সীমাত [illegible] আৰু মাজ [illegible] চোৰৰ [illegible] ( [illegible] বা বিপদ ) যথেষ্ট অৱকাশ আছে। কিন্তু বৰদলৈদেৱৰ [illegible] [illegible] ১৯৩৮ চনৰ পৰা [illegible] যথেষ্ট [illegible] কৰি গ'ল। [illegible]

[illegible]

তেখেতৰ নেতৃত্ব কিন্তু [illegible]

পৃবাত দেখনিয়াৰ ভাবে কোনো ঠাইলৈ অহাযোৱা কৰিব লগাও নাছিল। অসমৰ যাৱতীয় সমস্যাবোৰৰ তেখেতে যোগ্যতাৰে সন্মুখীন হৈছিল তাৰ কাৰণে যি সাহস আৰু ধৈৰ্য্য লাগে সি অতুলনীয় ভাবেই তেখেতৰ আছিল। যদিও তেখেতে অসমীয়াৰ আশা আকাঙ্ক্ষা নিৰ্ভুল ভাবে প্ৰকাশ কৰিছিল আৰু ক্ষমতাৰ কাৰণে কাৰো লগত অৰিয়া-অৰি কৰিবও লগা নাছিল তথাপি এইটো ঠিক যে নৱগঠিত যুক্তৰাষ্ট্ৰৰ এজন অগ্ৰণী নেতা আছিল আৰু স্মৃতি মাৰ্ব্বলৰ প্ৰতিমূৰ্ত্তিৰ দৰে যুগমীয়া হৈ থাকিব।"

[গোটেই দেশতে লোকপ্ৰিয় বৰদলৈদেৱৰ গুণগ্ৰাহী, বন্ধু-বান্ধৱ, সহপাঠী বন্ধু, আত্মীয় স্বজন বিয়পি আছে। তাৰ ভিতৰত কেজনমানৰ পৰা পোৱা তেখেতৰ জীৱনৰ বিশেষত্বৰ পৰিচায়ক টোকা তুলি দিয়া হ'ল। ইয়াৰ দ্বাৰা এফালে তেখেতৰ সমাজ জীৱনত প্ৰতিষ্ঠা আৰু আনহাতে তেখেতৰ চৰিত্ৰৰ বিশেষত্ব আৰু বিচিত্ৰতা সম্বন্ধে কিছু আভাস পোৱা যাব। লিখা বাহুল্য যে "স্মৃতি তৰ্পণ" শীৰ্ষক অধ্যায়ত প্ৰায় এই কথাৰে আভাস থকাত তাত দিয়া লোকসকলৰ স্বকীয়া জীৱন আলোচনা ইয়াত দিয়া নাই ]

## শ্ৰীশ্ৰীযুক্ত দক্ষিণপাট সত্ৰাধিকাৰ গোস্বামী প্ৰভুৰ বাণী

অসমৰ মুখ্যমন্ত্ৰী ৺গোপীনাথ বৰদলৈদেৱৰ ৫।৮।৫০ তাৰিখে ৰাতি হৃদ-যন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ২-৪০ বজাত আকস্মিক দেহত্যাগ হোৱা বাতৰিয়ে গুণগ্ৰাহী অসমীয়া মাত্ৰকে শোকা-ভিভূত কৰি তুলিলে। তেওঁ যেনেকৈ অসমৰ দেশবৰেণ্য, নিস্বাৰ্থ দেশপ্ৰেম, দেশনেতা আছিল তেনেকৈ দক্ষিণপাট সত্ৰৰ সৰল ঈশ্বৰানুৰাগী অকৃত্ৰিম প্ৰিয় শিষ্যও আছিল। সেই কাৰণে তেওঁৰ মৃত্যুৰ বাতৰিত সত্ৰবাসী সকলোৰেই অন্তৰত গভীৰ বেদনা অনুভৱ কৰা হৈছে।

গোপীনাথ আছিল নিভাজ কৰ্ম্মযোগী। তেওঁ অলপ দিনৰ আগতে হৈ যোৱা ষাঠিতম জন্ম দিবস উপলক্ষে আমালৈ লিখা এখন পত্ৰত উল্লেখ কৰিছিল—"মই মোৰ ৰাজহুৱা কাম-বিলাক পৰমেশ্বৰে আদেশ কৰা কৰ্ত্তব্য বুলি মানি লৈছোঁ। কামৰ সফলতা বিচাৰৰ মালিক ভগৱান।" আকৌ এঠাইত লিখিছিল, "কিন্তু ইয়াকো অন্তঃকৰণেৰে মানি আছোঁ, যেন জনসেৱাৰ দ্বাৰাই চিত্তশুদ্ধি হয় আৰু এই বন্ধনৰপৰা অচিৰে মুক্ত হওঁ।" গোপীনাথৰ অন্তৰৰ নিভৃত ঠাইৰ এই কৰুণ আবেদক গোপীনাথৰ চিৰ আৰাধ্যই অলপো উপেক্ষা কৰিব নোৱাৰি অচিৰেই তেওঁৰ মনোৰথ পূৰণ কৰিলে। হওক, মৰ্ত্ত্যৰ নশ্বৰ গোপীনাথৰ অমৰ আত্মাই সকলো ভাব যন্ত্ৰণাৰ হাত সাৰি অমৃতৰ অবিনাশী শ্ৰীশ্ৰীগোপীনাথৰ অভয় চৰণৰ সমীপত বাস কৰি চিৰ জিৰণি লওক, এয়ে আমাৰ পৰমেশ্বৰ শ্ৰীশ্ৰীযাদৱৰায়ৰ ওচৰত প্ৰাৰ্থনা।

তেওঁৰ শোক-সন্তপ্ত পৰিয়ালবৰ্গলৈ ইয়াকে কোৱা হয় যে, শোকৰ কোনো প্ৰয়োজন নাই, গোপীনাথৰ মৃত্যু হোৱা নাই, বৰঞ্চ গোপীনাথ অমৰহে হ'ল। "কীৰ্ত্তিৰ্যস্য স জীৱতি।"

# বন্তি নুমাল

## শ্ৰীঅমিয়কুমাৰ দাসৰ বিবৃতি

চকুৰ আগৰ পৰা অকস্মাতে খলি থকা বন্তি নুমাল। চাৰিওফালৰ পৰা ক'লা ভাৱবে আৱৰি আহিছে। এনে এটা মানসিক অৱস্থা লৈ কি কওঁ, কেনেকৈ মনৰ কথা বুজাই কওঁ তাকে ভাবিছোঁ।

আমাৰ মৰমৰ সহকৰ্মী আৰু নেতা ৺গোপীনাথ বৰদলৈ আজি আমাৰ মাজত নাই। অকস্মাতে তেওঁক আমাৰ মাজৰ পৰা নিষ্ঠুৰ নিয়তিয়ে আঁতৰাই নিলে। সিদিনা পুৱতী নিশা এই বাতৰি বজ্ৰৰ দৰে পৰিল।

তেওঁৰ লগত মোৰ ব্যক্তিগত সম্পৰ্ক বহুত দিনৰে পৰা। পৰিয়াল হিচাপে সম্পৰ্ক এপুৰুষৰ আগৰ। পুৰণি কথা সুঁৱৰিবৰ সকাম নাই। উদাৰ আৰু বহল মনৰ পৰিচয় পাই ছাত্ৰ জীৱনতেই তেওঁৰ প্ৰতি আকৃষ্ট হওঁ।

তেওঁৰ লগত ঘনিষ্ঠতা ডাঠ হৈ উঠে ১৯২১ চনত গান্ধীজীৰ আহ্বানত দেশৰ মুক্তিৰ বাবে যেতিয়া তেওঁ অসহযোগ আন্দোলনত যোগ দিয়ে।

আমাৰ দেশৰ এই কেইবছৰৰ ঘটনাবলী সকলোৰে মনত পৰিস্ফুট হৈ আছে। অসমৰ বুৰঞ্জীত এই কেবছৰৰ কথা আৰু তেওঁৰ বৰঙণি সদায়ে জিলিকি থাকিব। যি সাহ ধৈৰ্য্য আৰু দূৰদৰ্শিতাৰে এই কেইবছৰৰ জটিল সমস্যা বিলাকৰ সমাধানৰ কামত তেওঁ আগ বাঢ়িছিল সেইবিলাক সকলোৰেই মনত ফট্‌ফটীয়া হৈ আছে।

বন্তি নুমাল বুলি কৈছোঁ, কিন্তু মোৰ মনলৈ আহিছে মোৰ কথাষাৰ ভুল। যি বন্তি আমাৰ মাজত জ্বলি অসম মাতৃৰ মুখ ভাৰতত উজ্বলাইছিল সেই বন্তি সাধাৰণ (নুমাবৰ) বন্তি নহয়।

বিশ্বৰ এজন মহাপুৰুষ বাপুজীৰ জীৱনৰ প্ৰভাৱত সেই বন্তি জ্বলিছিল। বাপুজীৰ আদৰ্শ আৰু অহিংসাৰ বাটত চলিবলৈ যত্ন কৰিছিল। সেই চিৰন্তন উজ্বল পোহৰত উজ্বল হোৱা বন্তি কেতিয়াও নুমাব নোৱাৰে।

আমাৰ সমুখত দুৰ্গম বাট এতিয়াও পৰি আছে। গন্তব্যস্থল বহুত দূৰত। সন্মুখত অসংখ্য বাধাৰ প্ৰাচীৰ। এই সময়ত আমাৰ মাজত মৰমৰ নেতাক নেদেখি ভয়ত বিহ্বল হলে নচলিব। বুকুত বল বান্ধি তেওঁ দেখুৱাই দিয়া পথেদিয়েই খোজ লব লাগিব।

আজি তেওঁৰ শ্ৰাদ্ধ তিথিত তেওঁৰ আত্মাৰ সদগতিৰ অৰ্থে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাওঁতে আমি সত্যৰ বাটত এডাল চুলিমানো পিছুলি নপৰোঁ যেন। এই সঙ্কল্প লোৱাটোৱেই হৈছে ডাঙৰ প্ৰাৰ্থনা।

প্ৰাণ এৰিবৰ আগলৈকে তেওঁৰ মনৰ আকাঙ্ক্ষা আৰু যত্ন আছিল কেনেকৈ পৰ্ব্বত আৰু ভৈয়ামক এডাল লোলেৰে বান্ধিব পাৰি। তেওঁ শেষ কৰিব নোৱাৰা কথাখিনি কেনেকৈ শেষ কৰিব পাৰি, তাৰ সঙ্কল্প লব পাৰিলে তেওঁৰ আত্মাই শান্তি পাব নিশ্চয়।

## ডাঃ শ্ৰীভুবনেশ্বৰ বৰুৱাৰ বিবৃতি

ছাত্ৰ জীৱনতে দেশসেৱাৰ সকলো আহিলাপাতি লৈ ১৯২১ চনৰে পৰা মহাত্মা গান্ধীৰ অনুপ্ৰেৰণাৰে দেশসেৱাত ব্ৰতী হৈ জিৰণি নোলোৱাকৈ মৃত্যুৰ দিনলৈকে দেশৰ সেৱা কৰিলে আমাৰ মৰমৰ নেতা গোপীনাথ বৰদলৈ ডাঙৰীয়াই।

তেখেত ধীৰ মৰমিয়াল, অল্পভাষী, ঈশ্বৰ বিশ্বাসী, সদায় চিন্তাশীল আৰু কৰ্ত্তব্য পৰায়ণ আছিল। তেখেতৰ মৃত্যুত ভাৰতৰ ৰাজনীতিজ্ঞ ৰাজেন্দ্ৰপ্ৰসাদ, জৱাহৰলাল নেহৰু, চৰ্দাৰ পেটেলকে আদি কৰি দেশসেৱকসকলে যি ভাষাত তেখেতৰ গুণ বখানি সমবেদনা জনাইছে তাৰ পৰা অসমবাসীয়ে গৌৰবৰে অনুভৱ কৰিছে যে এই একনিষ্ঠ, নিস্বাৰ্থ দেশসেৱকে ভগা শৰীৰৰে দিনে ৰাতিয়ে জিৰণি নোলোৱাকৈ খাটি অসমৰ মৰ্য্যাদা বঢ়ালে। ভাৰতৰ ৰাজনীতিৰ সঙ্কট অৱস্থাটো দেশৰ নানান সমস্যা সমাধানত তেখেতৰ পৰামৰ্শ বহুমূলীয়া বুলি ভাৰতীয় নেতাসকলে স্বীকাৰ কৰাত অসমবাসী আজি গৌৰবান্বিত হৈছে।

পুৰণিকলীয়া ঋষিৰ আশ্ৰমৰ দৰে আশ্ৰম পাতি মেধাবী ঋষিসকলক দেশ বিদেশৰ পৰা বিচাৰি আনি অসমৰ ডেকা-গাভৰুক সেই আশ্ৰমত ঋষিসকলৰ লগত একেলগে ৰাখি, শিক্ষা দি মহাত্মাৰ আহিৰে দেশসেৱক তৈয়াৰ কৰিবলৈ কল্পনা কৰি প্ৰতিষ্ঠা কৰা গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম মেডিকেল কলেজ তেখেতে চালুকীয়া অৱস্থাতেই এৰি যাবলগীয়া হ'ল। পৰ্ব্বতীয়া পিচ পৰি থকা ভাই-ভনীসকলক ভৈয়ামৰ সকলেৰে সৈতে লগ লগাই সোণৰ অসম গঢ়াৰ আঁচনিৰ আৰম্ভণিতে দুৰ্ভগীয়া অসমে তেখেতক হেৰুৱালে।

এতিয়া সেই আঁচনি আৰু কেচুৱাতে এৰি থৈ যোৱা অনুষ্ঠানবিলাক তেখেতৰ আদৰ্শৰে গঢ়ি তোলাৰ মহাভাৰ তেখেতৰ সহকৰ্ম্মী আৰু ৰাইজৰ ওপৰত। তেখেতৰ আধৰুৱা কাম সুচাৰুৰূপে সমাধা কৰিবলৈ তেখেতে সাৱথি দি গৈছে তেখেতৰ কৰ্ম্মময় জীৱনৰ আহি। ঈশ্বৰক খাটো এৰেই আমাক এই গুৰুভাৰ লবলৈ প্ৰেৰণা যোগাওক।

## শ্ৰীনীলমণি ফুকনৰ বিবৃতি

দেশভক্ত তৰুণৰাম ফুকনৰ আকৰ্ষণী শক্তি আৰু কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ উদ্দীপ্ত কৰ্ম্ম প্ৰেৰণাৰ সংস্পৰ্শত গুৱাহাটীৰ যিসকল ডেকা দেশ-সেৱা ব্ৰতত ব্ৰতী হৈ উঠিল, গোপীনাথ বৰদলৈ তাৰে অন্যতম আছিল। ল'ৰা কালৰে পৰা গোপীনাথ অমায়িক, ধীৰ, স্থিৰ আৰু সকলো কথাকে টলকি চোৱা স্বভাৱৰ আছিল। তেওঁৰ স্বভাৱত ক্ষিপ্ৰতা বোলা বস্তুটো নাছিল। দেশৰ, দহৰ, হিত-চিন্তা তেওঁৰ ধ্যানৰ বস্তু কৰি তুলিছিল। গান্ধীবাদত অটল বিশ্বাসী বৰদলৈ ডাঙৰীয়াৰ সকলো কামতে সত্য, নিষ্ঠা, অহিংসা-ভাব, আগোচতে সকলো কথাৰ মীমাংসা কৰিব পৰা গুণ ফুটি উঠিছিল। অসমীয়া সংস্কৃতি, আচাৰ-ব্যৱহাৰ, সুৰঞ্জীমূলক কাৰণত চিৰকাল পৰ্ব্বত ভৈয়ামৰ মাজত যি এটি সূক্ষ্ম সম্বন্ধ চলি আহিছে, তাক সঞ্জীৱিত কৰি তোলাই তেওঁৰ আপ্ৰাণ চেষ্টা আছিল। দেশ স্বাধীন হোৱা দিনৰ পৰা ব্ৰহ্মপুত্ৰত

খলকনি লগাই পৰ্ব্বততো তাৰ প্ৰতিধ্বনি তুলি যি বিলাক প্ৰতিক্ৰিয়াশীল সমস্যাই দেখা দিবলৈ ধৰিলে, তাৰ মাজত তেওঁ বিহ্বল নহৈ "পাৰ কৰা ৰঘুনাথ" বিশ্বাসৰ গুৰিবঠা ধৰি নিৰ্ভয়ে গৈ আছিল।

আজি বৰদলৈ অন্তৰীক্ষ লোকত। তাৰ পৰাই তেওঁ এতিয়া আমাৰ গতি-বিধি নিৰীক্ষণ কৰি থাকিব। এতিয়া তেওঁ এৰি থৈ যোৱা অসম্পূৰ্ণ কামবিলাক যদি আমি একমন একপ্ৰাণ হৈ সমাধা নকৰোঁ, তেওঁৰ মুক্ত আত্মাই আকৌ বন্ধন-দুখ অনুভব কৰিব। দেশবাসীৰ দায়িত্ব এতিয়া আৰু বাঢ়িল। আজি সমস্যাবহুল অসম দেশ আকৌ সম্পূৰ্ণ "সোণৰ অসম" কৰি তোলা আমাৰ কৰ্ত্তব্য হব। মৃতকৰ আত্মাৰ সদগতিও তাতেই।

বৰদলৈ ডাঙৰীয়াই নিজ পৰিয়ালৰ স্বকীয়া সুখ-সচ্ছন্দতাৰ কথা ভাবিব পৰা নাছিল। এতিয়া সেই ঠেকছিগা পৰিয়ালৰ একমাত্ৰ সান্ত্বনাৰ কথাতে ভাৰতৰ ঈমূৰৰ পৰা সিমূৰলৈকে কোটি কোটি নৰ-নাৰীয়ে তেওঁৰ পবিত্ৰ নামত শ্ৰদ্ধাঞ্জলি যাচিছে। এই সমবেদনাই তেওঁ-লোকৰ দুঃসহ বেদনা যেন কিছুদূৰ পাতলায়, ইয়াকে ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনালোঁ।

বৰদলৈদেৱ! তুমি তিনিকুৰি বছৰতে ছকুৰি বছৰৰ কাম সাধি আজি অমৰলোকৰ পৰা জাতিৰ শিৰত নিশ্চয় অমৃত বৰষি থাকিবা। শৰীৰ লৈ গলা সঁচা, কিন্তু জাতিৰ মৰ্ম্ম-স্থলীৰ পৰা স্মৃতিখিনি যাব কলৈ?

## শ্ৰীহেৰম্ব প্ৰসাদ বৰুৱাৰ বিবৃতি

আমাৰ অতি চেনেহৰ নেতা গোপী বৰদলৈ আজি আমাৰ মাজত নাই—তেখেত এতিয়া স্বৰ্গলোকত। সেই কাৰণে আজি মোৰ বিষাদৰে ভৰা হৃদয়ৰ পৰা মোৰ শ্ৰদ্ধাঞ্জলিৰ তৰ্পণ তেখেতলৈ আগবঢ়ালোঁ। স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱক মই প্ৰথমে ১৯১০ চনত কলি-কতাৰ স্কটিছ্-চাৰ্চ কলেজৰ বাসভবন "লেডী জেইন ডাণ্ডাছ হোটেলত" ছাত্ৰ অৱস্থাত লগ পাওঁ। তেখেত তেতিয়া ইতিহাসত অনাৰ্ছ লৈ চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়ে আৰু ময়ো সেই বাসভবনতে থাকি প্ৰথম বাৰ্ষিক শ্ৰেণীত সোমাওঁ। তেখেতৰ সেই সময়ৰ অন্তৰঙ্গ বন্ধু আৰু সহপাঠীসকলৰ ভিতৰত তেজপুৰৰ চৰকাৰী উকীল শ্ৰীচন্দ্ৰনাথ শৰ্মা বি-এল, শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা, বি-এ, স্বৰ্গীয় তাৰাপ্ৰসাদ চলিহা বি-এ, এল-এল-বি, বাৰিষ্টাৰ-এট-ল, গোৱাল-পাৰাৰ স্বৰ্গীয় ৰাজীৱলোচন চক্ৰবৰ্ত্তী এম-এ-বি-এল, আদি লোকসকলৰ নাম মোৰ মনত পৰে।

ছাত্ৰ হিচাপে বৰদলৈদেৱ চোকা ল'ৰা আছিল। তেখেতে সদায় বৃত্তি ধৰি গৈছিল। এই ছাত্ৰবাসত প্ৰায় ৪০ জনমান বঙ্গালী আৰু ২০ জনমান অসমীয়া ছাত্ৰ আছিল। বৰদলৈ দেৱ তাৰ ভিতৰত এজন জনপ্ৰিয় সৰ্ব্বৰহী ছাত্ৰ আছিল। তেখেতৰ পঢ়াশুনাত যেনেকুৱা ধাপ আছিল, খেল-ধেমালি আৰু গান-বাজনাতো সেইদৰেই ধাউতি আছিল। তেখেতৰ লগত মই "প্ৰিয় বৰ্ণজীৱ" খেলা চাবলৈ আৰু বালিগঞ্জ, ইডেন গাৰ্ডেন, কোচবিহাৰ মহাৰাজৰ উড্‌লেণ্ড্‌ছ আদি ঠাইলৈ যোৱা আজিও মনত পৰে। তেখেতে নিজে কলেজ টিমত ক্ৰিকেট খেলিছিল আৰু দুই এটা আন টিমতো মাজে সময়ে যোগ দিছিল। টেনিচতো বৰদলৈদেৱ সুনিপুণ খেলোৱাৰ আছিল আৰু ময়ো তেখেতৰ লগত সাৰ্কাছ কোৱাৰত সদায় আবেলি টেনিচ খেলিবলৈ গৈছিলোঁ। টেনিচ খেলিও তেখেতে গধুলি "অভাৰটুন হলত" বিলিয়াৰ্ডছ্ খেলি-

বলৈ সময় উলিয়াইছিল। বৰদলৈদেৱে সঙ্গীত যে ভাল পাইছিল সেয়ে নহয়, তেখেতে এজন সুগায়কো আছিল।

তেখেতৰ পুৰুষসুলভ গম্ভীৰ সুকণ্ঠৰ "অনন্ত সাগৰ মাজে দাও তৰী ভাসাইয়ে" আৰু "আই, মহাসিন্ধুৰ ওপাৰথেকে কি সঙ্গীত ভেসে আসে ?" এই গান দুটা আজিও মোৰ কাণত প্ৰায়েই বাজি থাকে। তেখেত ইমান আবেগ আৰু আন্তৰিকতাৰে এই গান দুটা গাই-ছিল যে আজিও ভাবিলে তেনেকুৱা লাগে যেন তেতিয়াই তেখেতে মহাসিন্ধুৰ সিপাৰৰ পৰা মহাযাত্ৰাৰ আহ্বান পাইছিল। তেখেতৰ লগত একে কোঠাতে মই দুবছৰ থাকিবলৈ সুযোগ পাইছিলোঁ আৰু তেখেতৰ গানত মুগ্ধ হোৱাৰ দৰেই গুণতো মুগ্ধ হৈছিলোঁ। তেখেতে মোক সৰু ভায়েকৰ নিচিনাকৈ সদায় মৰম কৰিছিল আৰু মযো তেখেতক নিজৰ ককাইৰ দৰেই শ্ৰদ্ধা কৰিছিলোঁ। তেখেতৰ আচাৰ-ব্যৱহাৰ, স্বভাৱ-চৰিত্ৰ যেনেকৈ নিৰ্ম্মল আছিল, পিন্ধা-উৰা কাপোৰ কানিও সেইদৰে নিকা আৰু পৰিপাটি আছিল। ইতিহাসত এম-এ পঢ়োতে পৃথিবীৰ কোন দেশত কোন মহাপুৰুষে সমাজৰ তথা দেশৰ সুখ সমৃদ্ধি স্বাধীনতা আদিৰ নিমিত্তে কি কৰিছিল তাক তেখেতে বৰ আবেগেৰে আমাক কৈ বৰ ভাল পাইছিল। তেতিয়াই তেখে-তৰ দেশৰ প্ৰতি অনুৰাগ ফুটি ওলাইছিল। এম-এ পৰীক্ষাত বিশ্ববিদ্যালয়ত উচ্চ স্থান পাই উত্তীৰ্ণ হৈ আৰু বি-এল পাচ কৰি কলেজত অধ্যাপনা কৰিবলৈ আহ্বান পায়ো বৰদলৈদেৱ দেশসেৱাত ব্ৰতী হৈছিল। এই দেশ সেৱাৰ ব্ৰতত্তে আকোৱালি ধৰি তেখেতৰ ওকালতি এৰি দি নিজৰ সুখ স্বচ্ছন্দতা বিসৰ্জন কৰি, অনেক বিপৰ্য্যয়ৰ মাজেদি গৈ, নিৰ্য্যাতন ভোগ কৰি, বৰদলৈদেৱে অসমী-আইক তথা ভাৰতক সেৱা কৰিবলৈ ধৰিলে আৰু এই দেশ সেৱাতেই অতি কঠোৰ পৰিশ্ৰম কৰি আমাৰ নিমিত্তে নিজক উছৰ্গা কৰি আমাক এৰি হঠাতে আঁতৰিলে। নেতা হবলৈ যিখিনি গুণ লাগে বৰদলৈদেৱৰ গাত সকলোখিনিয়েই বৰ্ত্তমান আছিল। তেখেত এজন স্বভাৱসিদ্ধ ভদ্ৰলোক। অসমৰ বাহিৰে ভাৰতৰ অন্য ঠাইত অসম আইৰ মুখ উজ্জল কৰিছিল একমাত্ৰ বৰদলৈদেৱে। আজি বৰদলৈহীন অসম তেনেই উকলা হৈ পৰিছে। তেখেত আজি নাই যদিও তেখেতৰ স্মৃতি সদায় আমাৰ মনত জাগৰিত হৈ থাকিব। তেখেতৰ মহান আদৰ্শই আমাক যেন সদায় পথ দেখুৱাই যায়। তেখেতৰ আত্মাৰ চিৰশান্তি কামনা কৰি, মোৰ চেনেহ আৰু শ্ৰদ্ধাতৰ্পণ তেখেতলৈ পুনৰ নিবেদন কৰি পৰমেশ্বৰৰ চৰণত মূৰ দোৱালোঁ।

## শ্ৰীনলিনীবালা দেৱীৰ বিবৃতি

ভাৰতৰ মুক্তি আন্দোলনত সোঁমাৰি দি উঠা অসমৰ জাতীয় জাগৰণৰ মুক্তি ব্ৰতী সকলৰ মাজত স্বৰ্গীয় গোপীনাথ বৰদলৈও অন্যতম। সেই সুদূৰ ১৯২১ চনৰ পৰা তেখেতে মহাত্মা-গান্ধীৰ আদৰ্শ শিৰত লৈ জীৱনৰ শেষ মুহূৰ্ত্তলৈকে দেশৰ সেৱা কৰি গ'ল। আজি মুক্তিব্ৰতী সকলৰ ভিতৰত সৌভাগ্যবান বৰদলৈয়ে স্বাধীন অসমৰ জয় পতাকা হাতত লৈ স্বাধীনতাৰ বিজয় মুকুট পিন্ধি স্বাধীন অসমৰ প্ৰধান মন্ত্ৰীৰূপে অসমৰ শাসনৰ গুৰুদায়িত্ব বহন কৰিলে জীৱনৰ শেষ নিশ্বাস পেলোৱালৈকে। নানা সমস্যাবহুল অসমৰ জটিল পৰিস্থিতিৰ সু-সমা-

ধানৰ চিন্তাত তেখেতে এঁদিনো অৱসৰ নাপালে। ঈশ্বৰ বিশ্বাসী—গীতাজ্ঞানী অন্তৰতে তেখেতে প্ৰত্যেকটি দেশৰ কাৰ্য্য পৰিচালনা কৰিছিল। পিচ পৰি থকা অসমৰ পৰ্ব্বতীয়া অঞ্চলবোৰৰ উন্নয়ন পৰিকল্পনা এখনি বৃহত্তৰ অসমৰ প্ৰতিষ্ঠা কৰাই আছিল বৰদলৈৰ সপোন। আদৰ্শ নেতা বৰদলৈৰ আদৰ্শই তৰুণ অসমক উদ্বুদ্ধ কৰক, ভগবানৰ ওচৰত তেখেতৰ আত্মাৰ শান্তিৰ হকে প্ৰাৰ্থনা জনাওঁ। শোক সন্তপ্ত পৰিয়াললৈ সমবেদনা জনালোঁ।

## শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰীৰ বিবৃতি

দেশপ্ৰিয় গোপীনাথ বৰদলৈৰ হঠাৎ অকাল মৃত্যুত খন্তেকৰ কাৰণে উৱাদিহ হেৰুৱাই সেই বাল্যকালক আগুৰি বহু কথা আজি মনত পৰিছে। একেখন স্কুলত নপঢ়িলেও ছাত্ৰ-জীৱনৰ পৰাই তেওঁ খেল-ধেমালি, গান-বাজনা, সভা-সমিতি সকলোতে আমাৰ লগৰীয়া আছিল। তেখেতৰ ছাত্ৰ জীৱনৰ সেই মোহলগা ধীৰ স্বভাৱটোৱেই যুগে যুগে জাতিস্কাৰ হৈ মৃত্যুৰ আগলৈকে আমাক সকলোকে আনন্দ দিছিল। শ্ৰীগোপীনাথ বৰদলৈ সৰুৰে পৰাই সঙ্গীত আৰু সাহিত্য ৰসিক, গায়ক, আৰু ক্ৰিকেট খেলুৱৈ আছিল। ৰাজনৈতিক ক্ষেত্ৰতো তেওঁ আনৰ দৃষ্টিভঙ্গী আৰু চিন্তাধাৰা গ্ৰহণ কৰিব পৰা মনৰ পৰিসৰ আছিল। বহুত সময়ত অসমৰ ৰাজনৈতিক পৰিস্থিতিলৈ তেওঁৰ লগত আমাৰ বহুত তৰ্ক-বিতৰ্ক, বাক-বিতণ্ডা হৈছিল। কিন্তু শেষত আমাৰ মতকেই মানি লৈ সংৰক্ষিণী সভা আৰু জাতীয় মহাসভাৰ কামত নিহিত আৰু মৌখিক পৰামৰ্শৰে আমাক বহুত সহায় কৰিছিল। দেশপ্ৰিয় বৰদলৈ ৰাজহুৱা জীৱনৰ প্ৰথম কিস্তিত অসম আৰু অসমীয়াৰ সমস্যা সম্বন্ধে আমাৰ মতৰ মৰ্ম্ম বুজিবলৈ অস্বীকাৰ কৰিছিল যদিও দ্বিতীয় কিস্তিত তাৰ সত্যতা আৰু আৱশ্যকতা বুজি সংৰক্ষিণী সভাৰ সভাপতিও হৈছিল। কংগ্ৰেছৰ জৰিয়তে ৰাজনৈতিক ক্ষমতা লাভৰ পাছত এই মৰ্ম্মত কাম কৰিবলৈ সদায় উৎসুক আছিল আৰু কৰিছিলোঁ। তেওঁ মোক সদায় কৈছিল—"ৰায় চৌধুৰী, মই আপোনাৰ আদৰ্শ অনুসৰণ কৰিয়েই কাম কৰি আছোঁ আৰু কৰি থাকিম। কিন্তু তাত যাতে ভাৰতৰ বিৰাট একত্বৰ আঘাত নপৰে তাৰ ফালেও লক্ষ্য নেৰাখি নোৱাৰোঁ।" তেওঁ ৰাজহুৱা জীৱনৰ প্ৰথম অৱস্থাত অসম আৰু অসমীয়াৰ সমস্যা সম্বন্ধীয় আমাৰ মতৰ মৰ্ম্মটো ভাল দৰে উপলব্ধি কৰিবলৈ যত্ন নকৰি যেন হৈ অহা সমস্যাৱলীৰ জালত জড়িত হৈ পৰাত, এই সমস্যাবোৰৰ সপক্ষে পূৰাভাৱে কাম কৰিবলৈ অসুবিধা পাইছিল যদিও, সেইবোৰ সমাধানত আন্তৰিকতা যথেষ্ট দেখুৱাইছিল।

অসম জাতীয় মহাসভাৰ আদৰ্শ আৰু পৰ্ব্বত ভৈয়ামৰ সন্মিলনত অসমীয়া জাতি গঠনৰ কৰ্ম্মপদ্ধতি দেশপ্ৰিয় বৰদলৈয়ে পূৰাকৈ সমৰ্থন কৰিছিল আৰু মোক কংগ্ৰেছ খনকেই জাতীয় মহাসভা কৰি লবলৈ কৈছিল। নতুন আইনৰ নিৰ্দ্দেশ মতে পৰ্ব্বত কেখনত উপদেষ্টা পৰিষদ পাতি এটাই অসমৰ ৰাজ্যভাষা ঘোষণাত উত্তৰ হোৱা সুবিধা অসুবিধাৰ কথাটো গুৱাহাটীত ৬ আগষ্টৰ প্ৰেছ কনফাৰেঞ্চত আমাৰ লগত বিবৰি কবলৈকে দেশপ্ৰিয় বৰদলৈয়ে ৫ আগষ্টত গুৱাহাটীলৈ আহে আৰু ৰাতি কুমাৰ ভাস্কৰ নাট্য মন্দিৰত পতা সহ-অভিনয় চাই উঠি সেই ৰাতিয়েই নিজ ঘৰলৈ গৈ অন্তৰ্দ্ধান হয়। তেওঁৰ পৰ্ব্বত-ভৈয়াম আৰু ৰাজ্যভাষা সমস্যা সমাধান কৰাৰ দিহা পৰামৰ্শৰ পৰা আমি বঞ্চিত হলোঁ। দেশপ্ৰিয় বৰদলৈৰ হঠাৎ অকাল মৃত্যু ঘটিল।

## শ্ৰীচন্দ্ৰনাথ শৰ্ম্মাৰ বিবৃতি

আমাৰ ভূতপূৰ্ব মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈ মোৰ অতি অন্তৰঙ্গ বন্ধু আছিল। কলিকতা প্ৰবাসী ছাত্ৰ হিচাপে দুয়ো সহৃদয়তাৰে একেলগে থাকি বহুতদিন কটালোঁ। আমাৰ দুয়োৰে ভিতৰত অলপো ভেদ ভাব নাছিল। ১৯২১ খৃঃত দুয়ো একেলগে যোগ দিলোঁ অসহযোগ আন্দোলনত। তেওঁৰ অন্তৰ আছিল অতি কোমল। ঈশ্বৰত বিশ্বাস তেওঁৰ গভীৰ কিন্তু কাৰো আগত প্ৰকাশ নকৰিছিল। সৰু-বৰ সকলোৰে প্ৰতি সমদৃষ্টি আছিল। আৰম্বড়হীন আছিল তেওঁৰ জীৱন। আত্মবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত হৈ তেওঁ সৰল সত্তাৰ হৃদয়ত ধাৰণ কৰি সকলো কাৰ্য্যকে কৰি গৈছিল। মিছাক ঘিণ কৰিছিল, সত্যই জীৱনৰ একমাত্ৰ সম্বল বুলি ভাবি সত্যৰ পৰা যাতে কেতিয়াও বিচলিত নহয় তাৰ বাবে সদায় সচেষ্ট আছিল। দেশ-মাতৃকাৰ প্ৰতি তেওঁৰ অগাধ প্ৰেম আৰু অতি নিষ্ঠাৰে সেৱা কৰিছিল তেওঁ নিজৰ মাতৃ-ভূমিক। মন আছিল তেওঁৰ আৰ্চীৰ দৰে স্বচ্ছ; অন্তঃকৰণ উচচ আৰু উদাৰ। আচৰণ আছিল মধুৰ—মুখত আছিল কমনীয়তা দেখিলেই মন যায় ভাল পাবৰ। কাকো কেতিয়াও অনিষ্ট কৰিব নোৱাৰিছিল—তেওঁ শত্ৰুৰ প্ৰতিও দেখুৱাব পাৰিছিল উদাৰতা। নিষ্কাম ভাবৰ দ্বাৰা প্ৰণোদিত সকলো কথা লব পাৰিছিল তেওঁ Sportsman like spirit ৰ দ্বাৰা। ধৈৰ্য্য আছিল অসীম, ক্ষমা আছিল ভূষণ। পঢ়াত আছিল ধাউতি। কৰ পৰা শক্তি আছিল কম কিন্তু জ্ঞান আছিল গভীৰ। বস্তুৰ প্ৰতি নাছিল তেওঁৰ মোহ—সৎ পথত থাকি যি আহে তাৰেই জীৱিকা নিৰ্বাহ—এয়েই আছিল তেওঁৰ জীৱনৰ লক্ষ্য। এনে এজন নিষ্কাম দেশ সেৱকক অকালতে হেৰুৱাই সঁচাকৈয়ে অসমত ক্ষতি অপূৰণীয় আৰু মোৰ নিজা যি গ'ল তাক আৰু কি কম!

## অভিনন্দন পত্ৰ : নমুনা

### অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীল শ্ৰীযুক্ত গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ কৰকমলেষু

শ্ৰদ্ধেয় মুখ্যমন্ত্ৰী,

অসম প্ৰদেশৰ মিকিৰ পাৰ্বত্য অঞ্চলৰ জিলা পৰামৰ্শকাৰী সভা উদ্বোধন কৰিবৰ কাৰণে আজি আপুনি ইয়ালৈ আগমণ কৰাত মিকিৰ পাহাৰৰ সকলো অধিবাসীৰে হৈ আপোনাক আন্তৰিক অভিনন্দন জনাইছোঁ।

আন অঞ্চলৰ দৰে মিকিৰ পাৰ্বত্য অঞ্চলৰ উন্নতিৰ কাৰণে পৰামৰ্শকাৰী সভা স্থাপনে মিকিৰ জাতীয় জীৱনৰ এটি নতুন অধ্যায়ৰ সূচনা কৰিছে বুলি আমি উপলব্ধি কৰিছোঁ। এই এটি মহৎ ক্ষণত আপোনাক আমাৰ মাজত পাই আমি গৌৰব অনুভৱ কৰিছোঁ। মিকিৰ পাৰ্বত্য অঞ্চলক সুকীয়া জিলাত পৰিণত কৰাৰ চেষ্টা আপোনাৰ মন্ত্ৰীসভাৰ নেতৃত্বতে হৈছে আৰু আমি আনন্দিত হৈছোঁ। এই জিলা স্থাপনৰ কাৰ্য্য প্ৰায় সম্পূৰ্ণ হৈছে। সীমা নিৰ্দ্ধাৰণ কমিছন বহি সীমা স্থিৰ কৰি দিয়াৰ পিছতো আকৌ সীমা নিৰ্দ্ধাৰণ কাৰ্য্যৰ কাৰণে সীমা নিৰ্দ্ধাৰণ কমিছন আহিব বুলি শুনি আমি দুঃখিত হৈছোঁ।

মিকিৰ পাৰ্বত্য জিলা গঠন কৰাৰ কাৰ্য্য আশাতীত ৰূপে আগবাঢ়িব পৰা নাই দেখি সকলো মিকিৰ ৰাইজে এই বিষয়ে সন্দিহান হৈছে।

আশাকৰোঁ আপোনাৰ নেতৃত্বত মিকিৰ পাৰ্বত্য জিলা গঠনকাৰ্য্য অনতিপলমে সম্পূৰ্ণ হব আৰু যিখিনি ঠাই আজিলৈকে মিকিৰ আংশিক বহিস্কৃত অঞ্চল হিচাপে পৰিগণিত হৈ আহিছে এই সকলোবিলাক মিকিৰ পাৰ্বত্য জিলাত ভুক্ত হব লাগে বুলি সকলো মিকিৰ ৰাইজে দৃঢ়মত প্ৰকাশ কৰি আহিছে। আমাৰ বিশ্বাস আপুনি আৰু আপোনাৰ মন্ত্ৰীসভাই আমাৰ ৰাইজৰ এই জনজাতিৰ প্ৰতি সম্পূৰ্ণ লক্ষ্য ৰাখিব।

অফুৰন্ত মূল্যবান খনিজ, উদ্ভিদ, আৰু অন্য পদাৰ্থৰে সমৃদ্ধিশালী এই মিকিৰ পাৰ্বত্য অঞ্চলৰ সকলো অধিবাসী অত্যন্ত দৰিদ্ৰ। অধিকসংখ্যক অধিবাসীয়েই বছৰৰ বেছিভাগ কাল আকালৰ মুখত পৰে। পৰিশ্ৰমৰ অনুপাতে জীৱিকা নিৰ্বাহৰ সম্বল তেওঁলোকে সংগ্ৰহ কৰিব নোৱাৰি দিনক দিনে দৰিদ্ৰ হৈ গৈছে আৰু ইয়াৰ মুখ্য কাৰণ শিক্ষা আৰু যাতায়তৰ অভাৱ। গোটেই মিকিৰ পাৰ্বত্য অঞ্চলত মাত্ৰ দুখন চৰকাৰী মধ্যইংৰাজী স্কুল আছে। কিন্তু তাৰো অৱস্থা অত্যন্ত শোচনীয়। এই অৱস্থাৰ দ্ৰুত পৰিবৰ্তনৰ আৱশ্যক হৈছে আৰু সেইবাবে আমি বিনীত ভাবে আপোনাক গোহাৰি জনাইছোঁ যাতে মিকিৰ পাৰ্বত্য অঞ্চলৰ জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ বাবে বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা আপুনি শীঘ্ৰে হাতত লয়।

মিকিৰ পাৰ্বত্য অঞ্চলত যাতায়তৰ অসুবিধাই এই অঞ্চলৰ উন্নতিৰ প্ৰধান অন্তৰায় হৈছে। চৰকাৰে কামপুৰৰ পৰা বৈঠালাংছু আৰু দিফুৰ পৰা মহং দিজুৱাললৈ মাত্ৰ আলিবাট বান্ধিবৰ কাৰণে কাম হাতত লৈয়ো ব্যয় সঙ্কোচৰ কাৰণে স্থগিত ৰাখিলে। মিকিৰ অঞ্চলৰ কাৰণে অতি প্ৰয়োজনীয় আলিবাট দুটাৰ কাম স্থগিত ৰখাত আমি প্ৰকৃততে হতাশ হৈছোঁ। এই অঞ্চলৰ অসুবিধালৈ চাই এই কাৰ্য্য পুনৰ হাতত লব লাগে, এয়ে আমাৰ সনিৰ্ব্বন্ধ অনুৰোধ।

ৰোগ চিকিৎসাৰ বিষয়তো এই অঞ্চল অতি পিছপৰা। গোটেই মিকিৰ পাৰ্বত্য অঞ্চলত মাত্ৰ দুখন চিকিৎসালয় আছে; কিন্তু তাতো ভাল ডাক্তৰ আৰু লাগতিয়াল দৰৱ-পাতিৰ অভাৱ হৈ থকাত মিকিৰ ৰাইজৰ ক্ষতি হৈছে। ইয়াৰ যথোচিত ব্যৱস্থা সোনকালে লব বুলি আশা কৰিছোঁ।

আমাৰ বিশ্বাস আপুনি আমাৰ মাজলৈ আহি আমাৰ সমস্যাবিলাকৰ বিষয় জানিব পাৰিছে। বৃটিছ সকলৰ দিনত সম্পূৰ্ণ অৱহেলিত হৈ থকা এটি পুৰণি উপ-জাতিয়ে আজি আপোনাৰ নেতৃত্বত উন্নতি পথৰ সন্ধান পাইছে। আমাৰ বিশ্বাস, জনপ্ৰিয় মন্ত্ৰী-মণ্ডলীয়ে আমাৰ নিচিনা পিছপৰা জাতিবিলাকৰ কাৰণে বিশেষ মনযোগ দিব।

দেশত প্ৰচাৰিত হোৱা নানা ৰাজনৈতিক আদৰ্শ সমাজত বিভেদৰ সৃষ্টি কৰাতো আমি লক্ষ্য কৰিছোঁ। কিন্তু এই অঞ্চলৰ সকলো ৰাইজেই ৰাজনৈতিক বিভেদকাৰী প্ৰৰোচনাৰ পৰা মুক্ত হৈ বিশ্বাস কৰি আহিছে যে আমাৰ উন্নতিৰ স্থল আৰু ভৰষা জনপ্ৰিয় কংগ্ৰেছ চৰকাৰৰ ওপৰতেই।

দেশৰ হিতাৰ্থে সেৱা কৰিবলৈ, এই প্ৰদেশৰ নেতৃত্ব কৰিবলৈ পৰমেশ্বৰে আপোনাক দীৰ্ঘজীৱি কৰক। এয়ে আমাৰ কামনা—

| | |
|---|---|
| ডিফু<br>মিকিৰ পৰ্ব্বত<br>১৮।৭।৫০ | আপোনাৰ গুণমুগ্ধ<br>মিকিৰ ৰাইজসকল |

## ট্ৰাইবেল চাব কমিটীৰ প্ৰতিনিধি বৰ্গ লৈ অভিনন্দন

অনুন্নত সম্প্ৰদায়ৰ ভাগ্যবিধাতাসকল।

আজি আপোনালোকে যি স্বাধীনতাৰ শুভবাণী আনি সদিয়া অনুন্নত অঞ্চলত পদাৰ্পণ কৰিছেহি আমি সদিয়া মিৰি-আবৰ ছাত্ৰসমূহে আমাৰ আন্তৰিক অভিনন্দন আগবঢ়াইছোঁ। আপোনালোকৰ আগমণে আমাৰ প্ৰাণত নৱ-জাগৰণৰ ঝঙ্কাৰ তুলিছে।

আমি অতি নিঃকিন, আপোনালোকক যথোচিত সাদৰ অভ্যৰ্থনা জনাব পৰা যোগ্যতা আমাৰ এতিয়াও হোৱা নাই। কিয়নো আমি আজি বহুত দিন পৰ্বতে-পাহাৰে হাবিয়ে-বনে অৱহেলিত হৈ আধুনিক সভ্যতাৰ পৰা সম্পূৰ্ণৰূপে বিছিন্ন হৈ আছোঁ।

উপযুক্ত শিক্ষাৰ অভাৱত অজ্ঞতাৰ অন্ধকূপত পৰি আছোঁ। কাজেই আমাৰ নিজৰ প্ৰাপ্য, সুযোগ-সুবিধা নিজে উপভোগ কৰি জগতত মানুহ হিচাপে চিনাকি দিব পৰা নাই।

আমাৰ আৰ্থিক আৰু সামাজিক অৱস্থা নিচেই তল খাপৰ। আমাৰ উন্নতিৰ পথ এতিয়াও তেনেই দুৰ্গম।

আজি আপোনালোকে আমালৈ যি স্বাধীনতা বাণী আনিছে সেই স্বাধীনতাৰ ভাগ গ্ৰহণ কৰিবৰ সুযোগ আমাকো দিব বুলি আমাৰ দৃঢ় বিশ্বাস। আপোনালোকৰ উপস্থিতিত শিক্ষা, দীক্ষা, আৰ্থিক, ৰাজনৈতিক, সামাজিক বিষয়ত অনুন্নত মিৰি-আবৰ সম্প্ৰদায়ৰ প্ৰগতিশীল জগতৰ পিচত খোজ দিব পৰা উন্নতিৰ পথ মুকলি হব বুলি আশাকৰোঁ।

আমাৰ উন্নতিয়েই অসমৰ তথা সদৌ ভাৰতৰ উন্নতি। এই মহাসত্যক সাৰোগত কৰি অনুন্নত মিৰি-আবৰ সম্প্ৰদায়ৰ উন্নতিক ৰূপবান কৰি তুলিবৰ সকলো সুবিধা দি আপোনালোকৰ শুভাগমণ সাৰ্থক কৰে যেন।

| | |
|---|---|
| শদীয়া<br>গৱৰ্ণমেণ্ট উচ্চ ইংৰাজী স্কুল<br>২৬।৫।৪৭ | আপোনালোকৰ চিৰঋণী<br>মিৰি-আবৰ ছাত্ৰসমূহ |

**[ ১৯৪৯ চনৰ ৩০ জানুৱাৰী তাৰিখে অনাতাঁৰ শিলং গুৱাহাটী কেন্দ্ৰৰ পৰা দিয়া আমাৰ মুখ্যমন্ত্ৰী শ্ৰীগোপীনাথ বৰদলৈৰ বক্তৃতা ]**

আজি বছৰৰ শেষৰ দিনত ইয়াৰ কেইমিনিটমানৰ আগতে তেওঁৰ পাৰ্থিব অৱস্থিতি ত্যাগ কৰি আমাৰ প্ৰিয় বাপুৱে আমাৰ মাজলৈ কেতিয়াও ঘূৰি নাহিবলৈ অমৰ সকলৰ মাজলৈ গ'লগৈ। ভাৰতৰ ডাঙৰ ডাঙৰ ভাবুক সকলে পৃথিবীৰ বাহিৰেও এটা চিন্তাৰ

বিষয় হৈছিল সম্ভৱতঃ তেওঁ জীয়াই থকা অৱস্থাটো—পৃথিবীত এই জনলোকে অত্যুচ্চ স্থান অধিকাৰ কৰাত আৰু তেওঁৰ জীৱন-মৰণৰ অসামঞ্জস্য ব্যক্তিত্ব আৰু মহান দৰ্শনৰ কাৰণে। সেইক্ষেত্ৰত ভাৱ প্ৰকাশত মই অলপহে যোগ দিব পাৰোঁ? তথাপি ব্যক্তিগত হিচাপে তেওঁক সকলো মানৱতাৰ পৰা নিজৰ নেতা আৰু শিক্ষক বুলি ভাবিছিলোঁ।

গান্ধী এজন ধৰ্মপ্ৰচাৰক। তেওঁ মহৎসকলৰ দৰে যাব বাহিৰা কাৰ্য্য-পদ্ধতি বিশেষ ঠাইত আবদ্ধ আছিল। তেওঁৰ তৎকালীন কাৰ্য্য আছিল দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয়সকলৰ অশান্তি দূৰ কৰাটো আৰু তেওঁলোকৰ মাতৃভূমিৰ ঘ'ৰ পৰা গৈ তেওঁলোকে কষ্ট ভোগ কৰিছিল। কিন্তু তেওঁ হাতত লোৱা উপায় আৰু প্ৰণালী তেওঁৰ মনোৰথ ফলৱতী কৰিবৰ কাৰণে আৰু তেওঁৰ দ্বাৰা লোৱা গঠনমূলক কাৰ্য্য যদিওবা ভাৰতীয় অৱস্থাতহে আবদ্ধ আছিল প্ৰত্যেক মানৱৰ আগত স্বৰ্গীয় সত্য দাঙি ধৰি তেওঁ শিকাইছিল আৰু অভ্যাস কৰিছিল—যিটো গ্ৰহণ কৰিলে মানৱে শান্তি আৰু সুখ পাব পাৰে।

অতিশয় ভাবপ্ৰৱণ হেতুকে গান্ধীজীয়ে নিজেই ল'ৰাকালতে বিদেশীৰ শাসনৰ কাৰ্য্যৰ দোষ অনুসৰণ কৰিব পাৰিছিল, কিন্তু তেওঁ বিলাতত শিক্ষা সাঙ্গ কৰি ভাৰতলৈ উভতি অহাৰ পিচত যি কালছোৱাত তেওঁ আধ্যাত্মবিদ্যাৰ চৰ্চ্চা কৰিছিল। অসাধাৰণ শক্তিৰে তেওঁ ততালিকে বৈদিশিক শাসনৰ দোষ উপলব্ধি কৰিব পাৰিছিল। দক্ষিণ আফ্ৰিকা, যি দেশলৈ তেওঁ কাৰ্য্যক্ষেত্ৰত পৰি যাব লগা হৈছিল তাৰ পৰা তেওঁ আনকি সকলো ধৰণৰ বৈদেশিক শাসনৰ দোষ জানিবলৈ পাইছিল। উদাহৰণ স্বৰূপে শ্বেতবৰ্ণই আন বৰ্ণৰ মানুহ বিলাকৰ ওপৰত কৰা শাসন আৰু সেই সময়ত তেওঁ ভাৰতলৈ ঘূৰি আহি সাম্ৰাজ্যবাদৰ দোষ উপলব্ধি কৰিব পাৰিছিল যি দোষ গোটেই জগততে বিশেষকৈ এচিয়াত বিয়পিছিল। এইক্ষেত্ৰত বিশেষকৈ মোৰ কাৰণে এই প্ৰণালীৰ বুৰঞ্জী আৰু ক্ৰমোন্নতি বৰ্ণনা কৰা উচিত নহব। কিন্তু গান্ধীজীৰ বিশ্বাস পৰিস্ফুত ভাবে আছিল—পশ্চিমত মানুহক যান্ত্ৰিক ভাবে দাস কৰা— এই কথাই তেওঁক আঘাত কৰিছিল। অতিমাত্ৰা ক্ষমতাৰ গৰ্ব আৰু সম্পত্তি লাভ আৰু দুৰ্বল প্ৰজা আৰু মানুহৰ ওপৰত শাসন কৰিবলৈ ইচ্ছা প্ৰকাশৰ দ্বাৰা তেওঁলোকে দ্ৰুত লোভনীয় আৰু দয়াহীন লগাত পৰিছিল। তেওঁ আগতে প্ৰথম মহাসমৰত জুইলগা ধ্বংস লীলা দেখিবলৈ পাইছিল। দৰ্শকৰ দৰে আগতে দেখা পাইছিল কেনেকৈ জগতখন তিক্ততা আৰু ধ্বংসেৰে পূৰ্ণ হব আৰু তাত শান্তি আৰু সুখৰ কাৰণে ঠাই নাথাকিব যেতিয়ালৈকে সেই যান্ত্ৰিক জাতিবিলাকৰ মাজত অপৰিসীম লোভ আৰু পৰক শাসনৰ কাৰণে ইচ্ছা থাকিব। ভাৰতত তেওঁ নিজেই উপলব্ধি কৰিব পাৰিছিল শাসিত জাতিবিলাকৰ ভিতৰত—যাক সভ্য বুলি ধৰা হৈছিল—তেওঁলোকে কেনেকৈ শাসনৰ জাতীয় শ্ৰেষ্ঠতাৰ ভাবলৈ মানৱ দৈত্যত পৰিণত হৈছিল। তেওঁ সেই কাৰণে থিৰাং কৰিছিল যে এই লৌকিক প্ৰণালীৰ বিৰুদ্ধে যুদ্ধ কৰিব লাগিব যাতে পৃথিৱী আৰু ভাৰতবৰ্ষ শান্তিৰে থাকিব পাৰে।

কিন্তু গান্ধীজী আধুনিক জগতৰ এজন ধৰ্ম-প্ৰচাৰক—তেওঁ জগতত বেয়া শক্তিৰ কঠিন দৰ্শক হিচাপে নহয় নাইবা তেওঁৰ আগত স্পষ্ট কাৰ্য্য পদ্ধতি থকাৰ কাৰণেও নহয়।

এই অন্ধকাৰময় শক্তি বিলাকৰ মাজত নিহিত বেয়া দোষৰ বিৰুদ্ধে যুঁজিবলৈ তেওঁৰ উপায় আৰু প্ৰণালী মানবলৈ অবদান। ইয়াত আকৌ তেওঁ ততালিকে এজন ব্যাখ্যাকাৰক, এজন শিক্ষক আৰু যুগমীয়া মতৰ অনুসৰণকাৰী, যত পৃথিবীত জীৱৰ সৃষ্টি হৈছে, প্ৰতিপালিত হৈ আনন্দত আছে। দুহেজাৰ পাঁচশ বছৰৰ আগেয়ে ভাৰতত আন এজন ধৰ্ম-প্ৰচাৰকে প্ৰচাৰ কৰিছিল যে, সকলো ভাব, শব্দ আৰু কাৰ্য্যৰ মানসিক, নৈতিক আৰু শাৰীৰিক প্ৰতিক্ৰিয়া আছে। এটা বেয়া ভাব যদিওবা কোনেও নাজানে দৈহিক জগতত ইয়াৰ প্ৰতিক্ৰিয়া আছেই। গান্ধীজীয়ে অকল প্ৰচাৰ কৰাই নাছিল তেওঁ নিজে সাৰ্বজনীন সত্যতাত নিজে জীয়াই আছিল আৰু ইয়াৰ পৰিপূৰ্ণতা লাভ কৰি মৃত্যুক বৰণ কৰিছিল। হিংসা, হিংসাত পৰিণত হব; কেবল অহিংসাই প্ৰেম আৰু শান্তিৰ প্ৰতিক্ৰিয়া কৰিব। প্ৰেম, প্ৰেমত পৰিণত হব আৰু ঘৃণা, ঘৃণাত পৰিণত হব। সত্যৰ অন্বেষণত মানুহে নিজৰ স্বভাৱক ৰূপ দিব লাগে আৰু সেই অন্বেষণতে তেওঁ বাধা পাব, আৰু তেওঁলোকে অহিংসা নীতিৰে যুঁজিবলৈ সাজু হব লাগিব। এইবিলাকেই তেওঁ অভ্যাস কৰা প্ৰণালী—যিবিলাক মানৱৰ আগত দাঙি ধৰিছিল। সমাজত সকলো দোষ দূৰীকৰণ কৰি জগতত এখন শান্তি আৰু আনন্দৰ ৰাজ্য স্থাপন কৰিবৰ কাৰণে। ভাৰতত তেওঁ হাতত লোৱা গঠনমূলক কাম জগতত শান্তিৰ প্ৰতিষ্ঠাৰ কাৰণেই। ই কি বুজাই তাকে কেইটামান কথাত আলোচনা কৰিবৰ কাৰণে উপযোগী হব। যদি শেষ সত্য ভগবানেই হয় আৰু মানব প্ৰাণীবিলাক তেওঁৰ সৃজন হয় তেন্তে ধৰ্মৰ নামত লজ্জাহীন কাৰ্য্যৰ কাৰণে ঠাই ক'ত? হিন্দু, মুছলমান, খৃষ্টিয়ান, জৈন, নাইবা শিখ যিয়েই নহওক, বিভিন্ন ধৰ্মবিলাকে তেওঁক বেলেগ ৰূপে পূজা কৰে—উপায় মাত্ৰ বেলেগ। হিন্দুৱে যি ধৰণে কৰ সি তেওঁক পাবৰ কাৰণে। সেইকাৰণে কি যুক্তি আছে যে, এটা ধৰ্ম আন এটা ধৰ্মতকৈ শ্ৰেষ্ঠ আৰু তাৰ বাবে আমাৰ মাজত মতভেদ আৰু সংঘৰ্ষ হব পাৰে? সেই কাৰণেই তেওঁ প্ৰচাৰ কৰিছিল যে, সকলো ধৰ্ম সমান আৰু ভগবানে সকলো সৃষ্টি কৰিছে। এই ৰাজ্যত যত সাম্প্ৰদায়িকতা বিৰাজমান হৈ আমাৰ চৰ্চা কৰিবৰ একান্ত কৰ্তব্য ধৰ্মৰ ভেদাভেদ নোহোৱাকৈ প্ৰেম আৰু ভাতৃ-ভাব আমাৰ মাজত পোষণ কৰা কৰ্তব্য। পৃথিৱীখন থাকিবৰ কাৰণে সঁচাকৈয়ে ভাল ঠাই হব যদি আমি এই ধৰ্ম উপলব্ধি কৰোঁ। এইটো উল্লেখ কৰিব পৰা যায় যে গান্ধী অঙ্কিত যি কোনো সমাজ, চৰ্চা নাইবা ধৰ্মৰ বিপক্ষে নাছিল আৰু ইয়াকে দেখুৱাই নিদিছিল যে তেওঁ ভগবানক নিজৰ আসনত বেলেগ ভাবে পূজা কৰিছে বা অনুকৰণকাৰী বিলাকৰ ভিতৰত ভুল ভাব নজগাইছিল। সেই একে সত্যৰে এটা অংশ হৈ হৰিজন বিলাকৰ ওচৰত অৰ্পণ কৰিছিল। তেওঁলোক আমাৰ দৰেই ভগবানৰ নিজৰ সৃষ্টি নহয়নে?

অৰ্থনৈতিক আৰু আন আন ক্ষেত্ৰতো তেওঁৰ গঠনমূলক কাম জগতত শান্তি প্ৰতিষ্ঠা কৰাত লক্ষ্য ৰাখিছিল। যান্ত্ৰিকতা নিজৰ ক্ষেত্ৰত বেয়া নহয়, কিন্তু এনে যান্ত্ৰিকতাৰ প্ৰয়োজন নাই যি মানুহৰ ব্যক্তিত্ব নষ্ট কৰে, নাইবা তেওঁৰ জীৱন দুঃখময় কৰি তোলে। প্ৰত্যেক মানবেই ভগবানৰ প্ৰতিবিম্ব স্বৰূপ আৰু তেওঁৰ ভিতৰত সৃষ্টিৰ

শক্তি নিহিত আছে আৰু যদিও তেওঁ প্ৰকৃত শিক্ষা পায়—তথাপি তেওঁ বহুতো সৃষ্টিকাৰী কাৰ্য্যৰ পৰিচয় দিব। যদি জগতখনে ধ্বংসৰ কাৰ্য্যৱলীৰ পৰা অব্যাহতি পায় তেন্তে এজন ব্যক্তি আন এজনৰ দ্বাৰা নিষ্পেষিত নহব নাইবা সমাজত এটা সমষ্টিয়ে আন এটা সমষ্টিৰ ওপৰত নাইবা এটা জাতিয়ে আন এটা জাতিৰ ওপৰত নিষ্পেষিত নকৰিব। পৃথিবীত কোনো সমাজ নাইবা জাতিয়ে আন এটাক বিমুখ কৰিবৰ অধিকাৰ নাই—তেওঁলোকৰ স্বাধীনতাৰ পৰা নাইবা ইয়াৰ উপকাৰৰ পৰা। প্ৰত্যেক ব্যক্তিয়ে আৰু জাতিয়ে মানব সমাজত উন্নতিৰ অৰ্থে সহযোগ কাম কৰিব লাগিব। যদি কোনো অনুসূচিত জাতিৰ মানুহ থাকে তেন্তে তেওঁলোকক সকলোৱে সহযোগ হৈ শান্তি আৰু গাওঁ সংগঠনৰ যোগেদি অতীতৰ সকলো সৌন্দৰ্য্যৰে সৈতে গান্ধীজীয়ে হাতত লৈছিল, সকলো ধৰণৰ ভাব আৰু পৰাধীনতাৰ পৰা মুক্ত শ্ৰেণীহীন সমাজ গঠনৰ কাৰণে। ইয়াৰ লগত প্ৰতিজ্ঞা কৰা সকলো কামেই আছিল আমাৰ মাজত পৰিপূৰ্ণতা সৃষ্টি কৰিবৰ কাৰণে, আমাক মনৰ সম্পূৰ্ণ গঠন দিবৰ কাৰণে আৰু ইয়াত বাহিৰেও ভগবানৰ প্ৰাণী বুলি গৰ্ব্ব কৰি আপ্লুত হবলৈ।

এবছৰ পাৰ হৈ গ'ল আৰু ক্ৰমান্বয়ে আমি গান্ধীজীক বুজিবলৈ চেষ্টা কৰিছোঁ। ই যিমানেই কঠিন নহওক, যেতিয়ালৈকে আমি অন্তৰত পবিত্ৰ নহওঁ, উদ্দেশ্যত স্থিৰ নহওঁ, আমি তেতিয়ালৈকে তেওঁৰ আদৰ্শৰ কাম বুজিব নোৱাৰোঁ। তথাপি এই বছৰতে আমি যিখিনি কাম কৰিবলৈ প্ৰতিজ্ঞা কৰিছোঁ, আমি অনুভৱ কৰোঁ, আমি তেওঁক বুজিবলৈ চেষ্টা কৰিছোঁ। আমি সৰ্বান্তঃকৰণেৰে আশা কৰোঁ এই পবিত্ৰ মানুহজনৰ বৃহৎ ভাবৰাশিয়ে যি আমাৰ শান্তিৰ পথ নিৰ্দ্দেশ কৰি গৈছে আমি আমাৰ কাৰ্য্যৰ কাৰণে সমল গোটাব পাৰিম যিটো জগতত শান্তি প্ৰচেষ্টাৰ কাৰণে ইচ্ছা কৰি কাম কৰি—বাপুজীয়ে ইহলীলা সম্বৰণ কৰিলে।

## ১৯৪৮ চনৰ স্বাধীনতাৰ দিনত বৰদলৈদেৱৰ অনাতাঁৰ বক্তৃতা

ভাৰতবৰ্ষই আজিৰ পৰা স্বাধীন প্ৰজাতন্ত্ৰৰূপে নৱ-জীৱনৰ পাতনি মেলিছে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ পৰা আজিলৈকে এই অন্তৰ্বৰ্ত্তী কালছোৱাত দেশৰ জনসংখ্যা বহুতো বাঢ়িছে আৰু ভাৰতীয় ৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত অঞ্চলৰ পৰিধিও বহল হৈছে। এনেকি দুই লাখৰ ওপৰ জনসংখ্যা আৰু ৩৭০০ বৰ্গমাইল ভূমিৰে খাছীয়া পৰ্বতৰ ৰাজ্যসমূহেও এই প্ৰদেশৰে সৈতে লগ লাগিছে। এইদৰে ১৩ লাখ বৰ্গমাইল ভূমি আৰু ১৪ কোটি মানুহৰে ভাৰতবৰ্ষ পৃথিবীৰ ভিতৰত এখন লেখত লবলগীয়া স্বাধীন দেশ হিচাপে পৰিগণিত হ'ল। ভালৰ কাৰণেই হওক বা বেয়াৰ কাৰণেই হওক বিশ্বৰ ভবিষ্যত গতি নিৰ্ণয় কৰাত ভাৰতবৰ্ষই যে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিব, ই নিশ্চিত। এই কথা উপলব্ধি কৰি আমি যদি এই নতুন ৰাজনৈতিক অৱস্থাৰ পৰা উদ্ভৱ হোৱা দায়িত্বসমূহ বহন কৰিব পাৰোঁ, তেন্তে ই আমাৰ কাৰণে আটাইতকৈ গৌৰৱৰ কথা হব। আজিৰ পৰা বৃটিছ ৰাজমুকুটৰে সৈতে থকা আমাৰ সকলো সম্বন্ধও ছিগি পৰিল। মোৰ মনেৰে বৃটিছ

'কমন ওৱেলথৰ'ৰ ভিতৰত থকাৰ সিদ্ধান্তই আমাৰ ৰাজনৈতিক সন্মানৰ অকণো হীনদেঢ়ি নঘটায়। স্বইচ্ছাই এনে সিদ্ধান্ত লোৱা হৈছে আৰু মোৰ বিশ্বাস মানবৰ কল্যাণাৰ্থে পৃথিৱীৰ জাতিসমূহ একগোট হোৱাৰ ই সূচনা মাত্ৰ।

কুৰি বছৰৰ আগতে ঠিক এই দিনটোতেই মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ নেতা সকলৰ নেতৃত্বত ভাৰতবৰ্ষই নানা নিকাৰ ভুগিও সত্য, অহিংসা আৰু ত্যাগৰ বাটেৰে স্বাধীনতা লভিবলৈ দৃঢ়সংকল্প কৰিছিল। আজি কুৰি শতিকাৰ অন্তত স্বাধীন ৰাষ্ট্ৰ হিচাপে স্বাধীনতাৰ সোৱাদ লভিবলৈ আৰু স্বাধীন ভাবে নিজৰ ভবিষ্যত নিৰ্ণয় কৰাৰ সুবিধা পাইছোঁহক। এই ঘটনা যেনে বিস্ময়কৰ তেনে ৰোমাঞ্চকৰ। মই আশাকৰোঁ এই কুৰি বছৰ ধৰি কৰা এই বিৰাট আন্দোলনৰ পাছত সত্য আৰু অহিংসাৰ কি যে মহিমা তাক উপলব্ধি কৰিব পাৰিছোঁ। মই ভাবিছোঁ যে আমাৰ ইচ্ছাৰ বিৰুদ্ধে আমাক শাসন কৰা বিদেশী-শক্তিৰ প্ৰতি কোনো বিদ্বেষ ভাব আমাৰ অন্তৰত আজি নাই। বৃটেন বাসীৰ প্ৰতি আমাৰ নেতাসকলে দ্বিধাহীন সম্ভাৱ প্ৰকাশ কৰাটো সঁচাকৈয়ে বৰ আনন্দৰ কথা। আমাৰ এই সৰু প্ৰদেশখনৰ ক্ষেত্ৰতো একে কথাকে কব পাৰি। বৃটিছ আমোলাতন্ত্ৰীসকল বা বৃটিছ ব্যৱসায়ী আৰু চাহ খেতিয়কসকলৰ দ্বাৰাই আমি অতদিন শাসিত হলেও আৰু আজিও তেওঁলোকৰে সৈতে অৰ্থনৈতিক ক্ষেত্ৰত বহুত সময়ত একমত হব নোৱাৰিলেও তেওঁলোকৰ প্ৰতি আমাৰ সম্ভাৱ আৰু নীতি অটুট আছে তাত আমাৰ কোনো প্ৰকাৰৰ সন্দেহ নাই।

আজিৰ এই স্মৰণীয় দিনটোত আমাৰ প্ৰদেশত ভাৰতৰ নাগৰিক সত্ব যি সকলৰ নাই সেই সকলৰ প্ৰতি আমাৰ শুভ ইচ্ছা পুনৰ জনাইছোঁ।

ভাৰতৰ নতুন শাসন বিধানৰ পৰাই এই নতুন প্ৰজাতন্ত্ৰখন উদ্ভৱ হ'ল। সংবিধানখন ৰচনা কৰাৰ সময়ত গণপৰিষদৰ ভিতৰত আৰু বাহিৰৰ বহুতো সমালোচকে সংবিধানখনৰ বিভিন্ন দফাসমূহৰ বিষয় সমালোচনা কৰিছিল। আজিৰ বিধান সংবিধানত খুঁত উলিয়াবলৈ চেষ্টা কৰা লোকৰ অভাৱ নাই। কিন্তু আমি যদি এই বিৰাট জাতীয় প্ৰচেষ্টাৰ মূলনীতি সমূহ বুজিবলৈ চেষ্টা কৰোঁ, তেন্তে নিশ্চয় উপলব্ধি কৰিব পাৰিম যে ভাৰতবৰ্ষৰ সকলো লোকৰ কাৰণেই ই স্বাধীনতাৰ এখন মহাচনদ। কলমৰ এটা আঁচতেই যেন অতীতৰ পৰা প্ৰচলিত অন্ধবিশ্বাস, ধৰ্মৰ নামত হোৱা অত্যাচাৰ যেনে ধৰক, অস্পৃশ্যতা আঁতৰি গ'ল। আজি অস্পৃশ্য বুলি কাৰোবাক ঘিণোৱাটো বা কাৰোবাক অস্পৃশ্য বুলি ভবাটো আইনৰ চকুত এটা অপৰাধ। সকলো ৰকমৰ উদ্‌গতিৰ বাবে পৰ্বত আৰু ভৈয়ামৰ ট্ৰাইবেলসকল আৰু তপশীলভুক্ত লোকসকলে ৰাষ্ট্ৰৰ পৰা আদৰ আৰু সাহায্য পাব। দৰিদ্ৰতা আৰু অজ্ঞানতা দূৰ কৰি মানুহক আত্ম-সন্মান দান কৰি সাম্য স্থাপন কৰাত এই বিধানৰ এটা প্ৰধান উদ্দেশ্য। সেই কাৰণে আমি যদি আমাৰ নতুন প্ৰজাতান্ত্ৰিক ৰাষ্ট্ৰখন শাসন বিধানৰ মূলনীতিসমূহৰ ওপৰত প্ৰতিষ্ঠিত কৰিব পাৰোঁ, তেন্তে ভাৰতবৰ্ষ যে পৃথিৱীৰ ভিতৰত এখন উন্নততম দেশ হিচাপে পৰিগণিত হ'ব, তাত মোৰ এধানো সন্দেহ নাই।

প্ৰশ্ন হৈছে, তেনে মহাদেশ এখন সৃষ্টি কৰা আমাৰ পক্ষে সম্ভৱ হবনে? এখন বিধানৰ শব্দ বা বাক্যৱলীৰ দ্বাৰা, নাইবা তাৰ বহল ভাষা ৰচনা কৰি এখন দেশে সেই সন্মান লাভ কৰিব নোৱাৰে। কোনো শাসন বিধানৰ নিৰ্দ্দেশ-সমূহ এনে অৱস্থাতহে কাৰ্য্যকৰী কৰিব পাৰি, যেতিয়া সেই দেশৰ মানুহৰ অন্তৰত সততা, নৈতিকতা, ন্যায় পৰায়ণতা আৰু সত্যক আকোঁৱালি ধৰাৰ শক্তি থাকে। ভাল শাসন প্ৰণালী কাৰ্য্যকৰী হয় ভাল মানুহৰ ভিতৰতহে। এই কাৰণেই বোধহয় কোৱা হয় যে, কোনো সমাজৰ শাসন প্ৰণালী সেই সমাজৰ লোকসকলৰ চৰিত্ৰৰ দ্বাৰা নিৰ্দ্ধাৰিত হয়। সমাজৰ এজনে আন এজনৰ স্বাধীনতাক শ্ৰদ্ধা কৰি তেওঁলোকৰ মাজত সকলোৱে লগ লাগি সম্ভাৱেৰে কাম কৰিবলৈ ইচ্ছা থাকিলেহে গণতন্ত্ৰ কাৰ্য্যকৰী হ'ব পাৰে। আনৰ পৰা আমি যি ব্যৱহাৰ আশা কৰোঁ আনকো যদি তেনে ব্যৱহাৰ দিবলৈ সাজু নহওঁ, তেন্তে সমাজৰ ভেটি কেতিয়াও সুদৃঢ় হ'ব নোৱাৰে; মানবৰ হিতাৰ্থে কাম কৰিব পৰাটোতো দুৰৰ কথা।

অথচ আমাৰ অতীত সভ্যতালৈ আমি ঘূৰি চালে দেখা পাওঁ যে সেই যুগৰ লোক সকলৰ মাজত এনে ন্যায়পৰায়ণতা, সত্যনিষ্ঠা আৰু সহযোগিতাৰ ভাব সম্পূৰ্ণ মাত্ৰাই প্ৰতিষ্ঠিত আছিল। সেই সময়তো ৰজাসকলৰ মাজত যে বিৰোধ বা যুদ্ধ হোৱা নাছিল এনে নহয়। কিন্তু এই যুঁজ-বাগৰ আৰু হায়-হাঙ্গামা কেৱল ডাওৰ নগৰ আৰু চহৰ বিলাকতহে সীমাবদ্ধ আছিল। এনে যুদ্ধ আৰু সংঘৰ্ষই গাঁৱলীয়া ৰাইজৰ শান্তিপূৰ্ণ সহযোগী আৰু সৎ জীৱনৰ স্পৰ্শ একেবাৰে কৰা নাছিল। এনে ধৰণৰ শান্তিময় জীৱন আইন বা শাস্তিৰ ভয়ত সম্ভৱপৰ হোৱা নাছিল; সেই যুগৰ মানুহ মূলতেই সৎ আৰু ন্যায়পৰায়ণ আছিল বুলিহে ভাৰতীয় সভ্যতাৰ চৰম উৎকৰ্ষ সাধন হৈছিল। বৌদ্ধ ধৰ্মাৱলম্বী সম্ৰাট সকলৰ দিনত, তেওঁলোকে ৰাজ্যৰ সীমা বঢ়োৱাৰ গৌৰৱ পৰিত্যাগ কৰি মানৱৰ অন্তৰত নিহিত থকা সৎশক্তি স্পৃহাৰ উৎকৰ্ষ সাধনৰ মাজেদি মানৱ সমাজৰ দুঃখ-দৈন্য আতৰাবলৈ চেষ্টা কৰিছিল। মোৰ মনেৰে অতীত ভাৰতৰ লোকসকলৰ চৰিত্ৰত থকা সততা, ন্যায় পৰায়ণতা আদি সৎগুণসমূহ আজিও আমি সাধন কৰিব নোৱাৰাৰ কোনো কাৰণ নাই।

ইয়াৰ লগতে আজিৰ দিনত এনে এটা পুৰণি সুসভ্য জাতিয়ে, অতীত গৌৰৱৰ পৰা বঞ্চিত হৈ কেনেকৈ পৰাধীন হ'ল সেইটোও সঁচাকৈয়ে ভাবিবলগীয়া। আমি এইটো নিশ্চয় উপলব্ধি কৰা উচিত যে, আমাৰ স্বাধীনতা হেৰুৱাৰ মূল কাৰণ হৈছে এই নৈতিক শক্তিৰ অৱনতি। নিশ্চয় ইয়াৰ ফলতেই আমি অৰ্থনৈতিক ক্ষেত্ৰত শোষিত হোৱাৰ উপৰিও আমাৰ নৈতিক শক্তি সম্পূৰ্ণ ভাৱে হেৰুৱালোঁ। সেই কাৰণে বিশ্বৰ ভবিষ্যৎ নিৰ্ণয় কৰিব পৰা শক্তিশালী ভাৰতবৰ্ষ গঢ়ি তুলিবলৈ আমি আমাৰ এই অৱনতিৰ পৰা সম্পূৰ্ণ মুক্ত হৈ আমাৰ নৈতিক শক্তি সমূহৰ পুনৰুদ্ধাৰ কৰিব লাগিব। নিশ্চয় এই কাৰণে আজিৰ স্বাধীন অৱস্থাৰ বাবে আমাক সাজু কৰাওঁতে ভবিষ্যৎদৰ্শী ভাৰত বৰেণ্য মহামানৱ গান্ধীজীয়ে নৈতিকতাৰ ওপৰত ইমান জোৰ দিছিল যাতে নতুন যুগত আমি সঁচাকৈয়ে ভাল সমাজ এখন গঢ়ি তুলিব পাৰোঁ। কিন্তু স্বাধীন ক্ষমতা গ্ৰহণ কৰাৰ

ততাতৈয়াৰ মাজত আমি যেন গান্ধীজীৰ এই আৱশ্যকীয় নিৰ্দ্দেশৰ প্ৰতি আওকাণ কৰিছোঁ আৰু সমাজ গঠনত কঠোৰ নৈতিকতাক উপযুক্ত ঠাই দিয়া নাই। কিন্তু ই ধ্ৰুপ যে, স্বাধীন জাতি হিচাপে থাকিব লাগিলে গান্ধীজীৰ শিক্ষাৰ মূল কথাবোৰ গ্ৰহণ কৰাৰ বাহিৰে আন উপায় নাই।

আকৌ স্বাধীন দেশৰ ব্যক্তি, বিভিন্ন সমষ্টি আৰু দলৰ লোকসকলে সমজুৰা ভাবে ভাবিবলৈ আৰু কাম কৰিবলৈ শিকিবই লাগিব। বৈচিত্ৰ ঐক্য—এযে হৈছে মানৱ জীৱনৰ আৰু ভগবানৰ সৃষ্টিৰ নিবন্ধন। সেইবাবে বিভিন্ন লোকে আৰু সমষ্টিয়ে সৰ্ব-সাধাৰণৰ হিতাৰ্থে কাম কৰা বা চিন্তা কৰাটো অপৰিহাৰ্য্য। যেতিয়া কেৱল নিজ স্বাৰ্থ পূৰণৰ কাৰণে কোনো লোক বা সমষ্টি চলে,তেতিয়া সেই পৰিমাণে সমাজত অনৈক্যও সৃষ্টি হয় আৰু জনসাধাৰণৰ মঙ্গলৰ পথা বঞ্চিত হয়। সঁচাকৈয়ে এইটো বৰ দুখ লগা কথা যে ভাৰতবৰ্ষত আজি কিছুমান দলৰ সৃষ্টি হৈছে। সি সকলে সমাজৰ সমস্যা সামাজিক ভাবে সমাধান কৰিম বুলি ভুৰা দি আচলতে বিভেদ আৰু হিংসা নীতিৰহে আশ্ৰয় লৈছে। যদি এনেবোৰ প্ৰতিক্ৰিয়াশীল শক্তি আমাৰ মাজত বহুতদিন থাকিবলগীয়া হয় তেন্তে এইটো ধ্ৰুপ যে এই গণতান্ত্ৰিক ৰাষ্ট্ৰ আমাৰ মাজত বহুতদিন থাকিব নোৱাৰিব। আৰু আমাৰ ত্যাগ আৰু নিৰ্য্যাতনেৰে উপাৰ্জন কৰা মুঠীয়া আৰু সমূহীয়া স্বাধীনতা অচিৰে অদৃশ্য হ'ব।

আনফালে আমি উপলব্ধি কৰা উচিত যে, আগতে কৈ অহা আদৰ্শৰ ভেটিত নতুন ৰাষ্ট্ৰখন গঢ়ি তোলা বৰ উজু কাম নহয়। কেৱল সংযমী আৰু নিয়মানুৱৰ্ত্তী লোকেহে স্বাধীন হৈ থাকিব পাৰে আৰু তাকে হবলৈ হলে অনেক সাধনা, সংযম আৰু ত্যাগৰ দৰকাৰ—যি ত্যাগ বোধকৰোঁ আমি মহৎ আন্দোলনৰ দিনতো গ্ৰহণ কৰা নাই। দেশৰ ভৱিষ্যৎ যি সকলে গঢ়িব বিচাৰে তেওঁলোকৰ ওপৰতে এই দায়িত্ব আৰু বেছি জোৰে পৰেহি। এই সংযমৰ বশবৰ্ত্তী হৈ সমাজৰ সকলো অঙ্গবোৰে যেনে চৰকাৰী চাকৰিয়াল, উৎপাদনকাৰী, ব্যৱসায়ী, আৰু শিল্পপতি ইত্যাদি সকলোৱে একেটা দৃষ্টিৰে সমাজৰ সৰ্বাঙ্গীন মঙ্গলৰ প্ৰতি সজাগ থাকিব পাৰিব। বহুত সময়ত আমাৰ অনেক দুখ-দুৰ্গতি আমি নিজেই সৃষ্টি কৰোঁ। যুদ্ধ, দুৰ্ভিক্ষ আৰু মাৰিমৰক আদি বহুত সময়ত মানুহেই সৃষ্টি কৰে। কিন্তু যি কাৰণেই হওক, যেতিয়াই এই অপায়বিলাকে আমাক অভিভূত কৰিবলৈ চেষ্টা কৰে, আমি সমূহীয়াভাবে এইবোৰৰ প্ৰতিকাৰ কৰিব লাগে, আৰু সকলো সমষ্টিৰ লোকেই সমানভাবে এই কষ্ট আৰু অপায়ৰ অংশ গ্ৰহণ কৰিব লাগিব আৰু তাক সমানে ভুগিব লাগিব। যি সকলে আনৰ বিপদৰ সুবিধা লৈ অসামাজিক কামত লিপ্ত থাকে আৰু নিজৰ মাত্ৰ সুবিধা বিচাৰে,তেওঁলোক সমাজৰ ঘোৰ অন্যায়কাৰী। সেইবাবে ন্যায় পৰায়ণতা, ভাতৃত্ব আৰু নৈতিকতাৰ দ্বাৰা অনুপ্ৰাণিত হৈ আমাৰ দেশৰ এই কেঁকোণ-বোৰ আঁতৰোৱাটো—আমাৰ অৱশ্য কৰ্ত্তব্য। অসামাজিক কাম আৰু অন্যায়বোৰৰ বিৰুদ্ধে সমূহীয়া ভাবে ঠিয় হ'ব লাগিব। দেখা গৈছে যে আইন বা শাস্তিৰ ভয় দেখুৱায়েই এইবোৰ সম্পূৰ্ণৰূপে আঁতৰাব নোৱাৰি। অন্যায়ৰ বিপক্ষে আমি সকলোৱে সম্পূৰ্ণভাবে সহযোগ কৰিবই লাগিব।

মোৰ বিশ্বাস আজি ভগবান প্ৰকাশিত হৈছে মানবৰ সাম্য আৰু আত্মোৎকৰ্ষ সাধনাৰ প্ৰেৰণাৰ মাজেদি। আমাৰ শাসনতন্ত্ৰখনেও এই সত্যটো মানি লৈছে। আনকি সমগ্ৰ জগতেই এই সত্য উপলব্ধিৰ বাটেৰে আগবাঢ়ি যাবলৈ ধৰিছে। মোৰ দৃঢ় বিশ্বাস যে হিংসা আৰু ৰক্তপাতৰ মাজেদি এই সাধনা সিদ্ধি হ'ব নোৱাৰে। ই মাথো শান্তিপূৰ্ণ উপায়েৰেহে সম্ভৱ আৰু আমিও শক্তিৰ বাটকে অনুসৰণ কৰা উচিত। তেতিয়াহে আমি আমাৰ আদৰ্শ উপলব্ধি কৰিব পাৰিম। এই মহান আদৰ্শ পূৰণৰ কাৰণে আমি ধৈৰ্য্য আৰু সম্ভাৱ বিসৰ্জন দিলে নচলিব। আমাৰ প্ৰজাতন্ত্ৰৰ লোকসকলে যদি এই মহা আদৰ্শৰে অনুপ্ৰাণিত হৈ শান্তিপূৰ্ণ কাৰ্য্য-পদ্ধতিৰে আগবাঢ়ি যায় তেন্তে পৃথিবীৰ উন্নত সমাজ সৃষ্টি কৰাৰ উদ্দেশ্য নিশ্চয় সিদ্ধি হ'ব বুলি আশা কৰোঁ। মই বিশ্বাস কৰোঁ মানৱ সমাজৰ এনে সমূহীয়া প্ৰচেষ্টাৰ সফলতাৰ ওপৰতে এই জগতখন এক শান্তিপূৰ্ণ ঠাইত পৰিণত হ'ব।

ভাৰতৰ স্বাধীন গণতান্ত্ৰিক ৰাষ্ট্ৰ চিৰঞ্জীৱী হওক।





গুৱাহাটীত নতুনকৈ স্থাপিত হোৱা লোকপ্ৰিয় বৰদলৈ স্মৃতি-ৰক্ষা চিকিৎসালৰ এক অংশ